# কেঁচা মাটিৰ গোন্ধ

ইন্দ্ৰেশ্বৰ গোস্বামী



**KECHA MATIR GONDH :**

An Assamese Novel on socio-economic-political background of Assam (1826-62) written by Shri Indreswar Goswami and Published by Shri Nanak Bajaj. Haiborgaon: Nagaon Printed at Suchanda Press, Nagaon. ( 1985 ) Price Rs. 25.00

---

॥ প্ৰকাশক : শ্ৰীনানক বাজাজ : হয়বৰগাঁও : নগাঁও ॥

॥ প্ৰথম প্ৰকাশ : ২ অক্টোবৰ, ১৯৮৫ : শঙ্কৰাব্দ ৫৩৭ ॥

॥ বেটুপাত-শিল্পী : শ্ৰীদীপ শইকীয়া : নগাঁও ॥

॥ ছপা : সুছন্দা প্ৰেছ : বীৰেণ মহন্ত পথ : নগাঁও ॥

॥ মূল্য : পঁচিশ টকা ॥

॥ পৰিৱেশক : বুক এম্পৰিয়াম : এ, টি, ৰোড : নগাঁও-৭৮২০০১ ॥

পৰম আৰাধ্য পিতৃদেৱ

স্বৰ্গীয় মথুৰাকান্ত গোস্বামীৰ

পবিত্ৰ সোঁৱৰণত—



# নিবেদন ঃ

● দেশৰ সাম্প্ৰতিক পৰিস্থিতি ; বিশেষকৈ ৰাজনৈতিক ঘটনা-প্ৰবাহৰ বিষয়ে জাগি উঠা চিন্তা-ধাৰণাসমূহ লিখি যোৱাৰ প্ৰয়াস কিছুদিন ধৰি কৰি আহি আছোঁ। প্ৰবন্ধ আকাৰে এইবোৰ লিখি থৈ, প্ৰকাশ কৰাৰ লোভ সামৰিব নোৱাৰি, সময়ে সময়ে অসম আৰু বাহিৰৰ দৈনিক, সাপ্তাহিক বাতৰি-কাকতসমূহলৈ পঠোৱা হ'ল। জনপ্ৰিয় বাতৰি-কাকতসমূহত লেখাবোৰ প্ৰকাশ পোৱাত উৎসাহিত হৈছোঁ।

● সাহিত্য-কৰ্মত দৈপণত হাত আছে বুলি কোৱাৰ সাহস আমাৰ নাই। আমাৰ মানস-পটত মাজে মাজে ইটো-সিটো কাহিনীয়ে দোলনা দি থাকে। তেনে এটা কাহিনীকে—কাল্পনিক কিন্তু নহয়, ১৮২৬-৬২ চনৰ অসমৰ, বিশেষকৈ নগাঁৱৰ আৰ্থ-সামাজিক-ৰাজনৈতিক পটভূমিত ৰূপায়িত কৰাৰ প্ৰয়াস কৰা হৈছে 'কেঁচা মাটিৰ গোন্ধ' উপন্যাসখনিত। গ্ৰন্থত সন্নিবিষ্ট ঐতিহাসিক বৰ্ণনাসমূহ প্ৰমাণিত সত্য, মাথোন অন-ঐতিহাসিক চৰিত্ৰ অঙ্কনত হাড়ৰ ওপৰত মঙহৰ লেপন দিয়াৰ চেষ্টা কৰা হৈছে।

● 'কেঁচা মাটিৰ গোন্ধ' ৰচনা প্ৰসঙ্গত 'ফুলগুৰিৰ ধেৱা'ৰ ৰচক শ্ৰীবেণুধৰ কলিতা, অধ্যাপক শ্ৰীতিলক চন্দ্ৰ মজুমদাৰ, ৰসধৰ শ্ৰীনাৰায়ণ কটকীলৈ কৃতজ্ঞতা জনাইছোঁ।

● গ্ৰন্থখন পোহৰৰ পথ পোৱাৰ ক্ষেত্ৰত আগবঢ়োৱা সহায়ৰ কাৰণে শ্ৰীচন্দ্ৰ ভৰালী আৰু পত্নী শ্ৰীমতী জীলী গোস্বামীৰ শলাগ লৈছোঁ।

● সাহিত্য-ৰসিক বন্ধু শ্ৰীনানক বাজাজলৈ, উপন্যাসখন প্ৰকাশ কৰাৰ দায়িত্ব লোৱা বাবে অশেষ ধন্যবাদ।

● 'কেঁচা মাটিৰ গোন্ধ' সাহিত্য ৰচনাৰ প্ৰথম প্ৰয়াস। পঢ়ুৱৈ সমাজক উপন্যাসখনিয়ে কণমানো ৰস পান কৰাব পাৰিলে, আমাৰ শ্ৰম সাৰ্থক হ'ব আৰু পৰম উপকৃত হ'ম।

॥ ২ অক্টোবৰ, ১৯৮৫ ঃ নগাঁও ॥ ইন্দ্ৰেশ্বৰ গোস্বামী ●

## এক

চকুপানী মচ বাছু, ঈশ্বৰে তহঁতৰ মঙ্গল কৰিব।

দুয়োখন হাতেৰে বাছুৰ মূৰত ধৰি ভৰি দুখনৰ পৰা তুলি দিয়ে কৃষ্ণ গোস্বামীয়ে।

চুৰিয়াৰ আগেৰে চকুপানী মচি মচি বাছু থিয় হ'ল।

বৈ অহা চকুপানী মচি কৰ্কালৰ খোচনাৰ পৰা চিঠিখন উলিয়াই বাছুৰ হাতত দিলে গোসাঁয়ে।

গৈয়েই ঘৰত বতৰা দিবিগৈ। চিঠিখন তেওঁৰ হাততে ...

গোসাঁয়ে কথাষাৰ সম্পূৰ্ণ কৰিব নোৱাৰিলে। কিবা অজান আশঙ্কাত গোসাঁই থৰ হৈ ৰ'ল।

জাহাজখনে উকি মাৰিলে। জাহাজ এৰিবৰ সময় ওচৰ চপা'ৰ জাননী পৰিল।

গোসাঁই ঈশ্বৰ, এই সময়ত আপোনাক অকলে এৰি যাব লগা হ'ল।

—থোকাথুকি মাতেৰে ক'লে সি।

বাছুৱে হুকহুকাই কান্দিয়ে পেলালে।

আশে-পাশে বহুত কিজনেই লগৰীয়াসকলক বিদায় দিয়াৰ দুখত কন্দা-কটা কৰা কাণত পৰিছেহি। কিছুমানে লৰা-ঢপৰাকৈ টালি-টোপোলা লৈ উধাতু খাই জাহাজৰ ফালে লৰ মাৰিছে।

নিতায়ে কিন্তু তেতিয়াও গোসাঁইৰ পিছে পিছে আছে।

নাপায়, নাপায় বাছু; এয়া কন্দাৰ সময় নহয়।

জোৰ কৰি বেজাৰৰ ভাব লুকুৱাবলৈ গোসাঁয়ে যত্ন কৰিলে।

যাগৈ বাছু, ঈশ্বৰে তহঁতক চকু মেলি চাইছে।

কিছু সময় দুয়ো মনে মনে থাকিল। হঠাৎ মনত পৰাৰ দৰে গোসাঁয়ে

আকৌ ক'লে :

গৈয়েই সদৰৰ বকিক চাহাবৰ ঘৰত বাইটিক খবৰটো দিবি। ঈশ্বৰে এতিয়াও জীয়াই ৰাখিছে বুলি জানিলে বাইটিয়ে ভাল পাব। বাহুৰে এটা দীঘল হুমুনিয়াহ পেলালে।

চফিউন নেচা সদৰৰ সম্ভ্ৰান্ত পৰিয়ালৰ মুছলমান ৰোৱাৰী। সাধাৰণ প্ৰজাৰ ওপৰত বগা বঙালৰ অত্যাচাৰে মানুহগৰাকীক বিদ্ৰোহী কৰিলে। পৰ্দা দূৰত থৈ এই গৰাকী মহিলাই বগা বঙালৰ অত্যাচাৰ বন্ধ কৰিবলৈ ঘৰৰ বাহিৰলৈ ওলাই আহিল। হোজা অসমীয়াৰ ওপৰত কৰা অনাচাৰ-অত্যাচাৰৰ পোতক তুলিবই লাগিব। জিলা কলেক্টৰক গোড়া পল্টনৰ সহযোগত প্ৰাণে মাৰিবৰ ষড়যন্ত্ৰ কৰাৰ অপৰাধত ৫০ বছৰ বয়সত হ'ল দ্বীপান্তৰী। ঈশ্বৰৰ ইচ্ছাত বাধা দিব কোনে ? কিযে বিদুষী ধৰ্মপ্ৰাণা মহিলা গৰাকী। ভাবিলেই বাহুৰ কেনেবা কেনেবা লাগি যায়। জেলৰ ভিতৰতে পাঁচবাৰ নামাজ পঢ়িছিল দিনটোত। কোৰাণ-শ্বৰীফতে তেওঁ নিজকে সপি দিছিল। সকলো বন্দীয়েই মা জ্ঞান কৰিছিল এই গৰাকী মহিলাক। তেওঁ আছিল সকলোৰে আইতা; গোসাঁয়ে মাতিছিল বাইটি বুলি। বেমাৰ-আজাৰত পৰা প্ৰতিজন বন্দীকে কাৰাগাৰত পোৱা সামান্য আহৰি সময়কণতে নিজৰ ল'ৰাৰ দৰে চাইছিল, স্নেহ কৰিছিল। মাতত মৌ বৰষিছিল আইতাৰ। তিৰোতা বন্দীক লগ পোৱাটোও আছিল এনেয়ে কষ্ট-সাধ্য। আইতাক লগ পাবলৈ সকলো বন্দীয়ে কৰিছিল হেপাঁহ। এদিন সকলো বন্দীকে কন্দুৱাই গুচি গল আইতা আপোন ঘৰলৈ। বাইটিৰ শোকত কলিয়াপানীয়ে চকুলো টুকিছিল। সেইদিনা তেওঁৰ বিদায়ত হায়ে-বিয়ে নকৰা, শোকত বিহ্বল নোহোৱা কেৱে নাছিল, নকন্দা লোক নাছিলেই চেলুলাৰ জেলত। কান্দিছিল সিহঁতেও। সকলোতকৈ বেচিকৈ কান্দিছিল গোসাঁই ঈশ্বৰে। তাৰ পিছত বাইটিৰ খবৰ সিহঁতে নাজানিছিল, শেষ বিদায়ৰ আগতে গোসাঁই ঈশ্বৰলৈ চাই তেওঁ খোকাথুকি মাতেৰে কৈছিল :

মোৰ দুখৰ অন্ত হ'ল। তোমালোকক এৰি যাবলৈ মই কিমান

কষ্ট পাইছোঁ বুজাম কেনেকৈ ? তোমালোকেও পাবিলে জন্ম ঠাইলৈ উভতিবৰ যত্ন নেৰিবা। বগা বঙালে আমাৰ প্ৰজাৰ মঙ্গল কৰিব নোৱাৰে। সিহঁতৰ হাতত অসমৰ প্ৰজাৰ মৰণ মিলিব। মৰেই বা অকলে কৰিমগৈ কি ? সকলোকে এৰি তেওঁ গুচি গ'ল, আমি মিঠকৰা হলোঁ। কলিয়াপানীয়ে আইতাক হেকৰালে সঁচা। আইতা উভতি গলগৈ আপোনজনৰ ওচৰলৈ। জাহাজৰ পৰা আকৌ এটা দীঘল উকি পৰিল। মানুহৰ মাজত লৰা-ঢপৰা লাগিল। জাহাজত উঠিবৰ শেষ সঙ্কেত।

নিতায়ে গোসাঁইক সেৱা এটা কৰি বেগাবেগিকৈ জাহাজৰ ফালে খোজ ললে।

বাহুৰ মূৰত হাত থৈ অতি মৰম সনা মাতেৰে গোসাঁই ঈশ্বৰে ক'লে :

যাগৈ বাহু যা; বেজাৰ কৰিবৰ সময় আৰু নাই। নিজৰ কৰ্ত্তব্য মাথো নেপাহৰিবি। ঈশ্বৰে চকু মেলি চাব। অসমীয়াই আকৌ এদিন হাঁহিব।

বাহু, ঘৰত জীয়াই আছোঁ বুলি খবৰটো দিবিগৈ। —চকুপানী মোহাৰি চিবচিঙে ক'লে।

বাহুৱে আকৌ এবাৰ চৰণ চুই শেষ বিদায় ললে। কান্দি-কাটি বিয়াকুল হোৱা মানুহবোৰলৈ এবাৰ চাই লৈ চুৰিয়াৰ আগেৰে চকুলো মচি মচি জাহাজৰ ফালে খোজ পেলালে।

পিছে পিছে গোসাঁই, বনমালী, চিবচিং জাহাজৰ ওচৰলৈকে আগ বাঢ়ি আহিল।

আমন-জিমনকৈ বাহুৰ টোপোলাটো লৈ আগ বাঢ়িল মৈবাৰাৰীৰ হৰিৰ। জাহাজৰ ওচৰ পাই টোপোলাটো বাহুৰ হাতত দি সি ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে। বাহুৰ বুজনিয়ে তাৰ কান্দোন বন্ধ কৰিব নোৱাৰিলে। বনমালী একেবাৰে নিমাত হৈ থিয় দি ৰ'ল।

চিবচিঙে কান্দি কান্দি থোকাথুকি মাতেৰে কি ক'লে কেৱে বুজিব নোৱাৰিলে।

গোসাঁই ঈশ্বৰৰ কিন্তু চকুত পানী নাই। মূৰ্ত্তি এটাৰ দৰে মাথোন থাকিলে চাই ৰ'ল্।

এই গোসাঁইজনৰ নাম কৃষ্ণ কান্ত গোস্বামী। নগাঁও অমলাপট্টিৰ নৈষ্ঠিক ব্ৰাহ্মণ পৰিয়ালৰ। এতিয়া বয়সে চাৰিকুৰি পাঁচৰ দেওনা চুলে। দীঘল নাকেৰে তিৰবিৰাই থকা চকু হালেৰে বৈ পৰা দীঘল চুলি-খিনিৰে সুঠাম লাহি গাটোৰে গোসাঁইযে গোসাঁয়েই। তেজৰঙা ধকধকীয়া বগা ওখই-পাখই মানুহজনক দেখিলে ভক্তি ওপজে। নৈষ্ঠিক, জ্ঞান গম্ভীৰ মানুহজনকনো কলিয়াপানীত থাকিবলৈকে ঈশ্বৰে সৃজিছিলনে? ভাবিলেই মনটো কেনেবা কেনেবা লাগে। চেলুলাৰ জেলৰ কঠোৰ নিয়মে কিন্তু এওঁক দুৰ্বল কৰিব নোৱাৰিলে। নগাঁও জিলাৰ বৰ চাহাব বাটলাৰক হত্যা কৰাৰ অভিসন্ধি কৰাৰ অভিযোগত কলিয়াপানীত দিলে। কলিয়া-পানীয়েই ঘৰ হ'ল গোসাঁইৰ।

উকিয়াই উকিয়াই জাহাজখনে পাৰ এৰিলে। পাৰত বৈ থকা মানুহ-বোৰ সৰু সৰু দেখা গ'ল, এসময়ত মানুহবোৰ নেদেখা হ'লহি। নেদেখা নোহোৱালৈকে মানুহবোৰে হাত জোকাৰি গামোচা জোকাৰি বিদায় জনালে। ক্ৰমান্বয়ে জাহাজে সাগৰৰ মাজলৈ গতি কৰিলে। ভিতৰত মানুহবোৰৰ মাত-বোল নাই। নিমাত নিতাল। বজ্ৰপাত পৰা মানুহৰ দৰে এঠাইতে থিয় হৈ আছে; কাৰো গাত যেন সাৰসুৰ নায়েই। সি কলিয়াপানীলৈ অহা প্ৰায় দুকুৰি এঘাৰ বছৰ হ'ল। সিহঁত ইয়ালৈ অহাৰ এঘাৰ বছৰৰ আগতে আহিছিল কৃষ্ণ গোসাঁই। পোৰ্টব্লেয়াৰৰ জেলতে প্ৰথম লগালগি হৈছিল দুয়োৰে। নিজৰ স্বাৰ্থৰ বাবে বৰ চাহাবক হত্যা কৰিব বিচৰা নাছিল গোসাঁয়ে। গোসাঁইৰ নিজৰ অভাৱেই বা আছিল কিটো? পোৱে-পৰিয়ালে, ঘৰে-দুৱাৰে, গৰুৱে-গায়ে, মাটিয়ে-বাৰীয়ে নন্দন-বদন। সুন্দৰ গাভৰু গৃহিনীৰে নতুনকৈ পতা ভৰপূৰ সংসাৰ। ৰজাদিনীয়া পৈতৃক নিস্পিখেৰাজ। অভাৱ বুলিবলৈ নায়েই। নিজৰ অভাৱ নহলে হব কিটো? অসমীয়া প্ৰজাৰটো সুখ-শান্তি নাছিল। মান গ'ল, মানৰ অত্যাচাৰৰ পৰা সকাহ দিয়াৰ নামত ইহঁত আহিল

অসমীয়া প্ৰজাক খুলি খুলি খাবলৈ। গোসাঁয়ে কথা-বতৰা প্ৰায় নকয়। যি একাষাৰে কয় গুণি-গাথি কোৱা যেন পায় বাহুইঁতে। এবাৰ জানো কি মন গ'ল গোসাঁই ঈশ্বৰৰ! সিহঁতবোৰ জেলৰ দৈনন্দিন কামত ব্যস্ত। নাৰিকলৰ বাকলিৰ আঁহ উলিয়াই ৰচা বটোতে বটোতে সিহঁত আটাইৰে হাতৰ ধোঁৱা চিঙি গৈছে। গোসাঁইৰতো হাতৰ অৱস্থাই নাই। হঠাৎ বাহুক আচৰিত কৰি গোসাঁয়ে সুধিলে :

হেৰ বাহু, তহঁতৰ মাটি কেভবামান আছেনে?

গোসাঁই ঈশ্বৰ, হওতে মাটি সাত পূৰা আছিল। পিতাইহঁতে মাটিৰ খাজানা দিব নোৱাৰাত তিনি পূৰা কাঢ়ি লৈ গ'ল। বাকী কিডৰা আছে আৰু—বাহুৱে আথেবেথে কলে।

বাহুৰ কথা শেষ হবলৈ নাপালেই, গোসাঁই গৰগৰাই উঠিল :

মই নকৈছোনে, ইহঁতে অসমীয়া প্ৰজাক খুলি খুলি খাইছে। খাজানা তুলি ধনৰ ভঁৰাল শকত কৰিছে। সাত সাগৰ তেৰ নদী পাৰ কৰি দেশলৈ পঠোৱাটোৱেই ইহঁতৰ উদ্দেশ্য। সেয়ে সিহঁতে প্ৰজাৰ সুখ-দুখলৈ নাচাই কৰ-কাটল বঢ়ায়েই আছে। দেৱোত্তৰ-ব্ৰহ্মোত্তৰ-নানকাৰ-লাখেৰাজ-হাট-বাট-ফাট আদিও নিলামত দিছে ইহঁতে। মাটি কাঢ়ি নিনিবনে তহঁতৰ? খাজানা দিবি ক'ৰ পৰা? মাটিৰ পৰা উপাৰ্জিত ফচলৰ মূল্যতকৈ সেই মাটিৰ খাজানা সৰহ। বুজিছ বাহু, স্বৰ্গদেউসকলৰ ছত্ৰছায়াত অসমীয়া প্ৰজাই সুখতেই কটাইছিল। ইহঁতে আমাক লাওলোৱা কৰিব।

পানী ভাঙি জাহাজ আগ বাঢ়িছে। হৰহৰ-ঘৰ শব্দৰ বাহিৰে কেউফালে নিমাত-নিতাল, কাঁহপৰি জিন যোৱা অৱস্থা। নিশাৰ আন্ধাৰত নীলাভ আকাশৰ ৰঙবোৰ তন্ময় হৈ চাই আছে সি। নিতাই দুৰ্ঘোৰ চিন্তাত মগ্ন। সি নিশ্চয় তাৰ ঘৰৰ কথাকেই চিন্তা কৰিছে। কোনকালে গলে সোনকালে তাৰ ঘৰ পাবগৈ, তাৰ আত্মীয়-স্বজন, পো-পৰিয়ালক লগ পাবগৈ তাৰ চিন্তাতে ডুবগৈ আছে। নিস্তব্ধতা ভঙ্গ কৰি নিতায়ে

মাতিলে :

বাছুৰে, কোন সময় পাইবে গিয়া তোৰ বাৰী?

এবা তাৰ বাৰী-ঘৰ!

বাছুৰে একোকে নামাতিলে। সিয়ো ঘৰ-বাৰী সোনকালে পাবলৈ নিশ্চয় বিচাৰিছে। ঘৰৰ পৰা আঁতৰি অহা আঢ়ৈ কুৰি বছৰবো যেছি হ'ল। নৰচিং, হেবেৰা, ৰূপচিং কলিয়াপানীতে সিপুৰী হ'ল ; চিৰচিং, বনমালীহঁতক চাহাবহঁতে এৰি থৈ আহিল। সিহঁতক আনি হেনো তাহাঁতৰ কাম নহ'ব।

বিদ্রোহৰ কামত সি আৰু বনমালীয়ে কিমানবোৰ গুৰুতৰ সমস্যাৰ মুখামুখী হৈছিল আৰু সমাধান কৰিছে জোনাকী আৰু বতাহীৰ বাদে কেৱে নাজানে। দেশত দেখা দিয়া অৱস্থা প্ৰজাক বুজোৱা গুনোৱাত সি আহিল পাকৈত। ধেৰাৰ আগে আগে ফুলগুৰিত একেবাহে হোৱা পাঁচদিনীয়া মেলত ছয়ো ছয়োৰে চাঁ-টোৰ আছিল। তাক চিপাহীয়ে বন্দী কৰোঁতে বনমালী ওচৰতে থিয় দি আছিল আৰু তাক চিপাহীৰ হাতৰ পৰা মুকলি কৰিবৰ চল বিচাৰি ফুৰিছিল। চিঙ্গাৰ চাহাবক বাছুৰে যেতিয়া মূৰত খোঁচা মাৰি মাটিত বগৰাই দিছিল চিপাহীবোৰ ভয়ত ত্ৰাস্তমান হৈছিল, সেই সুবিধাতে চিপাহীৰ হাতৰ পৰা তাক বনমালীয়েই কাঢ়ি আনিছিল। বনমালীৰ আঘাতো লাগিছিল। এই হেন হৰিভকতজনৰ অবিহনে সিনো শান্তিৰে থাকে কেনেকৈ? বতাহী যদি জীয়াই আছে তাই যদি বনমালীলৈ অপেক্ষা কৰিছে— তাৰ কথা শুনি তাই ধৈৰ্য্য ধৰিব কেনেকৈ? সি উভতি আহিল, বনমালীয়ে নোৱাৰিলে, তাক চাহাবহঁতে নিনিলে তাই জানো মানিব কথাটো? তাৰ অবিহনে তায়েই বা শান্তি পাব ক'ত? তাই জীয়াই থাকিব কাৰ ভাৰসাত? জোনকীয়েই বা তাইক বুজাব কেনেকৈ?

অত বছৰ ঘৰৰ খবৰ সি একো পোৱা নাই। হওঁক তেও, সি তাৰ ঘৰখন পাবগৈ, গাওঁখন দেখিবগৈ, নিজৰ মানুহবোৰক লগ পাবগৈ। লৰালি কালৰে পৰা ঘটা সকলো ঘটনা তাৰ মনৰ পৰ্দাত ভাঁহিবলৈ

ধৰিলে। তাৰ অতিকৈ মৰমৰ জোনাকীৰ মুখখনি তাৰ চকুৰ আগত ভাঁহি উঠিল।

তাইৰ মন পোৱাৰ কেদিনমানৰ পিছৰ কথা।

আহাৰ মাহৰ ছুপৰীয়া। সি কঠীয়া আঠ আৰি ছ্যোলোঙাত গাঁঠি তাৰ যোকা দিয়া মাটিত পেলাবলৈ গৈছিল পথাৰলৈ। ভূঁই কই জোনাকী উভতিছিল ঘৰলৈ ছুপৰীয়াৰ আহাৰ খাবলৈ। আহাৰ মহীয়া ৰ'দত দিনটো ভূঁই কই তাই ভাগৰি পৰিবৰে কথা। পোন বাটটোৰে দূৰৰ পৰাই তাইক দেখি সি তেতেলি তলৰ ছাঁতে কঠীয়া তাৰ নমাই বাটলৈ পিঠি দি ৰ'ল নেদেখাৰ ভাও ধৰি। আঁৰ চকুৰে চাই আছিল তাইৰ প্ৰতিটো খোজ, প্ৰতিটো স্পন্দন।

চুটিকৈ পিন্ধা মেখেলা, ঠেক বোকা লগা চাদৰ। ৰ'দৰ জুয়ে পোৰা গালখন আগতকৈয়ো বেচি ৰঙচুৱা হৈছে। জোঙা নাকটোৰে বৈ পৰা চুলিটাৰিৰে তাইকচোন ভাগকৰা যেন নেলাগেই। আধা তিতা মেখেলাৰে চটক-চটক মাৰি, চাদৰৰ আঁচলত এটোপোলা কিবা, মুখত এমোকোৱা হাঁহি, খোজত চঞ্চল ভঙ্গীৰে ইফালে সিফালে চাই তাৰ ওচৰতে বৈ গলহি জোনাকী।

হঠাৎ দেখাৰ দৰে ভাও ধৰি সিয়েই আগতে মাতিলে:

জোনাকী, এতিয়াই আহিলিচোন। যিটো কোবেৰে অ'হিছ কোনোবা যেন ঘৰত তোলৈ বৈহে আছে।

আছেতো, কটহগুৰিৰ কোনোবা ডেকা এটা আহেহি বুলি খবৰ দিয়াত হে বেগাবেগিকৈ আহিছোঁ।

এমোকোৱা হাহিৰে তাই উত্তৰ দিলে।

কি কলি জোনাকী? কৰ ডেকা ল'বা আহিছে বুলিলি তইঁতৰ ঘৰলৈ?

কি ঐ, ডেকা ল'বা আহিছে বোলোতেই টিৰিং কৰি মাৰিলে নেকি তোৰ বুকুখন?

মাৰিবতো, তইনো তেনেকুৱা কথা কৱ কিয়? মই জানো তোৰ মুখলৈ চাই বৈ থকা নাই?

এঃ এঃ এওঁ মোৰ মুখলৈ চাই আছে বুলি ময়ো এওঁৰ মুখলৈ চাব লাগিবনে ?

ছিঃ, তই মোক বেয়া পাৱ জোনাকী ? তই……
এবিধা মাটিৰ বোকা কৈ আহিছোঁ বুজিছ ! এতিয়া এইবোৰ চুপতি মাৰিবলৈ মোৰ সময় নাই। আৰু এপুৰা ধান বানিব লাগিব আবেলিৰ ভিতৰতে। বুজিছ ?

হেৰ' জোনাকী। তোক দেখিলে চোন তই পথাৰৰ পৰা ফুৰিহে আহিছ যেন লাগে। তোৰ চকুৱে-মুখে ভাগৰ লগাৰ চিনকে নাই। চকু তিৰবিৰ, গাল তেজৰঙা, খোজ চঞ্চলা চপলা…… খিতখিত কৰে হাঁহি জোনাকীয়ে যাবলৈ ধৰি ক'লে :

যা যা— বেগতে যাগে। মই তইঁতৰ বোকাৰ কাৰৰ বতিয়াই দিয়েই আহিছোঁ বৌটিয়েৰৰ কঠীয়া তেতিয়াই এমুঠি মানহে আছিল, এতিয়া চাগে এনেয়েহে বৈ আছে। পুৱাতে সোনকালে উঠি লগাকৈ কঠীয়া কিডাল আগতীয়াকৈ পেলাই দিব নোৱাৰ ?

কথাষাৰ কৈয়েই তাই ঘৰৰ ফাললৈ খোজ পেলালে।

থাপ মাৰি তাইৰ হাতখনত ধৰি সি মুখখনত চুমা এটা আঁকি দিলে, তাই মুখখন আঁতৰাই নিনিলে; তাৰ নাকটোত আঙুলিৰে টোকৰ এটা মাৰি দি ক'লে :

ধেৎ।

বেগাবেগিকৈ তাই খোজ ললে ঘৰৰ পিনে।

আঁৰ নোহোৱালৈকে তাইৰ পিনে চাই ৰ'ল সি অতি আনন্দেৰে, প্ৰফুল্লিত মনৰে। জোনাকীয়ে তাক প্ৰাণভৰি ভাল পায়, সিয়ো তাইক আপোন কৰি পাবলৈ বিচাৰে একেবাৰে।

তৃপ্তিৰ স্মৃতিত এটা আনন্দৰ হাহি বিৰিঙি গল তাৰ মুখৰ ওপৰেদি। কিন্তু খন্তেক পাচতে তাৰ মুখখন বিবৰ্ণ হৈ গ'ল কিবা নতুন দুঃচিন্তাত। সি যেন জোনাকীক সন্মুখতে দেখিলে। তাইৰ আচৰিত মৰম সনা চকুহালৰ চাৱনী, ফুলৰ পাহীৰ দৰে কোমল ৰঙচুৱা ওঁঠখন যেন

কঁপিছে। সি চকুপানী মচিলে। চকুপানীৰ লগত উচুপনি শব্দ হ'ল। আগৰ অতৃপ্ত আত্মাৰ বেদনাৰ কান্দোন আৰু তাৰ অন্তৰাত্মাৰ উচুপনি যেন একাকাৰ হ'ল। তাৰ কঁপনি উঠিল; অনাগত সম্ভাৱনা তাৰ চিন্তাত খেলি-মেলি লাগিল।

তাই কিজানি কাবোবাৰ লগত গুচিয়েই গ'ল? নাই নাই—তাই তেনেকুৱা তিৰোতা নহয়। সি তাৰ নিজৰ মনটোক প্ৰবোধ দিলে।

কিন্তু তাই যদি এই সংসাৰতে......

ওঁহো, হবই নোৱাৰে। তেনে অঘটন কেতিয়াও নঘটে। প্ৰভু ইমান নিৰ্দয় নহয়, ইমান কঠোৰ হ'ব নোৱাৰে। তালৈ তাই বাট চাই আছে। চকু মুমুৰালৈকে তাই তালৈ অপেক্ষা কৰিব, সি তাইৰ কথা ভালকৈয়ে জানে। জোনাকীক অন্যে তাতকৈ বেছি জানিব নোৱাৰে। তাই তাক কিমান ভাল পাইছিল, কিমান চেনেহ কৰিছিল! সিয়ো জানো তাইক হিয়া উবুৰিয়াই মৰম কৰা নাছিল?

তাক দেখি তাই কিমান আনন্দিত হ'ব! তাই তাৰ ওচৰলৈ লৰ মাৰি আহিব, ভৰিত পৰি কেঁকুৰি কেঁকুৰি কান্দিব। তাইৰ আনন্দৰ চকুপানীয়ে তাৰ ভৰি কিটা তিয়াই পেলাব। সি তাইক সাৱটি ধৰি ক'ব:

মই আহিলোঁ জোনাকী, একেবাৰে আহিলোঁ। সদায় তোৰ ওচৰতে থাকিম, জোনাকী সদায় থাকিম, চকু মুমুৰালৈকে থাকিম জোনাকী।

ক'ত সপোনেই যে নেদেখিলে সি।

মাকৰ কথা তাৰ মনত পৰিল। মাক বাৰিকা। মনটো তাৰ আকৌ সেমেকি গ'ল। মাক নিশ্চয় ইহ-সংসাৰত নাই। মৰিবৰ সময়তো সি মাকক নেদেখিলে। দহ মাহ দহ দিন গৰ্ভ ধাৰণ কৰি যাকে তাক জন্ম দিলে, কোলাত লৈ তুলি-তালি ডাঙৰ-দীঘল কৰিলে। মাকে তাৰ গাত টোপ এটাও পৰিবলৈ নিদিছিল। মাকৰ মৰমৰ ধাৰ সি শুজিব নোৱাৰিলে। তাৰ জন্ম লোৱাটোৱেই অসাৰ হ'ল। বাপেকে তাক

কেতিয়াবাই এবি গ'লগৈ। বিধবা মাকজনীৰ মৰণৰ সময়তো অকণমান পানী মুখত দিবলৈ সি নেপালে। মাকে চাগৈ তাক বাবে বাবে বিচাৰিছিল। চিঞৰি চিঞৰি হয়তো কৈছিল : বাছ অ' বাছ জনলৈ আহচোন, এবাৰ তোক চাই যাওঁ—এবাৰ মাত্ৰ এবাৰ!

চাবা কেনেকৈ দুখুনী আই; মইতো নিজে আঁতৰি থকা নাই। দুখ তোমাৰ গুচাবলৈ যাওঁতেই মোৰ এই দুৰ্দশা হল! তুমি মোক ক্ষমা কৰা আই। চকু যোৰ তাৰ সেমেকি গ'ল : তুমি যতে আছা তাৰে পৰাই মোক আশীৰ্বাদ কৰা আই, যি কাৰণৰ ফলত মই মৰণৰ সময়তো তোমাৰ ওচৰত একদণ্ড থিয় দিবলৈ নাপালোঁ, তোমাৰ মুখ দেখিবলৈ নাপালোঁ। সেই উদ্দেশ্যতে যেন মই ফলবতী হওঁ, দুখুনী মাতৃক যেন মুক্ত কৰিব পাৰোঁ চিৰ বন্ধনৰ পৰা। এইকণ আশীৰ্বাদেই মোক দিয়া আই। তোমাৰ চকুৰ পানীৰ যেন সাৰ্থক হয়। মই জানো তুমি মোক ক্ষমা কৰিবা, তুমি মোক আশীৰ্বাদ দিবা। ৰণলৈ যোৱাৰ দিনাও তুমি মোক চুলি চিঙ্গি আশীৰ্বাদ দিছিলা, উদ্দেশ্য সফল হ'ব বুলি কৈছিলা। তেতিয়া উদ্দেশ্য সফল নহল সচাঁ, এতিয়া আমি উদ্দেশ্য সফল কৰিম, শেষ টোপা তেজ দি বন্দিনী মাতৃক উদ্ধাৰ কৰিম—আকৌ স্বাধীন কৰিম। এই আশীৰ্বাদ মই পাম।

বহু সময় সি নিমাতে থাকিল। অজান আশঙ্কাই তাক আগুৰি পেলালে। বৌটিৰে যদি তাহাঁতক মাউৰা কৰিলে তেন্তে জোনাকী থাকিব ক'ত? সোদৰৰ ভাই মনধন আছে। সি জানো তাইক অনাদৰ কৰিব? নকৰে—সি কেতিয়াও তাইক অনাদৰ নকৰে। সিতো তাক কম স্নেহ কৰা নাছিল, কম মৰম কৰা নাছিল। দলনীৰ মাটি খিনিৰ আধাখিনি একৰঙন পানীত সদায় ম'হৰ হাল সিয়েই বাইছে, এদিনো তাক দলনীত হাল বাবলৈ কোৱা নাই—কৰবাত কষ্ট পাব, দুখ পাব বুলিয়েইতো অকলে অকলেই সি দলনীৰ খেতি কৰিছে। মনধনে তাক আদৰ কৰে, তাৰ মন বুজি পায়; সি জোনাকীক চাব, জোনাকীক এলাই-

এখালি হ'বলৈ নিদিয়ে। কিন্তু সি যদি তাত নায়েই? সিহঁতৰ পৈতৃক ভেটিটো বা আছেনে নাই? বাপেকে সজা টুপ ভঙা শালকাঠৰ ঘৰটোৰ বা বিলৈ হৈছে কি? কলঙে যদি ভেটিটোকেঁ উটুৱাই নিলে? কোনে জানে বিধিৰ লিখন! সহস্ৰ অপায় অমঙ্গলৰ কথাই বেৰেবিবাং লগালে তাৰ মনত। মনধন যদি তাত আছে ঘৰটো ভালকৈ ৰাখিব পাৰে। কপিত মাটি কিপূৰা যদি আছে সিহঁতৰ কষ্ট হ'ব নেলাগে। মনধনেও চাগে বিয়া-বাক কৰাই পো-পোৱালিৰে সুখে-সন্তোষে আছে। বাহনী-ডৰাৰ বাঁহ-কাঠবোৰেৰে চাগে আগৰ দৰেই খৰি-খেৰৰ জেঠা মাৰি আছে। আগৰ দৰেই চাগে এগোহালি গৰু, হাঁহ-পাৰেৰে ঘৰ ভৰি আছে। ঘৰৰ মুখৰ গুটি-ভঁৰালটো চাগে ধানে ঠাহ খাই আছে। মাহ-সৰিয়হ আগৰ দৰেই হয়তো পাইছে। বাৰীৰ লাও, বিলাহী, আলু-কচুৰো অভাৱ হ'ব নেলাগে। লোণৰ বাহিৰে সিহঁতে আৰু গাঁৱৰ মানুহেতো একোকে কিনিব নেলাগে। জোনাকীয়ে চাগে আগৰ দৰেই পদূলি মুৰলৈকে সাৰি-পুচি ধুনীয়াকৈ ৰাখিছে। কাউৰীয়ে কা নকৰোঁতেই উঠি-মেলি আগফাল পিছফাল সাৰি মুচি গাই দুহি গোহালি সাৰি চাগে ঘৰ-ঘৰোৱাহিকে পুৱাৰ চা-জলপান খুৱাইছে। জুতিয়ে জুতিয়ে গামোচা, চাদৰ, চেলেং, চুৰিয়া তাই চাগে বৈয়ে আছে। তুলসীৰ গুৰিত চাকি তাই জ্বলাই আছে নে নাই তাৰ সন্দেহ উপজে। বৌটিৰ অবিহনে থাপনাৰ চাকি-বন্তি কিন্তু তাই নিদিয়াকৈ নেথাকিব। তাই বাৰু সি জীয়াই আছে বুলি ভাবিছেনে চাগে? তাই বাৰু সেন্দুৰৰ ফোট লৈয়েই আছেনে? তাক দেখি চাগে তাই উচপ খাই উঠিব। আনন্দতে তাই কান্দি পেলাব। কিন্তু তাই যদি ......

মনত আকৌ খোকোজা লাগে।

তিৰোতাৰ কথাত পৰি মনধনে যদি তাইক বেলেগ কৰি দিছে, তাই বা চলিছে কেনেকৈ? খোৱা-বোৱাৰ কষ্ট পোৱা নাইতো? সিহঁতবোৰেৰা মাটিৰ খাজানা দিছে নে নাই? বাকী থকা কপিত মাটি কিডবা আগৰ বাবৰ দৰে মৌজাদাৰে কাঢ়ি নিয়া নাইতো?

অনাগতৰ চিন্তাত সি ডুব খাই পৰিল।

সি মৃত্যুৰ কথা জানিলেই বনমালীৰ 'বৈশীয়েক' কেনেকৈ কন্দাকটা চিঞৰ-বাখৰ মাৰি আহিব। সি তাইক কি বুলি বুজাব; কি বুলি সান্ত্বনা দিব! চাহাবহঁতে তাক মাৰিলে বুলিলে তাই বিশ্বাসেই নকৰিব। চিৰদিনৰ মানুহজনী বোধহয় নাই। সিহঁতক অনাৰ সময়তেই তাইৰ টান নৰিয়া। যদিহে জীয়াই আছে তাক এৰি আহিলোঁ বুলি জানিলে তাই গালি-শপনি পাৰিব; অথবা শাওপাত দিব। ৰূপচিং অকলশৰীয়া মানুহ। ল'ৰাহঁতকে খবৰটো দিবগৈ লাগিব। চাহাবহঁতে শকত-আৱত কিটাকহে বুটলি আনিছে বুলিলে তাইতে বুজিব। ময়চিঙৰ ল'ৰাটো চাগৈ ডাঙৰ-দীঘল হৈ ঘৰ-সংসাৰ পাতিছে। তাৰ মৰণৰ খবৰটো পালে কন্দা-কটা কৰিব, হায়ে-বিয়ে কৰিব। বেচেৰাই কাকো কষ্ট নিদিয়াকৈ এদিনৰ জৰতে তাইতক এৰি গ'লগৈ। হেবেৰাৰ বৈশীয়েক থামিডাঠ মানুহ, তাইক বুজালে বুজিব। হেবেৰা আগৰে পৰাই বেমাৰী আছিল। কলাপানীৰ হাৱা-বতাহে তাক চুবহবো নুমুৱালে। ৰূপচিঙৰ ঘৰলৈ বুজাই-বঢ়াই তাইকে পঠালেই ভাল হ'ব।

বণৰ কথা মনত পৰিলত বিচাৰৰ নামত লুকাভাকু খেলাত তাৰ খং উঠি গ'ল। কটহগুৰিৰ লক্ষণচিং সেনাপতি, ঔগুৰি চংবৰ লালুং, টোপাকুছিৰ বংবৰ ডেকাক ফাঁচি দিয়াটো অন্যায় বিচাৰ হ'ল। সিহঁতক ফাঁচি দিয়া ঘটনাই মানুহৰ মনত গভীৰ সাঁচ পেলাইছে চাগৈ? মানুহৰ মনৰ পৰা এই দাগ মোচ যাব নোৱাৰে। সিহঁত সকলোৱে হৈ সিহঁতে জীৱন উচৰ্গা কৰিলে। চন্দ্ৰ-দিবাকৰ থকালৈকে খেতিয়কে মানুহে—খাটি খোৱা মানুহে সিহঁতক মনত ৰাখিব। লক্ষণচিং সেনাপতিৰ ল'ৰাহঁতে ইয়াৰ পোটক তুলিব পাৰিবনে? চাবৰ লালুং, বংবৰ ডেকা অবিবাহিত আছিল। মাক-বাপেকহঁতে এতিয়ামানে কিজানি ঢুকাল। কান্তি লালুং, থদা লালুং, জব লালুং, কাতিয়া লালুং, মহী কোচ, কলি ডেকা, নাৰায়ণ জেলৰ পৰা আহি চাগৈ

[illegible] কৰিছেহি। তাকে [illegible] ধৰ [illegible] ইঁহঁতক [illegible] লব লাগিব। আটাইকিটা হিতাৰ্থী মানুহ, নহলে ইঁহঁতে [illegible] মেলেলাৰ। ইঁহঁতে তাক নিশ্চয় সহায় কৰিব। ইঁহঁতক লৈ সি আকৌ নতুনকৈ আৰম্ভ কৰিব।

কতনো কথা তাৰ মনত অহা যোৱা কৰিছে।



# দুই

হঠাৎ বতৰটো ওলটি আহিল। মেঘে গাজিছিল। মাজে মাজে বিজুলীৰ চমক। বৰষুণ পৰিছে। ছিটিকনিৰ এটা দুটা ছিটা তাৰ গালে-মুখে পৰিছে। সি তাৰ পাৰি লোৱা কাপোৰ-কানিবোৰ আৰু অলপ ভিতৰলৈ টানি ললে। খোটালীত জ্বলি থকা বিজুলী-বাতিটোৰ পোহৰ নায়েই। ঢিমিক-ঢামাক কৈ জ্বলিছে। ভিতৰত মানুহবোৰে কি কৰিছে সি ভালকৈ দেখা নাপায়। মেঘৰ গাজনি আৰু বৰষুণৰ চপ-চপ শব্দ শুনি শুনি হেলান দি পৰি থাকি সি ভাবিছে। হয়তো তাৰ দৰে এই মাজ নিশা আৰু এজন সাৰে আছে। তাৰ মনটো তেতিয়া আজিৰ পৰা অতীতলৈ ক্ষিপ্ৰ গতিৰে অহা-যোৱা কৰিছে। মুখত প্ৰতিফলিত হৈছে অলেখ অনামী উৎকণ্ঠা। এখন সুখৰ সংসাৰ পাতিব বুলি আশা কৰিছিল সি। পিছে নহ'ল। সৰুৰে পৰা ডাঙৰ-দীঘল হোৱা ঘৰখন, মৰমৰ জোনাকী, গাঁওখন— য'ত সি সাঁতুৰি-নাদুৰি উমলি ফুৰিছিল - তাৰ আজি বৰকৈ মনত পৰিছে। উৰি গৈ সোনকালে সেইখিনি পাবলৈ উৎকণ্ঠিত হৈ পৰিছে।

কিছু কওনা যে বান্ধ, তৰ হল কি ?

—নিতায়ে সুধিলে।

তাৰ মনটো উৰি গৈ গাঁৱত ঘৰে ঘৰে সোমাই ফুৰিছিলগৈ। নিতায়ে বুজিব কেনেকৈ ?

চিৰচিং, বনমালী, ৰূপচিঙৰ ঘৰতে নহয়, লৰালি কালত প্ৰতিঘৰত ঘটা ঘটনাবোৰ তাৰ এটা এটাকৈ মনত পৰিছে। গাঁৱৰ প্ৰতিজন মানুহৰ মুখবোৰ, প্ৰতিঘৰ মানুহৰ আগফালবোৰ, বাট-ঘাট, বৰগছ জোপা, তাৰ তলৰ চাংখন, কাষত কলহ লৈ পাৰ হোৱা গাভৰু জাক, ঠাট্টা-মস্কৰা কৰা

ডেকাসোপা এটা এটাকৈ চকুৰ আগত জিলিকিবলৈ ধৰিছে। এটা সমস্ত সি গৈ গাঁৱৰ নামঘৰৰ সন্মুখত থিয় দিলেগৈ। মনত পৰি গ'ল এটা এটাকৈ কাচুতি পিন্ধা দিনৰ পৰা দায়ত পৰা দিনলৈকে। এই নামঘৰত ঘটা প্ৰতিটো ঘটনাৰ কথা, এইটো অকল নামঘৰেই নহয়, এয়া গাঁৱৰ পঞ্চায়তৰ থলী, গীত-মাত, খোল-তালৰ বিদ্যাভৱন, এয়া নাট-ঘৰো। এই নামঘৰতে কতজনা ঘটনা নঘটিছে তাৰ জীৱনত। মনত পৰিছে নামঘৰৰ মূল মানুহ দয়াৰাম মেধিৰ কথা, ৰামচৰণ সাতোলাৰ কথা, বড়বাঁই বায়নৰ কথা। এওঁলোক চাগৈ এতিয়া আৰু নাই! প্ৰতি দিনেই হোৱা নাম-প্ৰসঙ্গ, সন্ধ্যাৰ লগে লগে হোৱা ডবাৰ কোব, শঙ্খ-ঘণ্টাৰ ধ্বনি হয়তো এতিয়াও হৈয়ে আছে অবিৰাম। এই নামঘৰ তাৰ জীৱনৰ লগত জোৰা। ইয়াতে বহুবাৰ সি ভাওনাত ভাও লৈছে, ৰাজহুৱা পালনাম পাতিছে। জোনাকীক বিয়া কৰাবলৈ ওলাওতে ইয়াতেই মূৰ দোৱাই ঈশ্বৰৰ কৃপা বিচাৰিছিল। ৰাইজে হৰিধ্বনিৰে আশীৰ্বাদ দিছিল। উভতি আঁহোতেও নামঘৰত মূৰ দোৱাইহে সিহঁত ঘৰত সোমাইছিল। ইয়াতেই ৰাইজক বৰ ভোজ দিছিল। ইয়াতে সি কতবাৰ পঞ্চায়তৰ বিচাৰ শুনিছিল। মৌজাদাৰ দেউতা, মন্ত্ৰী কোচ, সি কতবাৰ ইয়াতে মেল পাতিছিল। ৰাইজক বগা বঙ্গালৰ অত্যাচাৰ, উৎপীড়নৰ কথা কৈছিল, বাঢ়তি খাজানা নিদিবলৈ ৰাইজক বুজনি দিছিল; আফিং খোৱা বন্ধ কৰিবলৈ ৰাইজক ভৰিয়ে হাতে ধৰিছিল। নদীৰ বালিচৰত ফৰিংতলীবোৰত আফিঙৰ খেতিৰ পৰিবৰ্তে মাহ-সৰিয়হৰ খেতি কৰিবলৈ বুজাইছিল। খেৰণি বান্ধিবলৈ পৰামৰ্শ দিছিল। ৰাইজে তাৰ কথা শুনিছিলে'। সি দায়ত পৰা বছৰৰ আগৰ তিনি বছৰত গাঁৱৰ কেৱে আফিঙৰ খেতি কৰাও নাছিল। এই নামঘৰতে সি আৰু লক্ষ্মণচিং সেনাপতিয়ে চাহাবহঁতৰ বিৰুদ্ধে ৰণলৈ সাজু হ'বলৈ গাঁৱৰ ডেকাবোৰক আহবান দিছিল—সৈমান কৰাইছিল। গোসাঁই প্ৰভু গাঁৱলৈ আহিলে এই নামঘৰতে খুটি মাৰিছিল, শৰণ-ভজন দিছিল। সি কিন্তু ইয়াত শৰণ লোৱা নাছিল। গোসাঁই প্ৰভুৱে

বয়লছলকলক আমাববোবব কথা সঁচা বুলি আক ডেকাইতব লগতে তেওঁলোককো থাকিবলৈ কৈছিল। গাঁৱৰ বব নাওখন আক বাঘজেটা জালবোবো এই নামঘবতে সযত্নে বাখিছিল। এই বিয়াগোম নাম ঘবটো, মণিকুটটো ফুলকটা সিংহাসনবে সৈতে আগব ঠাইতেই থাকিব পায়! গকগুপক্ষীয়ে পাখি মেলি থকা সিংহাসনখন নাবায়ণব বাপেকে সাজিছিল।

তেতিয়া গাঁৱত ছকুবি ছুখবহে মানুহ আছিল। কমাব-কুমাব-মিস্ত্রী নিজব ভিতবতে আছিল। চমাব-নাপিতবো প্রয়োজন নাছিল। এতিয়া চাগে মানুহ বহুত বেচি হ'ল। গাঁৱব ইজনব প্রতি সিজনব যি মবম-চেনেহ, বিপদে আপদে ইজনক সিজনে সহায় কবাব যি স্বভাব আছিল এতিয়াও চাগে বৰ্ত্তি আছে। সমাজব বান্ধ চাগে আগতকৈয়ো দৃঢ়তব হৈছে। গাঁৱব মানুহবোব চাগে আগতকৈ বেচি শিক্ষিত, জনা-বুজা হ'ল। সকলো ল'বা-ছোৱালীয়ে চাগে পঢ়া-শুনা কবিছে। মানুহ-বোবব খোৱা-লোৱাব ছখ এতিয়া নায়েই। আগব দবেই চাগে গাঁওখন স্বয়ং-সম্পূর্ণ হৈয়েই আছে।

বাতিপুৱাওতে দুপুৱাওতে দয়াবাম মেধিব শোৱাব পবাই জোবা বৰগীতব সুললিত সুব 'উঠবে উঠ বাপু …' এতিয়াও চাগে কোনো-বাই গায়। এতিয়াও চাগে গীতব সুবত সাব পোৱা খেতিয়কে গক গাই লৈ হাললৈ ওলাল। জোনাকী, বতাহী, মইনা পেহীহঁতেও চাগে বৰগীতব সুবে সুবে শোৱাপাটী এবি গক-গাই দোহে, চোতাল সাবি দৈনন্দিন কামত লাগি যায়।

সিহঁতব দবে এতিয়াও চাগে মানুহবোব বিহুব নামত বলিয়া। জ্যেষ্ঠ-জনক সেৱা, কনিষ্ঠক চুমা, ঘবে ঘবে চিবা-পিঠা-সান্দহব যোগাব একেবেই আছে। তামোল-পাণ লৈ গুৰুজনব চৰণ চুই সেৱা ধৰা প্রথা নিশ্চয় এতিয়াও বিদ্যমান। বহাগ বিহুব বং, মাঘ বিহুব ভোগে বাইজক এতিয়াও মতলীয়া কবিছে চাগে। আজিব জোনাকী, বতাহী-হঁতে পথাবব চুকত জোপোহাব আঁবত বিহু নাচ চাগে নাচিয়েই আছে।

মন মিলা চুলীয়া, নাচনী এতিয়াও চাগৈ কিছুতে অন্তৰ্ধান হয়।

এবা, আছে কুৰি বছৰে সি গাবলৈ, নাচিবলৈ, নাপালে। এইবাৰ সি মন খুলি বজাব ঢোল, পেপা, গগনা— বতাহত উবি উবি নাচিব জোনাকী, বতাহীহঁতে।

সি অহা বছৰটোতে গাঁৱৰ আলিত হৈছিল হোবোসনী বোকা। আগৰ বছৰ গাঁৱৰ ডেকা ল'ৰা গোটাই সিয়েই আলিটো ওখ-পাখ কৰিছিল। তথাপি আলিটোত হোবোসনী হ'ল। বাৰিষাৰ পিছতে আলিটো বান্ধিবলৈ বাইজক সি মান্তি কৰোৱাইছিল। আলি মূৰৰ উত্তৰ ফালৰ বাঁহ গছজোপা উঠাই দি সৰহীয়াকৈ মাটি দিলেই বাৰিষা গাঁৱত গোট খোৱা পানীখিনি সহজে ওলাই গলহেঁতেন। বাঁহজোপা উঠাই পেলোৱাত অমান্তি নহ'বলৈ সি সাতোলাক সৈমান কৰোৱাইছিল। মনহৰিয়েও শিমলুজোপা কাটি পেলাব বুলি তাক কথা দিছিল। বাৰিষাৰ পিছতে আলি বন্ধাৰ বতৰতে লাগিল লেঠাটো। আলি বান্ধিবলৈ সিহঁতে নাপালে। তাক আৰু গাঁৱৰ বহুতকে ধৰি আনিলে চিপাহীহঁতে। এজাকতো পলাই গঁও এৰি গ'ল ক'ৰবালৈ। এতিয়ামানে চাগৈ আলিটো ভাল হ'ব পায়!

আলিৰ দাঁতিতে থকা বুঢ়া বৰগছজোপা আগৰ ঠাইতে থাকিব পায়। বৰগছৰ তলত থকা বাঁহৰ চাঙখনেই আছিল সিহঁতৰ আবেলি বহাৰ ঠাই। সেই ঠাইতে বহি সিহঁতে মনৰ কথা পাতিছিল। এতিয়াও চাগৈ ইয়াতেই গাঁৱৰ ডেকাসোপা গোট খায়হি— এতিয়াৰ জোনাকী, বতাহী-হঁতৰ লগত চুপতি মাৰেহি।

তাহানিৰ কথাই তাৰ মনটো উখল-মাখল লগায়। এই বৰগছ-জোপা, এই চাঙখন তাৰ জীৱনৰ লগত জড়িত বহু কথাৰ সাক্ষী। ইয়াতেই জোনাকীৰ লগত তাৰ আত্মীয়তা গঢ়ি উঠিছিল। কলঙলৈ পানী আনিবলৈ যোৱা জাককুৰা ছোৱালীবাহলৈ খাপ লৈ সি এই বৰগছৰ তলৰ চাঙখনতে ক'ত সময় অতিবাহিত নকৰিছিল! কাষত কলহ লোৱা গাভৰু জাকৰ একেবাৰে পাচত অহা জোনাকীৰ মাত এবাৰ নেপালে সি

শান্তি নেপাইছিল। তায়ো তাক এদিনলৈ নেদেখিলেও থাকিব যে নোজাবিখিন সি ভালকৈয়ে বুজিছিল। বতাহীয়েও তাইহঁত দুয়োৰে মনৰ কথা জানিছিল। সিহঁতেও জানিছিল বনমালী-বতাহীৰ কথা। আঠ বছৰে সি তাৰ ঘৰৰ, গাঁৱৰ একো খবৰেই নাজানে। হয়তোবা এই সময় চোৱাত বহুতো পৰিবৰ্তন হৈছে, বহুতো ন-ন ঘটনা ঘটিছে। কেইবছৰমানৰ আগতে হৰিবক কলীয়াপানীলৈ আনিছিল মেৰাবাৰীৰ পৰা। হত্যাৰ গোচৰত অপৰাধী। দেউবালিৰ কথা সি একোকে ক'ব নোৱাৰে। সিহে আমাক কৈছিল ঃ এতিয়াও হেনো নগাঁৱৰ বাট-ঘাটৰ একোকে উন্নতি হোৱা নাই। নতুনকৈ নগাঁও চহৰৰ পৰা কঠীয়াতলীলৈ, কঠীয়াতলীৰ পৰা ডিমাপুৰলৈ, ডবকাৰ পৰা কাছাৰলৈ সৰু ৰাস্তা হৈছে। চাহপাত কঢ়িয়াবৰ সুবিধা কৰিবলৈ এটা ৰেল-আলি বহুৱাইছে। দেউবালিৰ ওচৰেদিয়েই ৰেল-আলিটো গৈছে। চাপৰমুখত বোলে ৰেল ৰয়। বাট-পথৰ হেনো ভীষণ অসুবিধা। হিংস্ৰ জন্তুৰ অত্যাচাৰৰ কাৰণে অলৈ-তলৈ অহা যোৱা কৰাটো বিপদজনক হৈয়ে আছে। দুই এটা লুৰলুৰীয়া পথ কিছু আহল-বহল হৈছে। মটৰ-গাড়ীও বোলে কেৰাখনো চলিছে। হয়বৰগাঁৱৰ মেঘৰাম কেঞাই হেনো লৰিগাড়ী এখন কিনিছে। মৰাপাট আনিবলৈ কেঞাৰ গাড়ী গাঁৱে-ভূঁৱেও যায়। নগাঁও চহৰৰ সোঁ-মাজতে থকা কলং নৈৰ ওপৰত আগৰ কাঠৰ দলঙৰ ঠাইতে আন এখন দলং সাজিছে। সি গাঁৱত থকা সময়ত দেউবালিত বাৰিষা ইপাৰ-সিপাৰ হ'বলৈ কলঙৰ ওপৰত কেৰেপাদি বাঁহ বান্ধি সাঁকো দিহে মানুহ অহা-যোৱা কৰিছিল। খৰালি নদীৰ বুকুৱেদিয়েই কাছুটি কোঁচাই মানুহ পাৰ হৈছিল। এতিয়া মানে চাগে তাতো কাঠৰ দলং হ'ল।

নগাঁও চহৰৰ কলঙৰ ওপৰত দিয়া প্ৰথমখন দলং সি দেখিছে। তাৰ বাপেক মুহিধৰ আৰু দেউবালি গাঁৱৰ বহুতো মানুহে অন্য গাঁৱৰ বাইজৰ সৈতে দলং সজা কামত লাগিছিল। গাঁৱৰ

মানুহৰ লগত সিয়ো দলং চাবলৈ আহিছিল। তাৰ ভালকৈ মনত আছে ভেতিয়া তাৰ ১৫ বছৰ হৈছিল। ১৮৪৭ চনৰ বহাগ বিহুৰ দিনা পোন প্ৰথম দলঙৰ ওপৰেদি মানুহে অহা-যোৱা কৰিবলৈ দিছিল। সেইবাৰ বিহুত পিতাইক সেৱা জনাবলৈ অহা ওচৰ-চুবুৰীয়াৰ আগত দেউতাই দলং সজা কামটো যে এটা নাভূত-নাশ্ৰুত ঘটনা হ'ল— বাৰে বাৰে ক'বলৈ নেপাহৰিছিল।

দেউতাই কোৱা কথাবোৰ মনত পৰিলে এতিয়াও তাৰ হাঁহি উঠি যায়।

নাশ্ৰুত-নাভূত কথা নহয়নে বায়ন? দলং জানো ইহঁতে ৰাখিব পাৰিব? কলং নৈত দলং থাকিবনে? যোৱাহে যোৱা, অ'ত মানুহৰ কষ্ট অথলে যাব। দীঘলে ৪০৪ হাত, বহলে ১০ হাত প্ৰমুঠন, ওখ হ'ল ২০ হাত। শাল খুটাবোৰ ২৭ হাত ওখ, ৭ হাত আঁতৰে আঁতৰে তিনি শাৰীকৈ পুতিছে। বলিয়া বানত ৰ'বনে এইখন দলং? —বন্ধু বায়নক উদ্দেশ্য কৰি দেউতাই কৈছিল।

এতিয়াইনো নবব বুলিলে কিয়? কিজানি ৰয়েই। কত' এনেকুৱা নতুন নতুন কথা হ'ব লাগিছে। চৰকাৰে টকা তিনিশহে খৰছ কৰিছে, গোটেইবোৰ চোন বাইজৰ পৰিশ্ৰমেৰে কৰা। উটি গলে বাইজৰ পৰিশ্ৰমহে অথলে যাব। চাহাবহঁতৰনো ক্ষতি হ'ব কিটো? —বন্ধু বায়নে উত্তৰ কৰিলে।

এৰা, বাটলাৰ বোলা এই জিলাৰ চাহাবটোৱে চৰকাৰৰ ধন খৰছকে কৰিব নোখোজে যেন তাৰ বাপেকৰ ঘৰৰ পৰাহে যাব। —ইমান পৰে শুনি থাকি নোমলে মন্তব্য কৰিলে।

হ'লেও এই চাহাবটোৰ বুদ্ধি আছে নোমল। কলঙৰ ওপৰত দলং থিয়কৈ ৰাখিব পাৰিব বুলি আনকি সেৱানেও ভবা নাছিল। দলং সজা ঠাইৰ পৰা জটীয়াই চহৰৰ ভিতৰতে মণিৰাম দেৱানৰ এখন ঘৰো আছিল। তেওঁ নৌকাৰেহে নগাঁৱলৈ অহা-যোৱা কৰিছিল। —বন্ধু বায়নে বিজ্ঞৰ দৰে ক'লে।

দেৱানৰ শিৱসাগৰ আৰু দেৰাপুঞ্জিতো দুখন ঘৰ আছিল। শিৱসাগৰৰ ঘৰতহে তেওঁ বেছি দিন কটাইছিল।

—দেউতাই ৰায়নৰ কথাত এটুকুৰা যোগ কৰি দিলে।

ৰহিয়াল বৰুৱাৰ ঘৰলৈ দেৱান অহা-যোৱা কৰা কথা আমি জানোৱেই নহয়। কেনে গহীন গম্ভীৰ মানুহজন। দেখিলেই শ্ৰদ্ধা ওপজে। —নোমলে ক'লে।

পিছৰ ফালে এই দলঙখনৰ ওচৰতে ভাপনাও বৈছিলহি। ভাপনাও আহি ইয়াত থকা কিদিন জাহাজ চোৱা মানুহৰ মেলা লাগিছিল। জাহাজ চাবলৈ গাঁৱৰ মানুহৰ লগত সিয়ো গৈছিল। জোনাকী, তৰামাই, ৰতাহীহঁতো সিহঁতৰ লগতে গৈছিল। মিল নামৰ চাহাব এজন আহিছিল বুলি সি দেউতাৰৰ মুখে শুনিছিল। ১৮৫৩ চনৰ জুন মাহৰ ২৮ তাৰিখে চাহাবৰ ভাপনাও প্ৰথম ইয়াত বান্ধিছিল। মিল চাহাবক ৰাজহুৱা দৰ্খাস্ত দিবলৈ ৰহিয়াল বৰুৱাই তাৰ দেউতাককো মতাইছিল বুলি গাঁৱৰ মানুহক দেউতাকে প্ৰায়েই সগৌৰৱে কৈছিল।

হৰিবৰ কথা শুনি তাৰ পুৰণা কথাবোৰ মনলৈ আহিছিল। চহৰৰ মধ্যবিত্ত মানুহবোৰে আৰামত গা ঢালি দি দহৰ দুখ-কষ্ট চিন্তা নকৰা কথ মনত পৰিলে তাৰ বেয়া লাগি যায়। এই মানুহবোৰে নিজৰ জাতিৰ গৌৰৱ আৰু ঐতিহ্যৰ কথা একেবাৰে নভৰা কথাটোতহে সি আচৰিত হৈ যায়। কোনো কালে পৰাধীন নথকা এই মানুহবোৰে ইমান সোনকালেই সাত সাগৰ তেৰ নদীৰ সিপাৰৰ পৰা অহা বগা বঙ্গালৰ ওচৰত ইমানকৈ লেতু-সেতু হ'ব বুলি সি ভাবিবই নোৱাৰে। আমিন, মুন্সিফ হোৱাৰ লোভত ইমানকৈ নিজ মানুহৰ কথা পাহৰিব বুলি ভাবিলেই মনটো কিবা কিবি লাগে। চিৰস্তাদাৰ, দাৰোগাৰ চাকৰি পালেই সকলো পালোঁ বুলি ভবা মানুহবোৰলৈ তাৰ ঘিণ লাগি যায়

নিজে একোকে নকৰি এই সোপা মানুহে জাতিটোৰ সৰ্বনাশ

কৰিলে। চাহাবহঁতৰ অত্যাচাৰৰ বিৰুদ্ধে সিহঁতে মাত মাতোতেই সিহঁত লগত নাথাকিলে সিহঁতৰ চকুৰ আগতে স্কচ চাহাবে হাজাৰ বাইজক বৰ চাহাবৰ কাৰ্য্যালয়তে মাৰধৰ কৰোঁতেও সিহঁতৰ মাত নুফুটিল। ৰণৰ সময়ত এই ওপৰ জাতৰ বুলি ফিতাহি মৰা জাকে যি কৰিলে চন্দ্ৰ-দিবাকৰ থকালৈকে তাহাঁতৰ মনত থাকিব। এই মাজৰ খোৱা জাকেই তাহাঁতৰ সকলো অসমীয়াৰে সৰ্বনাশ কৰিলে।

সমাজত আগবঢ়া জাকে যেতিয়া চাহাবহঁতক চালাম কৰিবলৈ লাগিল, সিহঁতে ভয় কৰিব কালৈ? কিয় কৰিব ৰাইজৰ উপকাৰ সিহঁতবোৰে? বাট-ঘাট তৈয়াৰ কৰিবৰ প্ৰয়োজনেই বা কিহৰ সিহঁতবোৰৰ? অসমীয়া কিটা খোৱাৰ দুখত মৰিলেই যেনিবা, তাহাঁতৰ হ'ব কিটো? চাহ বাগান খুলিছে, চাহপাত কঢ়িয়াবলৈ মানুহ-দুনুহ নোহোৱা ঠায়েদি ৰেল-লাইন বহুৱাইছে। খাজানা তুলিবলৈ যাব লাগে মুখ-পাটা ঠাইলৈ, আলি-পদূলি কৰিছে। বচ, হ'ল সিহঁতৰ কাম।

একোকে নকৰিলেনো বেচেৰা হবিবে কব ক'ৰ পৰা? যি দেখিছে তাকে আহি কৈছেহি আমাক।

গোসাঁই ঈশ্বৰে কিন্তু হবিবৰ কথা মন দি শুনিছিল। কিছুপৰ তলকা মাৰি থাকি নিজকে কোৱাদি গোসাঁয়ে কৈছিল:

জানো—জানো, সিহঁতে অসমীয়া প্ৰজাৰ একো উপকাৰ নকৰে। কৰ-কাটল তুলিবলৈ সিহঁত অহা-যোৱা কৰিব লগা আলিকিটা বহল-আহল কৰিছে। সিহঁতৰ সুবিধাৰ বাবে কলও নৈত দলং দিছে। দেশলৈ চাহপাত পঠাবলৈ—সিহঁতে চাহ বাগানৰ চাহপাত কঢ়িয়াবৰ সুবিধাৰ বাবে চাহ বাগানৰ মাজে মাজে জনশূন্য ঠায়েদি ৰেল-আলি বহুৱাইছে। প্ৰজা অহা-যোৱা কৰাৰ সুচলৰ কথা সিহঁতে নাভাবে, সেয়ে বহগাবৰ মাজৰ আলি-পদূলি কিটা এতিয়াও লুৰলুৰীয়া হৈয়েই আছে। কেলেই কৰিব সিহঁতে আলি-পদূলি বাট-ঘাট-মথাউৰি? সেই

আহোম ৰজাৰ দিনৰ বাট-ঘাট কেইটাই আছে। স্বৰ্গদেউসকলে ৰাজ-ভঁড়ালৰ পৰা অজস্ৰ ধন ভগন কৰি প্ৰজাৰ উপকাৰ সাধিছিল, বাট-ঘাট, মথাউৰি, মঠ-মন্দিৰ সজাইছিল। ইহঁতে ফুটা-কড়ি এটাও ভগন নকৰে প্ৰজাৰ উপকাৰৰ কামত। ইহঁতে অসমীয়া প্ৰজাক জীয়াতু ভোগাৰ—ভোলাং কৰিহে এৰিব।

ক'তনো ওলাব আৰু এজন মণিৰ'ম দেৱান, পিয়লী বৰুৱা?

## তিনি

বৃটিশ শাসনত ভাৰতীয়সকলৰ উৎসাহ বন্ধ হ'বৰ উপক্ৰম। স্বাধীনতাৰ প্ৰথম যুদ্ধ চিপাহী বিদ্ৰোহ অসফল হ'ল। ভাৰতীয়ৰ মনত শান্তি নাই। দিনক দিনে ভাৰতীয় কৃষ্টি-সভ্যতা-সংস্কৃতিৰ ওপৰত নতুন নতুন আঘাত হনাৰ প্ৰয়াস; পশ্চিমীয়া সভ্যতাই প্ৰাচ্য সভ্যতাক গিলি পেলাবৰ চক্ৰান্ত ব্যৱস্থা। কংগ্ৰেছ দলত নম্ৰপন্থীসকলৰ প্ৰতিপত্তি বিপ্লবী ভাবধাৰাক এৰাই চলাৰ, চেপি ৰখাৰ যত্ন, মূল সুঁতিৰ পৰা একাষৰীয়া কৰাৰ প্ৰবল উৎসাহ। পাঞ্জাব-বঙ্গদেশৰ বিপ্লবীসকল কিন্তু নিৰোৎসাহী হোৱা নাই, নতুন পথ—নতুন শক্তিৰ সন্ধানত। নতুন উদ্যমেৰে বিপ্লব-আন্দোলনক ভাৰত মুক্তিৰ নিশ্চিত পথ বুলি বিশ্বাসেৰে বিপ্লবৰ বহ্নিশিখা জ্বলাই দিব বিচাৰে সমগ্ৰ ভাৰতবৰ্ষত।

বিপ্লৱৰ মাজেৰেহে ভাৰতৰ মুক্তি হ'ব—বিপ্লবী আন্দোলনৰ হোতাসকলে ভাৱে। তেওঁলোকে ইয়াকো বিশ্বাস কৰে প্ৰত্যেক পৰাধীন জাতিয়েই বিদেশী শক্তিৰ সাহায্য আৰু সমৰ্থন লাভ কৰিব লাগিব স্বাধীনতা অৰ্জনৰ বাবে। বৈদেশিক সাহায্য আৰু বৈদেশিক প্ৰচাৰ ভিন্ন ভাৰতৰ স্বাধীনতা লাভ অসম্ভৱ—এইবিশ্বাসো কৰিছিল বিপ্লবী-আন্দোলনৰ শীৰ্ষস্থানীয় নেতাসকলে। ভাৰতৰ স্বাধীনতাৰ হকে বিদেশত থকা ভাৰতীয় ছাত্ৰসকলৰ সংঘবদ্ধ বিপ্লৱৰ যোগেদিহে ভাৰতৰ স্বাধীনতা অৰ্জনত সহায়ক হ'ব— এই বিশ্বাসো ৰাখিছিল তেওঁলোকে। বিদেশত ভাৰতীয় জাতীয় আন্দোলনৰ অগ্ৰণী ভূমিকা লৈছিল বিদেশত থকা ভাৰতীয় ছাত্ৰসকলে। বিপ্লৱৰ যোগে ভাৰতৰ মুক্তি, এই লক্ষ্য আগত ৰাখি ১৯০৭ চনতে কালিফোৰ্নিয়াত জন্ম হয় ভাৰতীয় জাতীয় সংঘ। খগেন্দ্ৰ নাথ দাস, তাৰক নাথ দাস আৰু

কেবাজনো ভাৰতীয় ছাত্ৰ আছিল ইয়াৰ প্ৰতিষ্ঠাতা। একে বছৰতে লণ্ডনত স্থাপিত হয় হোমৰুল সমিতি এওঁলোকৰ যত্নতে।

কংগ্ৰেছে ত্ৰিবৰ্ণ-ৰঞ্জিত জাতীয় পতাকা গ্ৰহণ কৰাৰ বহুত আগতেই ১৯০৭ চনৰ ষ্টাটগাৰ্টত আন্তৰ্জাতিক সন্মিলনত ভাৰতৰ হৈ ত্ৰিবৰ্ণ-ৰঞ্জিত জাতীয় পতাকা উত্তোলন কৰে—বক্তৃতা দিয়ে মাদাম কামাই। ইয়াৰ আগতে ভাৰতৰ নিজৰ কোনো পতাকাৰ কল্পনাই কোনোৱে কৰা নাছিল। মাদাম কামাই পেৰিচক কেন্দ্ৰ কৰিয়েই কাম কৰিছিল।

১৯১৪ চনৰ ১ম মহাসমৰৰ আগে আগে জাৰ্মানীত উদ্ভৱ হোৱা যুদ্ধকালীন পৰিস্থিতিয়ে আৰু সম্ভাব্য বিশ্বযুদ্ধৰ সম্ভাৱনাৰ আনন্দত আপ্লুত হৈ পৰিছিল বিপ্লৱীসকল। তেওঁলোকে ভাবিছিল ভাৰতৰ স্বাধীনতা লাভৰ এয়েই হ'ল সুবৰ্ণ সুযোগ। জাৰ্মনৰ সাহায্য আৰু সহানুভূতিৰ ফলত ভাৰতে স্বাধীনতা লাভত সমৰ্থ হ'ব বুলিও তেওঁ-লোকে ভাবিছিল। সেয়ে বাৰ্লিনত সেই সময়তে গঠিত হয় "ইণ্ডিয়ান ইণ্ডিপেনডেন্স কমিটি"। ইয়াৰ আগতেই ১৯০৮ চনত বিপ্লৱৰ প্ৰচাৰ কেন্দ্ৰ স্থাপিত হয় কালিফোৰ্নিয়াত, ৱাচিংটনত, অৰিগণত আৰু বৃটিশ কলম্বিয়াত। বিপ্লৱবাদ আৰু স্বাধীনতা সম্পৰ্কত নানা আলোচনা হয়—এই ইণ্ডিপেনডেন্স কমিটিত। জাৰ্মান নৌ-সেনাধ্যক্ষ লুডউইগ ফিসাৰৰ লগত মানচিত্ৰ লৈ আলোচনা কৰিছিল এই বিপ্লৱীসকলে। কি উপায়েৰেনো ভাৰত উপকূলত অস্ত্ৰ-শস্ত্ৰ নমাই দিয়া যাব, কি উপায়েৰেনো ভাৰতৰ বিপ্লৱীসকলক অস্ত্ৰ সাহায্য কৰি বিপ্লৱৰ জুই জ্বলাব পৰা হ'ব? পুৱাৰে পৰা গভীৰ ৰাতি পৰ্য্যন্ত চলে কাম কমিটিৰ সদস্যসকলৰ এক নিমিষো নাছিল আজৰি। আমেৰিকাৰ গদৰ পাৰ্টিৰ নেতা তেতিয়া আছিল ৰামচন্দ্ৰ দেশলৈ উভতি গৈ দেশক বিপ্লৱৰ বাবে সাজু কৰিবলৈ নিৰ্দেশ দিছিল ৰামচন্দ্ৰই তেওঁৰ দলৰ লোকসকলক

বাৰ্লিন কমিটিৰ তৰফৰ পৰা ভাৰতলৈ পঠোৱা হ'ল ভিনসেণ্ট ক্ৰাফট নামৰ এজন জাৰ্মানক আৰু ভাৰতৰ পৰা জাৰ্মানলৈ পঠোৱা হ'ল,

হ'ল অনেকক। বলী চক্রবর্ত্তী, ভূপতি মজুমদাৰ প্ৰভৃতি আছিল এইসকলৰ অন্যতম ।

শ্যামত যিসকল জাৰ্মান আছে তেওঁলোকে ভাৰতীয়সকলৰ লগত যোগ দিব আৰু ব্ৰহ্মদেশ আক্ৰমণ কৰিব। সেই পথেৰে আগুৱাই আহি জাৰ্মানসকলে সংযোগ স্থাপন কৰিব বঙ্গদেশৰ বিপ্লৱীসকলৰ লগত আৰু বিপ্লৱৰ পতাকা উত্তোলন কৰিব সমগ্ৰ ভাৰতবৰ্ষত। এই সিদ্ধান্ত স্থিৰ হ'ল বাৰ্লিন কমিটিত। বিপ্লৱীসকলে এইটোও সিদ্ধান্ত ল'লে—এদল বিপ্লৱীয়ে পাৰস্যৰ মাজেদি আফগানিস্থান হৈ আগ বাঢ়ি ভাৰত আক্ৰমণ কৰিব আৰু পাঞ্জাবৰ বিপ্লৱীসকলৰ লগত যোগাযোগ কৰিব। বিয়পাই দিব বিপ্লৱৰ বহ্নি-শিখা সমগ্ৰ ভাৰতব্যাপী।

সেয়ে এন্ধাৰৰ আঁৰে আঁৰে আহিছে এইখন জাৰ্মান যুদ্ধ-জাহাজ নাম এমডেন। ভাৰতৰ বিপ্লৱীসকলৰ লগত জাৰ্মানসকলৰ সংযোগ স্থাপন কৰি বিপ্লৱত সহায়-সহযোগ আগ বঢ়াব। বাৰ্লিন কমিটিৰ পৰিকল্পনাৰ অংশ হিচাবে কলীয়াপানীত বন্দী হৈ থকা বিপ্লৱী-সকলক নি ভাৰতৰ মূল ভূ-খণ্ডত এৰি থৈ আহিবগৈ। অনাগত যুদ্ধৰ সময়ত ভাৰতৰ বুকুত এইসকলে তুলিব বিপ্লৱৰ জোৱাৰ।

আন্দামানত যেতিয়া জাহাজখনে লঙ্গৰ পেলাইছিল কলীয়াপানীত উঠিছিল উৎকণ্ঠাৰ জোৱাৰ। ইয়ালৈ জাহাজ আগতেও আহিছে দ্বীপান্তৰীসকলক থবলৈ আৰু নিবলৈ। কিন্তু সেইবোৰ জাহাজৰ লগত এই জাহাজৰ মিল নাই, এই জাহাজখন কিবা নতুন, কিবা বেলেগ, ৰং বিৰঙো যেন অন্য ধৰণৰ। কোনো দ্বীপান্তৰীও জাহাজ-খনে অনা নাই। জাহাজ লগা সময়ো খাপ নোখোৱা। বাতিৰ ভাগত কলীয়াপানীলৈ জাহাজ আগতে কেতিয়াও অহা নাই। ক'ৰ জাহাজ, কি কথা জানিবৰ ইচ্ছা হৈছিল সকলোৰে। নাবিকসকল হ'ল সকলো চাহাব, ভয়ো হৈছিল প্ৰবল।

সমলত সকলো ঠিক হৈ গ'ল। কলীয়াপানীয়ে জাহাজৰ উদ্দেশ্য বুজাত পলম নহ'ল। বন্দী ৰামানুজমে যোগসূত্ৰ ঘটাসে কলীয়া-

পাৰিব। সোনকালেই পৃথিবী জুৰি মহাযুদ্ধ হ'ব। জাৰ্মানসকলে পৃথিবী জয় কৰিব। বন্দী হৈ থকা বিপ্লৱীসকলক লৈ যাবলৈ আহিছে এওঁলোক। বিপ্লৱক জয়যুক্ত কৰিবলৈ ইচ্ছা কৰা সবল সুঠাম লোকসকলো যাবলৈ পাৰিব মূল ভূ-খণ্ডলৈ, অৱশ্যে নিৰ্বাচন কৰিব জাৰ্মানসকলে। নিজ নিজ ঠাইত গৈ বিপ্লৱৰ জোৱাৰ তুলিব লাগিব সেইসকলে। যুদ্ধ-কালীন সময়েই হ'ব উচিত সময়।

দ্বীপান্তৰীসকল প্ৰথমে হৈছিল হতবাক, কিন্তু মুক্তি পাব সেই আশাই সিহঁতক কৰিছিল আনন্দিত। বিপ্লৱী-বন্দীসকল হৈছিল দৃঢ়মনা; সেমেকি যোৱা বিপ্লৱী মনোবল হৈছিল ত্বৰান্বিত—খৰস্ৰোতা নদী-সদৃশ। আত্মীয়-স্বজনক লগ পোৱাৰ বাসনাত উদ্দেশ্য সফল কৰাৰ অপ্ৰত্যাশিত সুবিধাত অন্য সকলো কথা হৈ পৰিছিল তুচ্ছ, অৰ্থহীন লগৰীয়াসকলক – বুঢ়া কণীয়া নিশকটীয়াসকলক তাতে এৰিথৈ যাব লগা কথাই কাকো অকণো চিন্তিত নকৰিলে। সাগৰৰ ইপাৰৰ পৰা নিজ নিজ ঠাইলৈ কেনেকৈ যাব সেই চিন্তায়ো কাৰো মনত ক্ৰিয়া নকৰিলে।

আপোন ঘৰ-দুৱাৰ, আত্মীয়-স্বজনক পোৱাৰ দূৰন্ত হেপাঁহত সিহঁতৰ আনন্দৰ সীমা নোহোৱা হ'ল।

# চাবি

কেৰ্চা আমৰ বাকলি গুচাই তুয়োজনীয়ে এটা এটাকৈ ফুটিছে, কাঁহীখনৰ আধা হ'লেই। পকা জলকীয়াকিটাই 'মোক-খা মোক-খা' কৰি আছে।

সেইবোৰ কৈনো কি লাভ হ'ব বতাহী? সুধিছ যেতিয়া শুন। জোনাকীয়ে আৰম্ভ কৰিলে

আমাৰ পূৰ্ব্বৰ ঘৰ সেনচোৱাত আছিল। পিতাই—তাৰ আগতে ককাই বহা মহলত কাম কৰিছিল।

তহঁতবোৰ বৰুৱাৰ টোলতে আছিলি?

ওঁ, মোৰ ছবছৰ বয়সতে পিতাই ঢুকায়। মোৰ পিতাইৰ মুখখন চঁয়াময়াকৈহে মনত পৰে। পিতাই মোক খুব মৰম কৰিছিল। মহললৈ কাম কৰিবলৈ ৰাতিপুৱাই ওলাই যাওঁতে মোক কোলাত তুলি চুমা এটা নোখোৱাকৈ কেতিয়াও নগৈছিল। আবেলি আহি খাই-বৈ মোক লৈ ফুৰিবলৈ গৈছিল। বৰুৱাৰ ফুলনিৰ পৰা তাই বিচৰা ৰং-বিৰঙৰ ফুল চিঙি মোৰ হাতত দি আনন্দ পাইছিল।

বৰুৱাৰ ঘৰত দুৰ্গাপূজা চাবলৈ মই গৈছোঁ। তহঁতৰ ঘৰনো কোনফালে পৰে?

দক্ষিণ ফালৰ একেশাৰীৰ আম গছবোৰ যে দেখিছ, তাৰ শেষৰ ডাঙৰ ঘৰটো। তাতে বৌটি, মই আৰু পিতাই আনন্দৰেই দিন কটাইছিলোঁ, কিন্তু ঈশ্বৰে নসহিলে। আগে পিছে যোৱাৰ দৰে বৰুৱা দেউতাৰ লগত চাপৰিত চিকাৰ কৰিবলৈ যাওঁতে পিতাইক বোলে হাতীয়ে মাৰিলে। বৌটিয়ে বাউচি পাৰি ইনাই-বিনাই কান্দিলে। পিতাইৰ শৰটোৰ ওপৰত অজ্ঞান হৈ পৰি যোৱা সেই দৃশ্যটো

মোৰ বিণিকি বিণিকি মনত পৰে ।

তাৰ পিছত তহঁতে কলৈ গলিহঁক ?

বৌটিয়ে মোক বুকুত বান্ধি কান্দি-কাটি আগৰ ঘৰটোত থাকিবলৈ ললে। পিতাই ঢুকুৱাৰ এবছৰ হওঁতে নহওঁতেই মোক নগাঁৱৰ মিছন স্কুলত পঢ়িবলৈ পঠালে । তাৰ পৰা হোৱা দুৰ্গতিৰ কথা তই জানই। মোমায়ে মোক দূৰলৈ পঠোৱালৈ বৌটিৰ লগত কাজিয়া কৰিলে আৰু তাৰ পিছত কেতিয়াও আমাৰ খা-খবৰ নললে ।

তোৰ মোমায়েৰহঁত এতিয়াও আছেনে নাই ? কিবা খবৰ পাইছ ?

সেইবোৰ জানি লাভ হ'ব কি ? মিছনত পঢ়িবলৈ যোৱাৰ দিনৰে পৰা স্কুল একেবাৰে এৰি অহা দিনলৈকে মোক এবাৰো বৌটিয়ে ঘৰলৈ নানিলে। লগৰ ছোৱালীবোৰ ঘৰলৈ যায়গৈ। মইহে অকলে অকলে তাতে কটাব লাগে ।

বৌটিয়েৰই বন্ধ হোৱাৰ খবৰো নাপায়নেকি ?

জানে, জানিও মোক নানে আৰু কাৰণো নজনায়। মাজে সময়ে বৰুৱাৰ হাউলিৰ কৰ্মচাৰীয়ে মোৰ খা-খবৰ লয়, বৌটি আৰু দেউতাই দিয়া চোলা-কাপোৰ মাজে মাজে দি আহেগৈ।

বৰুৱাই তহঁতক বৰ মৰম কৰিছিল নহয় ?

ওঁ কৰিছিল । '৫৩ চনৰ এপ্ৰিল মাহত মই ঘৰলৈ উভতি আহিলোঁ। বৌটিয়ে মোক বৰ আলহ-উদহ কৰি হাউলিৰ ডাঙৰ জপনাখনৰ ওচৰৰ পৰা আগুৱাই নিছিলহি । ন বছৰ হ'ল বৌটিক মই দেখা নাই । বৌটিয়ে বাৰে বাৰে মুখলৈ চাইছিল আৰু আচৰিত হৈ গৈছিল । আচৰিত হোৱাৰে কথা, অকণমান ছোৱালী-জনী ডাঙৰ হৈ গলোঁ। আগতে নেদেখা কোনোবা অচিন আলহীৰ দৰে প্ৰথম চোৱাত মোৰ লগত কথ-বতৰা পাতিলে। বহুত সময়ৰ পিছত যেন বৌটিৰ সম্বিত ঘূৰিল। মোৰ মুখত পৰে মানে চুমা খাবলৈ ধৰিলে। বৌটিৰ আনন্দৰ চকু-লো বাগৰি মোৰ মুখখন তিয়াই পেলালে।

মাক-জীয়েক ছুয়োঙাৰী ইমান দিনৰ মূৰত লগা-লগি হৈছে ! তইতৰ দিনবোৰ চাগৈ হাঁহি-মাতি পাৰ হ'বলৈ ধৰিলে।

সেইটোৱেই নহ'ল। কেদিনমান বৌটিৰ লগত থকাৰ পিছৰে পৰা বৌটিয়েচোন মোক আগৰ দৰে মৰম-চেনেহ নকৰা নকৰা যেন লাগিল। ঘৰৰ বাহিৰলৈ ওলাই যোৱা দূৰৰে কথা, ওচৰৰ সমনীয়া ল'ৰা-ছোৱালীৰ লগত কথা-বতৰা পাতিবলৈ বৌটিয়ে নিদিয়ে। কোনো-বাই কেতিয়াবা মোক বিচাৰিলেও বৌটিয়ে কেটেৰা-জেঙেৰা কৰি বেয়া পোৱাকৈ কয়। মোক বাৰে বাৰে সাৱধান কৰি দি কৈছিল : 'ওচৰৰ মানুহবোৰ একেবাৰে বেয়া, লৰা-ছোৱালীবোৰ সাংঘাতিক দুষ্ট, টটাটিঙ্গা, পঢ়া-শুনা, ভাল কথা সিহঁতে বুজিকে নাপায়। সিহঁতৰ লগত মিলা-মিচা কৰিব নালাগে।' মই এতিয়া ডাঙৰ হৈছো, ভাল-বেয়া বাছি চলিব পাৰিম বুলি বৌটিক কথা দিয়াতো বৌটিয়ে মোক কাৰো ঘৰলৈ যাবলৈ মেলিবলৈ নিদিছিল।

বৌটিয়েৰৰ এনে পৰিবৰ্ত্তন হঠাৎ হ'ল কিয় ? কিবা কাৰণ থাকিব লাগিব !

একোকে ধৰিব পৰা নাছিলোঁ বতাহী। ঘৰতে দিনে-ৰাতিয়ে সোমাই থকাটো মোৰ বাবে অসম্ভৱ হৈ উঠিছিল। মাজে সময়ে বৌটিয়ে নেদেখাকৈ, গম নোপোৱাকৈ আগৰ লগৰীয়াৰ লগত কথা-বতৰা পাতি-ছিলোঁগৈ। এবাৰ দুপৰীয়া বৌটি পাকঘৰত থাকোঁতেই মই নৱাম জেঠোৰ জীয়েক মনোমতীৰ লগত কথা পাতি উভতি আহোঁতেই বৌটিয়ে দুৱাৰ মুখতে মোক চুলিত ধৰি চোঁচোৰাই নি পিছ চোতাল পোৱালেগৈ। দুগালত দুটা কাণতলীয়া চৰ সোধাই দাঁত-মুখ কৰচি কৈছিল :

মই তোক এইবোৰৰ লগত কথা পাতিবলৈ মানা কৰা নাছিলোঁনে ? মোৰ কথা শুনিবিনে—মুখন ? ইহঁত ......

মই মনোমতীৰ লগতহে কথা পাতিছো।

কান্দি কান্দি কোৱা মোৰ কথাৰ ওপৰতে বৌটিয়ে চিঞৰি চিঞৰি বলিয়া মানুহৰ দৰে গাৰ সমস্ত জোৰ প্ৰয়োগ কৰি মোক ডাঙি ঠেকেচো

মাৰি মাটিত পেলাই দিলে। বৌটিয়ে কোঁপাবলৈ ধৰিলে।

মনোমতী-চনোমতী নেলাগে কাৰো লগত কথা-বতৰা পাতিব নোৱাৰ। এইবোৰ মানুহ নহয় এইবোৰ সাপ—বিষাক্ত সাপ। ইহঁতে মানুহক জীয়াই জীয়াই গিলিব পাৰে। আগলৈ যদি তোক দেখোঁ, গল চেপি মাৰিম। বুজিছ, এনেয়েও নাই তেনেয়েও নাই।

ঠেকেচা মাৰি পেলাই দিয়াত দুখ পাইছিলোঁ, উচুপি উচুপি কান্দিছিলোঁ। কিন্তু কিয় কব নোৱাৰো হঠাৎ মোৰ কান্দোন বন্ধ হৈ গৈছিল। বৌটিৰ এনে ৰূপ মই আগতে কেতিয়াও দেখা নাই। বৌটিৰ হ'ল কি? কিয় বৌটিয়ে কাৰো লগত কথা-বতৰা হ'বলৈ নিদিয়ে? ওচৰ-ঘৰীয়াই কৰিলে কি যে সকলোবোৰ শত্ৰুহে পৰিল। পিতাই থাকোতেচোন সকলোৰে লগত মিলামিচা কৰি ইঘৰ-সিঘৰ ফুৰা-চকা কৰিছিল। কোনো আগ-গুৰি মই বিচাৰি নাপালোঁ। বৌটিক কষ্ট নিদিবৰ কাৰণেই ময়ো ঘৰৰ ভিতৰতে সোমাই থাকিবলৈ বাধ্য হলোঁ। বৌটিৰ লগতো কথা-বতৰা পাতিবলৈ কমাই দিলোঁ। যিটো কথা নক'লে নহয় তাকেহে মাথোন কওঁ। ঘৰৰ ভিতৰত আৰু কিমান দিন সোমাই থাকিবি? দুটা প্ৰাণী তাৰো কথা-বতৰা প্ৰায়েই নাই। কৰিবলৈও নাই একো কাম, নাই তাঁত সূত, চিলাব-কৰিবৰো একো নাই। নাই গোঁঠা-মোঠাৰ কাম। পঢ়ি-শুনি কটাবলৈকো নাই এখন কিতাপ-কানিৰ যোগাৰ। শিবই দিয়া পুৰণা অৰুণোদয় কিখন তহিলং কৰি পঢ়িলোঁ।

এই শিব কোন অ'?

সেয়াও এটা অধ্যায়। বৰুৱাদেউৰ একমাত্ৰ লৰা শিবৰাম। গুৱাহাটীত ইংলিচ স্কুলত পঢ়ে। এনেকৈনো মানুহ বাৰু ভিতৰতে সোমাই থাকিব পাৰেনে? অসহ্য, একেবাৰে অসহ্য হ'ল। মই তাত আৰু থাকিব নোৱাৰোঁ। মই ক'ৰবালৈ গুচি যাবলৈ—পাৰিলে মিছনলৈকে উভতি যোৱাৰ কথা ভাবিলোঁ। ইয়াত থাকিলে বলিয়া হোৱাটো অনিবাৰ্য্য বুলি মই ভাবিবলৈ বাধ্য হলোঁ। ভাবিলেই জানো হ'ব? মই যাম কলৈ? এদিন মোৰ শেতেলিত পৰি বাগৰি-জোগৰি এই-

বোৰকে চিন্তা কৰি আছোঁ। চিন্তা-ভাৱনাৰ পাৰ পোৱা নাই। নানা কথাই মোক জুমুৰি দি ধৰিছে। বৌটিৰ এই পৰিবৰ্ত্তন কিয়? ইয়াৰ ৰহস্য ক'ত? কি কষ্টত, কি দুখত বৌটি ভোগিছে! মই জানিব লাগিব। তাৰ কাৰণ মই বিচাৰি উলিয়াব লাগিব। আগ-গুৰি নোহোৱা অসংলগ্ন চিন্তা-ভাৱনাই নিদ্ৰাদেৱীক ওচৰলৈ আহিবকে নদিলে। ৰাতি যথেষ্ট হ'ল। মাজ ৰাতিৰ সময়। ক'ৰবাত খৰম কৰে কিবা এটা শব্দ হ'ল। কিবা যেন গধূৰ বস্তু পৰিল ক'ৰবাত মোৰ ভয় ভয় লাগিল চোৰ-চাৰিও হ'ব পাৰে। ক'ব নোৱাৰাকৈয়ে মই চিঞৰি দিলোঁ।

বৌটি— বৌটি,

জোনাকীয়ে বতাহীৰ মুখলৈ চালে। তাই কথাবোৰ মন দি শুনিছে।

তাই কৈ গ'ল :

কাৰো মাত-বোল নাই। বৌটিয়ে নামাতিলে। হয়তো তেওঁৰ টোপনি আহিছে। কিন্তু ইমান ডাঙৰকৈ মাতোতেও সাৰ নেপাবনে? হঠাৎ মই শেতেলিৰ পৰা উঠিলোঁ। জপাই থোৱা মাজৰ দুৱাৰখন ঠেলি আন্ধাৰে-মুধাৰে মই বৌটিৰ খোঁটালীলৈ সোমাই গলোঁ। মানুহ থকাৰ উমান নেপাই শেতেলিত খেপিয়াই চালোঁ। এয়া কি? শেতেলি দেখোন উদং? এই ৰাতি বৌটি কলৈ গ'ল? বাহিৰৰ দুৱাৰখন জপোৱা। মোৰ বুকুখন চিৰিঙকৈ মাৰিলে। হয়তো বৌটি বাহিৰলৈ উঠি গৈছে। বহু সময় তাতে মই নিস্তব্দে থিয়হৈ ৰলোঁ, এ:ক ঠাইতে।

জোনাকী ৰ'ল। তাই যেন ঘটনা-স্থলীতহে থিয় দি আছে। বহু সময় একো নোকোৱা দেখি নীৰৱতা ভঙ্গ কৰি সুধিলে :

তাৰ পিছত কি হ'ল ?

বাহিৰলৈ গ'লে ইমান সময় নেলাগে। মোৰ মনটো শঙ্কিত হ'ল। সন্দেহে মনটো আবৰি ধৰিলে। মই আকৌ নিজৰ খোঁটালীলৈ আহিলোঁ। আগৰ দৰেই মাজৰ দুৱাৰখন জপাই থলোঁ। শেতেলিত

পৰি নোহোৱা-নোপজা কথাবোৰ ভাবিবলৈ ধৰিলোঁ। বৌটিৰ মোৰ প্ৰতি অস্বাভাবিক ব্যৱহাৰ আৰু মাজৰাতিৰ এই উদং শেতেলিৰ কিবা সম্বন্ধ আছেনেকি? ওচৰ-ঘৰীয়াৰ সকলোকে সাপ বুলি ভবাৰ এয়াই কাৰণ নেকি? ওচৰ-ঘৰীয়াৰ লগত মই সম্বন্ধ ৰাখিলে এইবোৰ জনাজানি হোৱাৰ আশঙ্কাতে এইবোৰ কৰা নাইতো?

এইবোৰ কি কৈছ জোনাকী? তই বলিয়া হোৱা নাইতো?

বলিয়া হোৱা হ'লে ভালেই আছিল। নানা কথাই মনটো তল-ওপৰ লগালে। মই কি কৰিম কি নকৰিম একো সিদ্ধান্ত লব নোৱাৰিলোঁ। বৌটিৰ আগমনলৈ নিঃশব্দে অপেক্ষা কৰাটোকে উচিত হ'ব বুলি মই ঠিক কৰি পেলালোঁ। কেবাঘণ্টাও পাৰহৈ গ'ল। বৌটি নাই।

পিচত বৌটিয়েৰ আহিলনে নাই?

আহিল। কাণ থিয় কৰি টোপনি অহাৰ দৰে পৰি ৰলোঁ। নিস্তব্ধে কোনোবা দুজনৰ চেপা কণ্ঠস্বৰ মোৰ কাণত পৰিল। মই কাণ থিয় কৰি ৰলোঁ।

মই সঘনাই গৈ থকাটো ঠিক নহ'ব। জোনাকীয়ে জানিব লাগিলে আটিল। —বৌটিয়ে ক'লে।

একো নহয় দিয়া। তাই এইবোৰ ভাবিবকে নোৱাৰে। কালিলৈ তুমি যাব নেলাগে। ময়ে

নাই নাই, সেইটো নহ'ব। লাগিলে ময়ে যাম। আপোনাক কেনেবাকৈ তাই দেখিলে দুয়ো কূল গ'ল।

তাইক পাৰিলে আকৌ আঁতৰাই পঠোৱাহে ভাল হ'ব। নহ'লে......

ময়ো তাকেই ভাবিছোঁ।

ইটো কণ্ঠস্বৰ কাৰ? তই ধৰিব পাৰিছিলিনে নাই?

মই চিঞৰি দিব খুজিছিলোঁ। মই বুজিচোঁ। মই সকলো জানিচোঁ। মই একোকে নক'লোঁ। বাহিৰৰ দুৱাৰখনৰ খিলি লগালে বৌটিয়ে। বোধহয় কিছুসময় চাওখনতে বহি ৰ'স। মই যে টোপনিত আচোঁ নিচিন্ত হ'বলৈকে বোধহয় বৌটিয়ে লাহে লাহে অতি সন্তৰ্পণে মাজৰ

জপোৱা দুৱাৰখন ঠেলি দিলে। হাতত সাবে জৰিত সাবে মোৰ পেতে-লিৰ ওচৰলৈ আহি মোক ভালদৰে লক্ষ্য কৰিলে। টোপনিত লালকাল বুলি সন্তুষ্ট হৈ বৌটি উভতিল। দুৱাৰখন জপালে। শব্দ কৰি কাগৰ সলোৱাৰ দৰে শেতেলিত পৰিল। বিচনাখন কেৰকেৰাই গ'ল। মই টোপনিৰ ভাও এৰি চকু মেলিলোঁ।

বৌটিয়েৰ ক'লৈ গৈছিল বুলি ভাবিছ ?

তই কি ভাবিছ ? মই তেতিয়া সক ছোৱালী নহয়। বৌটিয়ে এই কথাটো বুজিব লাগিছিল। মোক মিডল স্কুললৈ পঢ়িবৰ কাৰণে নহয়, ঘৰৰ পৰা আঁতৰাই ৰাখিবৰ কাৰণেহে নগাঁৱলৈ পঠাইছিল। মই উভতি অহাত বৌটিইঁতে আনন্দ পোৱাৰ পৰিবৰ্ত্তে অশান্তিহে পাইছে। মোক কিয় ওচৰ-ঘৰীয়াৰ তালৈ যাবলৈ নিদিয়ে এতিয়া মই বুজিছোঁ।

মই কিন্তু ঠিক কৰিব পৰা নাই কিয় তই তেনেকৈ ভাবিছ ?

কিয় ভাবিছোঁ তয়ো জানিছ। মই ঠিক কৰিলোঁ বৌটিৰ কথা মই নামানো গল চেপি মাৰি পেলালেও মই আৰু ঘৰৰ ভিতৰতে বন্ধ হৈ থাকিব নোৱাৰোঁ। মই ওচৰ-ঘৰীয়াৰ ঘৰলৈ ফুৰিব-চাকিবলৈ যামেই যাম। তোমাৰ যি ইচ্ছা তোমাৰ মতে কৰি থাকা। তুমি উচিত বুলি কৰা কামত মই বাধাৰ সৃষ্টি কেতিয়াও নকৰোঁ। তুমি যদি সমাজে বিচৰা দৰে ভৰ-বয়সতে বৈধব্য পালন কৰাটো অন্যায় বিচাৰ বুলি ভাবা সেয়া তোমাৰ কথা। সমাজৰ বান্ধ নামানি তুমি যদি বয়সৰ বতাহক গুৰুত্ব দিয়া সেয়া তোমাৰ নিজা কথা। কিন্তু মোৰ ফুৰা-চকা, ওলোৱা-সোমোৱা আৰু চিন্তাক বাধা দিয়াৰ কোনো কাৰণ তোমাৰ নাই। পিতাইৰ মৃত্যুৰ অ'ত দিনৰ পিছতো তুমি গাঁৱৰ পৈতৃক ভিঠালৈ উভতি নগৈ ইয়াতে থকাটো বিচাৰিছা। কিন্তু কিয় ? পোহ-পালন, খোৱা-বোৱাৰ যোগাৰ দিলা বুলিয়েই তোমাৰ অন্যায় দাবীও মানি চলিম সেইটো তুমি নাভাবিবা।

তই পিছত বৌটিয়েৰক কিবা সুধিছিলি নে নুসুধিলি ?

তয়ো যে আক! চকুৰ পতা একে লগ হ'বলৈকে নেপালে। পিছ-ফালৰ পকা আম জোপাত কাউৰী পৰিছে। আমবোৰ সৰিছে। কাউৰীয়ে কা-কা কৰি জপিয়াই ফুৰিছে। ৰাতি পুৱালেই

আন দিনাতকৈ মই সোনকালেই উঠিলোঁ। বৌটিৰ শেৱেলীৰ কাষেদিয়েই বাহিৰলৈ ওলাই যাব লাগে। বৌটিৰ ওচৰ পায়েই মই কব নোৱাৰাকৈয়ে বৈ গলোঁ। বৌটিৰ প্ৰশান্ত টোপনি। মোৰ সন্ধানী দৃষ্টি বৌটৰ সমগ্ৰ শৰীৰেৰে বাগৰি গ'ল। মই আশ্চৰ্য্য হৈ গলোঁ। নিজৰেই আচহুৱা যেন লাগিল টল্‌টল চকু যোৰেৰে, ধেনুভিৰীয়া চেলাউৰিৰে, জোঙা এই নাকটোৰে বৌটিচোন এজনী তন্বী গাভৰু। নিৰিচৰাকৈয়ে সকলোখিনি বৌটিয়ে পাইছে। বয়সে বৌটিক উদ্বাউল কৰিছে। সেয়ে সমাজৰ বন্ধন মানিব নোখোজে জোৰেকৈ জাপি দিয়া বৈধব্য স্বীকাৰ নকৰে।

সমাজৰ নীতি-নিয়ম নামানি বিশৃঙ্খল জীৱনৰ গতি তই জানো সমৰ্থন কৰ?

সেইটো অন্য প্ৰশ্ন। সেই দিনা পুৱাই বৌটিয়ে দেখাকৈয়ে মই মনোমতীহঁতৰ ঘৰলৈ গলোঁ। বহুত সময় কথা পাতি কটালোঁ এনেয়ে। বৌটিৰ সাক্ষাতে মই ঘৰলৈ উভতি আহিলোঁ। মই ভৱাৰ দৰে একো নঘটিল। বৌটিয়ে একোকে নক'লে। বেয়া পোৱাৰ মনোভাবো নেদেখুৱালে। মই শঙ্কিত হলোঁ, তেনেহ'লে মই জানিছোঁ বুলি বৌটিয়েও জানিছে নেকি? মই ভীষণ চিন্তাত পৰিলোঁ। গধূলা দুয়ো একেলগে ভাত খাওঁতেও বৌটিয়ে কথাটো তুলিয়ালে।

বৌটিয়েৰৰ এই পৰিবৰ্ত্তনৰ কাৰণ পালি নে নাই?

—ৰ, বৌটিয়ে একো নোকোৱা দেখি ময়ো পুনৰ কলৈকো নোলোৱা হ'লো। বৌটিয়ে এদিন আচৰিত কৰি মোক সুধি পেলালে:

তইচোন আজি-কালি কলৈকো নাযাব? কিয়, সিহঁতক চিনিব

পাৰিছ হবলা ? কৈছো মইয় ইইঙ এতিয়া আৰু মানুহৰ ঘৰত নাই। তোক মিছনলৈ পঠোৱাটোত ইহঁতে মোক অভিসন্ধি বিচাৰি পাইছে। মই হেনো পঢ়িবৰ কাৰণে . ...

মানে......

—ভয়ে ভয়ে বৌটিৰ ভয়াৰ্ত মুখখনলৈ চাই মই সুধিলোঁ।

তোক আঁতৰাই হেনো মই অকলে নিচিন্তে থাকিব বিচাৰিছো! সেয়াই সিহঁতৰ দৈনন্দিন আলোচনা মোলৈ চাই সিহঁতে ফিচিক্কা-ফিচিক্কি কৰে।

বৌটিয়ে কৈ থাকোঁতেই কান্দি পেলালে বিহাৰে চকুপানী মচিলে।

কথাটো জানো সচাঁ ?

বৌটিয়ে মোৰ কথাত উচপ খাই উঠিল। ডাঙৰকৈ চকুহাল মেলি দি অতি কৰ্কশ সুৰৰে মোক সুধিলে ঃ

তেন্তে তয়ো মোক সন্দেহ কৰিছ ? নিজৰ ছোৱালীজনীক পাৰোঁতেনো আতৰাই ৰাখিছোনে জোনাকী ?

অতি কাতৰ ভাবে কন্দনামুৱা হৈ বৌটিয়ে থোকা-থুকি মাতেৰে ক'লেঃ

সিহঁতে মোক বলিয়া কৰিহে এৰিব। সিহঁতে ইজনী সিজনীয়ে কোৱা-কুই কৰিছে মই হেনো মহাপাপী। পিতায়েৰ মৰাৰ দুই বছৰ-মানৰ পিছতে মৃত্যু হোৱা বকৰানীৰ মৃত্যু হেনো এটা ৰহস্য। তেওঁৰ হেনো মৃত্যু হোৱা নাই, কোনোবাই হত্যাহে কৰিছে। সেই হত্যাত হেনো মোৰো হাত আছে।

বৌটি ৰ'ল। মোৰ চকুলৈ চাই বৌটিয়ে প্ৰতিক্ৰিয়া লক্ষ্য কৰিলে। মই একো নামাতিলোঁ। মোৰ মুৰত সৰগ ভাগি পৰিল। বৌটিয়ে এইবোৰ কৈছে কি ? পিতাই মৰাৰ দুবছৰৰ পিছত বকৰানী ঢুকুৱাটো সচাঁ কথা। বেমাৰ-আজাৰ নোহোৱা বকৰানী এৰাতিৰ অসুখতে মৃত্যু হোৱা কথা মই নগাঁৱতে শুনিছিলোঁ।

বকৰানীৰ মৃত্যুৰ লগত বৌটিয়েৰ জড়িত হ'ব কেনেকৈ ?

—বতাহীয়ে সুধিলে।

বাতিৰ পুৰুষৰ কণ্ঠস্বৰটো। চিনিব পাৰিলেই বহুতো কথাৰ উত্তৰ ওলাব। ৰাতি শুনা মানুহজনৰ মাতটো মোৰ একেবাৰে চিনাকি চিনাকি লাগিছিল। বকৱানীৰ মৃত্যুৰ লগত কালিৰ ঘটনাৰ সম্পৰ্কটোৰ ক্ষীণ আঁত এড়াল পাইছোঁ। মই কি কম, কি নকম ভাবি থাকোতেই বৌটিয়ে ক'লে :

আমি আৰু ইয়াত নাথাকোঁ। সোনকালেই দেউবাৰিলৈ যামগৈ জোনাকী। ইয়াত থকাটো মোৰ বাবে আৰু সম্ভৱ নহয়। সিহঁতে মোক জীয়াই জীয়াই পুৰি মাৰিব। পিতায়েৰক মই কিমান আদৰ-যত্ন কৰোঁ, তই জান— সকলো মিতিৰ-কুটুমেও জানে। ইহঁতে উলিয়াইছে পিতায়েৰৰ টিকাৰত মৃত্যু হোৱাটো হেনো সঁচা নহয়।

মোৰ মূৰটো আচন্দ্ৰাই কৰিছে। পৰি যাওঁ, পৰি যাওঁ লাগিছে, অথচ বৌটিয়েনো কি কয়— পিতাইৰ কেনেকৈ মৃত্যু হ'ল শুনিবলৈ জোৰকৈ কাণ পাতি আছোঁ।

পিতায়েৰক হেনো আমি হত্যা কৰোঁৱাই টিকাৰত দুৰ্ঘটনা ঘটিল বুলি প্ৰচাৰ কৰালোঁ।

মোৰ মূৰটো চকচককৈ ঘূৰিবলৈ ধৰিলে। বৌটিৰ মুখত চকু কিটা থৈয়ো বৌটিক মোৰ কোনোবা অচিন তিৰোতা যেন লাগিল। চকু মই আঁতৰাই আনিলোঁ। ভয়, ঘৃণা আৰু সন্দেহত আকৌ মূৰ তুলি বৌটিলৈ চাবলৈ সাহস গোটাব নোৱাৰিলোঁ। ওচৰ-ঘৰীয়াই বৌটিৰ সুখ-স্বচ্ছন্দ সহ্য কৰিব নোৱাৰি জ্বলি-পকি এইবোৰ মিছা প্ৰচাৰ কৰিছে! চিন্তাত যুক্তি-যুক্ততা হেৰুৱাই পেলাইছোঁ।

ইমানবোৰ কথা শুনিও বৌটিয়েৰৰ প্ৰতি যে তোৰ শ্ৰদ্ধা নঁাতৰিল, সেই বাবেই তোক শলাগিব লাগিব। তোৰ বাৰু ওচৰ-ঘৰীয়াৰ কথা-বোৰ বিশ্বাস হৈছিলনে?

তই ঠিকেই কৈছ, বতাহী। মই সেই সময়ত কথাবোৰৰ সত্যাসত্য জুকিয়াই এটা সিদ্ধান্তলৈ আহিব পৰা নাছিলোঁ। কিন্তু আগদিনা ৰাতিৰ পুৰুষ-কণ্ঠস্বৰ মই স্পষ্ট শুনিছোঁ। মোক আকৌ আঁতৰাই পঠিওৱাহে উচিত হ'ব বুলি পৰামৰ্শ দিয়াত বৌটিয়ে কৈছিল— তেওঁ তাকেই ভাবিছে।

উই কি কব খুজিছ ? তাৰ মানে কথাটো সঁচা বুলি ভাবিছ ?

—নিমখ, জলকীয়া দিয়া চকলীয়া আমৰোৰ হাতেৰে সানি সানি ৰতাহীয়ে ক'লে।

সঁচানে মিছা বৌটিৰ বাহিৰে আন কোনোবা এজনে জানে, সেই-জনেই কালিৰ পুৰুষজন। কালিৰ মানুহজন কোন নজনালৈকে সঁচা-মিছা বিচাৰ কৰিব নোৱাৰি। মানুহজনে মোক আকৌ আঁতৰাই পঠাব বিচাৰে, অৰ্থাৎ আগৰ বাৰ মোক কোনোবাই বৌটিৰ সতে [illegible] আঁতৰাই পঠাইছিল।

ওচৰ-ঘৰীয়াৰ প্ৰথম কথাটো অন্ততঃ ঘটনাটোৱে সঁচা বুলি প্ৰমাণ কৰিলে।

—ৰতাহীয়ে ক'লে

আগবঢ়াই দিয়া। —আমকাঁহী হাতত লৈ জোনাকীয়ে ক'লে।

সেইটো হয়। মোক আকৌ আঁতৰাই দিব খুজিছে, তেওঁলোকৰ অবাধ মিলা-মিচাৰ সুবিধাৰ বাবে। তেন্তে পিতাইক আঁতৰাই —বকুৰানীক আতৰাই কোনোবাই অবাধ মিলা-মিচাৰ ব্যৱস্থা কৰিব বিচাৰিছিল। ৰাতিৰ পুৰুষজনেই সেইজন মানুহ, তেওঁক বিচাৰি পালেই ওচৰ-ঘৰীয়াৰ কথাটো সঁচা বুলিয়েই প্ৰমাণিত হ'ব।

বকুৰানীক আঁতৰ কৰি দিয়াত কাৰ স্বাৰ্থ থাকিব পাৰে ?

সেইটো উত্তৰ দিয়া টান। এগৰাকী বকুৰানী আঁতৰ হ'লেও ডাঙৰ গৰাকী বকুৰানী জীৱিত আছে।

বুজিছ জোনাকী, আনজন মানুহ যিয়েই নহওঁক অতবোৰ অপকৰ্মৰ লগৰীয়া কিন্তু বৌটিয়েৰ। সেইটো দেখদেখকৈ ওলাই পৰিছে।

নহয় অ' ৰতাহী, পুৰুষজন কোন নজনালৈকে বাকীবোৰ কথা প্ৰমাণ নহয়। ই কুৎসা ৰটনাও হোৱাটো সম্ভৱ! অ' এটা কথা ঠিক বৌটিয়ে বৈধব্যৰ তাড়না মানি নলয়, সেইটো অন্ততঃ ধৰিব পাৰিছো। সেই কাৰণেই জন্মদাতৃ বৌটিৰ কোলাত সোমাই শ্বাস-প্ৰশ্বাস লৈ ····· ।

## পাঁচ

নতুবা নিচিন্তাকৈয়ে জোনাকীৰ লগত তাৰ চিনাকি হৈ মৌ-মিঠা মৃদু হাঁহিৰে তাই ত'লৈ মুখ মেলি চাই থকা ছবিখন তাৰ সদায় মনত পৰি থাকে। স্কুলত পঢ়া ছোৱালী, তাতে আকৌ হ'ষ্টেলত থাকি মিছনত পঢ়া। কিন্তু কতা, তাইকতো তেনে যেন নেলাগে। একেবাৰে সহজ সৰল। তাইৰ চকুত এটা আচৰিত মৰম লগা চাৱনী-হে যেন আছে। সুঠাম লনি দেহ। পূৰঠ যৌৱন। বৈ পৰা চুলিটাৰতে ফুলৰ পাহীৰ দৰে কোমল ওঠ দুখনেৰে তাই অতিকৈ মৰম লগা। ছোৱালীজনী সঁচাকৈয়ে ধুনীয়া। সি গুৱাহাটীৰ পৰা অহা কেদিনমান পিছতে বনমালী-বতাহীহঁতে কৈছিল সিহঁতৰ কথা। '৫৪ চনৰ পুহমাহ কোনোবা এটা ভাল দিনত বৌটিয়েক আৰু তাই দেউবালি গাঁৱত একেবাৰে থাকিবলৈ আহিল। ৰহিয়াল বৰুৱাৰ মাটিৰ একাংশতে তেওঁ সজাই দিয়া দুখোঁটালীৰ খেৰি ঘৰটোতে ম'হৰ গাড়ীৰে আহি সিহঁত নামিছিলহি। ওচৰ-পাজৰৰ মানুহে সিহঁতক চাবলৈ আহিছিল। একেবাৰে কানৰ ঘৰৰ মইনা পেহী-পেহায়েই বৰুৱাৰ ইয়াৰ মাটি-বাৰী চায়। তেওঁলোকে জোনাকীহঁতক মৰম-চেনেহৰে ব্যৱহাৰ কৰিছিল।

বহুত দিন অশান্তিত যোৱা জোনাকীহঁতে দেউবালি গাঁৱত হাঁহি-আনন্দৰে দিন কটাবলৈ নতুন পৰিবেশৰ লগত খাপ খুৱাব পৰা মানসিক প্ৰস্তুতিৰে তাতে থাকিবলৈ ললে। সাতদিন আঠদিন গ'লনে ন'গল দেউবালিৰ সমাজে জোনাকীহঁতক এঘৰীয়া কৰিলে। অপৰাধ হ'ল—জোনাকী নগাঁৱত গৈ পাদ্ৰীৰ মিছন স্কুলত পঢ়িছে। প্ৰায় দুমাহকাল সমাজে সিহঁতক জুই-পানী নিষেধ কৰিলে সি, বনমালী

আৰু বতাহীয়ে তাহাঁতক যি উপকাৰ কৰিলে সিহঁতে পাহৰিব কেনেকৈ ? অৱশ্যে এঘৰীয়া কৰি খোৱাৰ বাবেহে তাইৰ লগত বাহুৰ হৈছিল ঘনিষ্ঠতা।

সিহঁত জীয়াই থাকিবলৈ কৰা প্ৰচেষ্টাত সহায়ক ৰূপে থিয় হোৱা বাহুক ঘনিষ্ঠ বন্ধুত্বকৈ বেলেগে ধ্বোৱা নাছিল জোনাকীয়ে। বাহুৱেও অন্য ভাবে লোৱা নাছিল তাইক। সমাজৰ বান্ধৰ পৰা বিনা বিচাৰ-বুদ্ধিৰে জোনাকীহঁতক এঘৰীয়া কৰিছে। সি আৰু বনমালীয়ে গাঁৱৰ মানুহক দোষাৰোপ কৰিয়েই নেৰে/— সমাজৰ অন্যায় বিচাৰৰ প্ৰতিবাদো কৰিব। সিহঁতকো এঘৰীয়া কৰিলে কৰক। ছুয়োটাই এদিন বতাহীক লৈ সিহঁতৰ ঘৰলৈ গৈ তাইক আৰু বৌটিয়েকক আচৰিত কৰি দিছিল। সেই কামৰ বাবে সিহঁতকিটায়ো কম লাঞ্চনা-গঞ্জনা খাব লগা হোৱা নাছিল। মুখচোকা তিৰোতা মানুহে অশালীন মন্তব্য কৰি নিজকে সন্তুষ্টি দিছিল।

সিহঁতৰ ঘৰলৈ অহা আলহীকিজনক বহিবলৈ কোৱাতো সিহঁত প্ৰথমতে বহা নাছিল।

সেইদিনা বাহুৰ মুখখনে লোৱা বিভিন্ন বং আৰু তাৰ কথা-বতৰা বোৰ তাইৰ সম্পূৰ্ণকৈ মনত আছে। সিহঁত তাহাঁতৰ ঘৰলৈ পুৱাবেলা গৈছিল, তাই তেতিয়া পিচফালে গা-ধুই উঠি চুলি শুকুৱাই আছিল। সিহঁতৰ ঘৰলৈ মানুহৰ আহ-যাহ নাই। কাৰ লগতনো বৌটিয়েকে কথা পাতিছে— চাবলৈ বুলি তাই মেলা চুলিৰেই বাহিৰলৈ আহি তাৰ চকুৱে চকুৱে পৰিছিল। তাই চকু মেলি তালৈ তধা লাগি চাইছিল। সিয়ে' তাইলৈ চ'ইছিল, কৈ থকা কথাত তাৰ ঠোঁটা-মোজা লাগিছিল। কথা-বতৰা প্ৰথমে পাতিছিল বাহুৱেই। বতাহী খোটালীটোৰ কাপৰ ফালে আৰু বাহুৰ সমানে সমানে বনমালী থিয় হৈ আছিল। বাহু দেখনিয়াৰ নহয়, শকত-আৱত হ'লেও তাৰ মুখখন লনি আৰু চকু ছুটা ডাঙৰ, অথচ মুখখনৰ লগত খাপ খোৱা। চকুত এটা উজ্জ্বল জ্যোতি। তাক দেখিলে অত্যন্ত বলী আৰু আত্ম-বিশ্বাসী লোক বুলি ধৰিব পাৰি।

তাই হঠাৎ আহি তিনিজন মানুহৰ সন্মুখত পৰি যোৱাত অপ্ৰস্তুত হ'ল, তথাপি ৰতাহীৰ ফালে চাই কৈছিল :

আহক, বহকহি ।

ৰতাহীয়ে হাঁহি এটা মাৰি কিবা ক'ব খোজোতেই বাহুৱে কলে :

মানে আমি বহিব খোজা নাই । আজিয়েই আমাৰ ঘৰত বাজহুৱা ভোজ এটা আছে । আপোনালোকে কেনেবাকৈ জানিবই পাৰে, সেয়েহে আমি অলপ লৰালৰি কৰিব বিচাৰিছোঁ ।

—জোনাকীৰ বৌটিয়েকলৈ চাই বাহুৱে ক'লে ।

ভোজৰ লগত বহিব নোৱাৰা কথাটোৰ সম্পৰ্ক দেখা নেপালোঁ ।

—ফুটাই হাঁহি এটা মাৰি জোনাকীয়ে মাজতে কোৱাদি ক'লে ।

মানে আমি কথা অলপ কৈয়েই যাম বুলি ভাবিছিলোঁ । বাৰু অলপ বহাই ভাল হ'ব ।

নিজকে কোৱাদি বাহুৱে ক'লে ওচৰ ত থকা বৰপীৰাখনৰ ফালে বাহুহঁত বহিবলৈ আগুৱাই যোৱা দেখি জোনাকীয়ে পীৰাখনত হাত ফুৰাই দিবলৈ খৰধৰকৈ আগুৱাই আহোঁতে বাহুৰ গাত তাইৰ গাটো অলপ লাগি গল । তাই অপ্ৰস্তুত হৈ ডাঙৰকৈ চকুহাল মেলি লাজ লাজকৈ বাহুলৈ চালে ।

নাই, একো হোৱা নাই । নেদেখাতহে লাগিছে ।

— জোনাকীৰ মুখলৈ চাই বাহুৱে ক'লে ।

সিহঁত দুটা বৰপীৰাখনত বহিল । অলপ আঁতৰতে পাৰি থোৱা শেতেলিখনৰ চুক এটাতে বহোঁ নবহোঁকৈ বহিল ৰতাহী ।

আমি যে ইয়ালৈ আহিছোঁ সেইটো জনাজনি হ'লে—হ'ব লগা ভোজত বিসঙ্গতি হ'ব সেইটো সহজেই বুজিছে ।

— বাহুৱে বৌটিয়েকলৈ চাই ক'লে ।

ভোজত বিসঙ্গতি কৰি লাভ হ'ব কাৰ ? আচলতে মই কথাটোৰ আগগুৰিয়েই পোৱা নাই ।

— বৌটিয়েকে ক'লে ।

আগগুৰি পাব। কথাটো হ'ল আপোনালোক যেতিয়া বহিয়াল বকৰাৰ টোলত বসবাস কৰিছিল, তেতিয়াতো এইসকলেই ভাত একে সমাজতে খোৱা-বোৱা কৰিছিল ? এতিয়া আকৌ আপোনালোকক সমাজৰ পৰা বাদ দিব কিয় ? তেওঁলোকে একে সমাজতে খোৱাটোহে উচিত। সেয়ে আমি ...... বনমালীৰ কথাৰ মুখতে বাছুৰে ক'লে।

এই কথাটো কেনেকৈ ক'লি। আমি ভাবোঁ সমাজে যি কাৰণত আপোনালোকক জুই-পানী নিষেধ কৰিছে, সি কাৰণেই হ'ব নোৱাৰে। ই অন্যায় সিদ্ধান্ত। এসময়ত মোৰ পিতাই সমাজৰ মুখিয়াল মানুহ আছিল। আজি আমাৰ ঘৰত ভোজ পাতি সমাজক ভোজলৈ নিমন্ত্ৰণ কৰিছোঁ আৰু আমি সমাজে এৰি থোৱা এঘৰ মানুহৰ ঘৰলৈ আহিছোঁ। আমি চাব খুজিছোঁ সমাজে ইয়াক কেনে ভাবে লয়। ভোজ-ভাত পেলনি নাযাবলৈ অন্ততঃ সমাজক কৈ-মেলি চোৱাৰ সুবিধা এটাতো পাম। নিজৰ ঘৰত ভোজ পাতি সমাজক নিমন্ত্ৰণ কৰি ভোজ পেলনি নিয়োৱাৰ বাদে আন কিবা হ'ব বুলি মই নাভাবোঁ। এইটো বৰ ভাল কাম ন'হল। — জোনাকীয়ে অসন্তি প্ৰকাশ কৰি ক'লে।

মিছন স্কুলত পঢ়িলে মানুহৰ জাত নাযায়। ছোৱালীয়ে স্কুলত পঢ়াটো একো দোষৰ কথা নহয়। জ্ঞান আহৰণ কৰিবলৈ সকলো ঠাইলৈ মানুহ যাবহে লাগে। সমাজে এই কথা বুজিব লাগিব, নুবুজা-সকলক বুজাব লাগিব। আমিও বাহিৰখন বেছিকৈ দেখা নাই। গুৱাহাটীত ছটা বছৰ কটাই যিটো দেখিছোঁ, শুনিছোঁ আমিবোৰে আঁতৰৰ খ-খবৰ নৰখাৰ কাৰণেই এনে হ'বলৈ পাইছে। খৃষ্টান স্কুলত পঢ়ি যদি জোনাকীয়ে খৃষ্টান ধৰ্ম্ম গ্ৰহণ কৰিলেহেঁতেন, আপোনালোক খৃষ্টান হ'লহেঁতেন, তেতিয়া কথা বেলেগ আছিল। সমাজক কথাটো বুজাই কবলৈ আমি বিচাৰি আছোঁ, কবৰ সুবিধা নাই। সেয়ে ঘৰৰ সকামৰ দিনাই এইটো ব্যৱস্থা কৰিছোঁ —যাতে সমাজক ক'ব লগা কথাখিনি ক'ব পাৰোঁ। নিজৰ ঘৰৰ ভোজ পেলনি গ'লে আনে অন্ততঃ দোষিব নোৱাৰিব।

ৰহাত থাকোঁতেচোন আমাক কেৰে সমাজৰ পৰা এৰি থোৱা নাছিল।

মিছনত পঢ়ি তিবোতায়ো চকু গজাৰ বাবে ধন্য কৰাত বৰুৱাৰ ঘৰলৈ অহা জনা-বুজা মানুহে মোক প্ৰশংসাহে কৰিছে। মিছনত পঢ়িলোঁ বুলিয়েই আমি চুৱা গলোঁনে। ধৰ্মই বাধা দিয়া কোনো কাম আমিতো কৰা নাই। আমিনো তিবোতাৰ লগা কাম কোনটো নকৰাকৈ, নিশিকাকৈ আছোঁ। বৰঞ্চ কাপোৰ চিলোৱা, তাঁত বোৱা, গোঁঠা-মোঠা, ফুল-জালি তোলা—নতুন নতুন কথাহে শিকিলোঁ। পথাৰে-সমাৰে যাবলৈয়োতো আমি হেলা কৰা নাই। সকলো কৰিও পঢ়া-শুনা শিকাৰ কাৰণে সমাজে আমাক ভালহে পাব লাগিছিল। এতিয়াহে শুনিলোঁ, জোৱানীয়ে বোলে পঢ়া-শুনা কৰিব নেপায়।

— বেজাৰ, ক্ষোভ মিহলি সুৰেৰে জোনাকীয়ে ক'লে।

এৰা, আমি তিবোতা মানুহক 'ক'ৰ চুককিটা চিনাবৰ কেৰে ব্যৱস্থা নকৰোঁ আৰু অন্যে কৰিলেও বেয়া পায়। মোৰো কিন্তু পঢ়া-শুনা কৰিবৰ বৰ মন আছে। সুবিধা নোপোৱাতহে এনেকৈ আছোঁ।

— বতাহীয়ে জোনাকীৰ কথাৰ সমৰ্থনত ক'লে।

সমাজে যদি আমাৰ লেঠা চিঙে, মই তোমালোকক লিখিবলৈ, পঢ়িবলৈ, গুঠিবলৈ, গাঁঠিবলৈ শিকামদেই। তেনে এটা চিন্তা মোৰ আগৰে পৰাই আছে।

— জোনাকীয়ে ক'লে।

কথা এটা সোধো।

—বাহুৰ মুখলৈ চাই বৌটিয়েকে সুধিলে।

তুমি গুৱাহাটীৰ পৰা ওভোতাৰ পিছত বহিয়াল বৰুৱাই এবাৰ তোমাক মতাই নিয়াইছিল নহয় বহালৈ?

হয়, তাতে আপোনালোককো দেখিছোঁ, আপোনালোকৰ জোৱানী জোনাকীকো তাতে পাইছোঁ নহয়। আপোনালোক যে তাৰ পৰা টয়ালৈ আহিল ··

সেইবোৰ বহুত কথা বুজেৰৰ, একালৰ বহিয়াল বৰুৱা আৰু আজিৰ বহিয়াল বৰুৱাৰ অৱস্থাৰ কথা কল্পনাই নহ'ব।

বাহুৰ প্ৰকৃত নামটোও জোনাকীৰ যৌটিয়েকে জানে।

—সি আচৰিত হ'ল।

বকৰাৰ ঘৰত নাছিল কি? কলিকতাৰ পৰাহে বস্ত্ৰ-বস্তু, আচবাব আনিছিল। দুৰ্গাপূজাৰ পূজাৰী কলিকতাৰ পৰা আনে। চাহাবৰ দৰে চকী-মেজ, কত আড়ম্বৰ। ডাঙৰ ডাঙৰ মানুহ আহে, যায়। এসময়ত বকৰাই যি কৰিবৰ ইচ্ছা তাকে কৰিছিলি, কৰিবৰ সমৰ্থও তেওঁৰ আছিল। তেওঁৰ হাউলিতে প্ৰথমে এইৰ ককাকে আৰু পিছত পিতায়েকে বসবাস কৰি মহলৰ কাম কৰি আনন্দৰে দিন কটাইছিল। ইংৰাজে দেশ লোৱাৰ প্ৰথম চোৱাতো বকৰাৰ দিন জয়জয় মহমহেই আছিল। ১৮৪০/৪১ চনৰ পৰা বকৰাৰ দিন ক্ৰমান্বয়ে বেয়ালৈ আহে। এটা এটাকৈ সকলো ক্ষমতা তেওঁৰ হাতৰ পৰা ইংৰাজে কাঢ়ি নি মাত্ৰ তিনিটা মৌজাহে তেওঁক চলাবলৈ দিয়ে। তেতিয়াও আৰ্থিক অৱস্থা বকৰাৰ ভালেই আছিল। মানসিক অৱস্থাও ভালেই বুলিব লাগিব। মই যি পাবো তেওঁৰ চোৱা-চিতা কৰিছিলো। ১৮৪৩ চনত এমেৰিকান বেপ্টিষ্ট মিছনৰ ব্ৰাউন চাহাবে ছোৱালীৰ বাবে নগাঁৱত স্কুল স্থাপন কৰে। আগতে ছোৱালীৰ পঢ়া-শুনা কৰিবৰ ঠায়েই নাছিল নহয়। ১৮৪৬ চনত বকৰাৰ কথা পেলাব নোৱাৰি জোনাকীক নগাঁও মিছনতে থাকি পঢ়িবলৈ পঠাওঁ। অ' হয়. সেই বছৰেই বকৰাৰ পুতেক শিৱৰাম বাপাও গুৱাহাটীত পঢ়িবলৈ যায়। ১৮৫১/৫২ চনত তেওঁৰ আৰু এটা মৌজা চাহাবহঁতে কাঢ়ি লৈ যায়। বকৰাৰ দুখৰ দিন আৰম্ভ হয়। ইমান ডাঙৰ সংসাৰ এখন চলাবলৈ বকৰাই অসুবিধা পোৱাটো স্বাভাৱিক। পূৰ্বৰ সঁচতীয়া ধন-বিতৰ অভাৱ হোৱা নাই বকৰাৰ। তাৰ পিছতো দুবছৰ গ'ল। আমাক তেওঁ সদায় এনেদৰে পোহ-পাল দি থাকিবনে? বকৰাই নিজৰ মাটিতে এয়া ঘৰ-দুৱাৰ কৰি থাকিবলৈ দিছেহি। তাই নগাঁৱৰ পৰা অহা বহুত দিনেই হ'ল, এতিয়াহে সমাজে মিছনত ল'ৰা-ছোৱালী পঢ়োৱাৰ দোষত আমাক বিশ্বাসত লোৱা নাই। শিৱৰাম বাপাৰ বন্ধু আনন্দৰাম ঢেকিয়াল ফুকন. গুণাভিৰাম বকৰাহঁতে

বহালৈ আহোঁতে তাইক সদায় প্ৰশংসাহে কৰিছিল। বাকীখিনি তুমি জানায়।

সমাজৰ কথাটো আজিয়েই কিবা এটা হ'ব। সমাজত বুজা মানুহো বহুতো আছে। বুজালে নিশ্চয় বুজিব। অ' বৰুৱাৰ লৰাজন শিৱৰাম মোৰ তিনি বছৰৰ আগতেই গুৱাহাটীত পঢ়িবলৈ গৈছিল। তেওঁৰ লগত অৱশ্যে মোৰ বন্ধুত্ব নাই। বৰুৱাই মোক তেওঁৰ কথা কৈছিল।

এই কিমাহতে ন'হলেও এই বছৰৰ শেষত শিৱৰাম বাপা আহিব! মেই নে শুন?

বৌটিয়েকে তাইৰ মুখলৈ চালে।

তাই তল মূৰ কৰিলে। বৌটিয়েকৰ কথা কিন্তু নশলাগিলে।

আমি আহিছোঁ। —বাহুয়ে ক'লে।

মাত-বোল লগাই সিহঁত উভতি আহিল। জোনাকীক সি আগতেও এবাৰ দেখিছে। এইবাৰ তাইক ধুনীয়া লাগিছে। কথা-বতৰাবোৰো সোৱাদ লগাকৈ ক'ব জানে। পঢ়া-শুনাই বোধহয় নম্ৰতা আনিছে — সি ভাবিলে।

বোলে ককাই, ছোৱালীজনী কেনেকুৱা দেখিলি?

— হঠাৎ বতাহীয়ে বাহুক বাটতে সুধিলে।

ভাল লাগিল। কিয় সুধিলি?

এনেয়ে, ছোৱালীজনী সচাঁকৈয়ে ভাল। নিৰমাইহঁতে মিছাকৈয়ে ডাং-কাটি বুলি কৈছিল।

— তাই নিজে নিজে কোৱাদি ক'লে।

চহৰৰ স্কুলত পঢ়িছে তাতে চাহাব-মেমহঁতে পঢ়াইছে। অলপ স্ফূৰ্তিবাজ, হাঁহি-তামচা ভাল পোৱা হবই। হাঁহি-মাতি গা-মূৰ লৰাই কথা-বতৰা পাতে। সেয়ে নিৰমাইৰ চকুত তাই ডাংকাটি, নহয় জানো? — বনমালীয়ে বাহুলৈ চাই বতাহীৰ কথাৰ উত্তৰ কাটিলে।

ছোৱালীজনী আচলতে ভাল। তাইক লৈ ইমান আলোচনাৰ প্ৰয়োজন কি সেইটোহে মই বুজিব নোৱাৰিলোঁ।

— বাহুৱে মন্তব্য দিয়াৰ দৰে ক'লে।

# ছয়

জোনাকীয়ে মজলীয়া সূঁতাৰ চাদৰ লগাইছে ! আঁচু দি ফুল বাছিছে।

কথাৰ মাজতে জোনাকীয়ে ক'লে :

তোকনো আৰু পুৰণা কথাবোৰ কৈ থাকি কি হ'ব বতাহী !

অন্য কি হ'ব ! দুখৰ কথাআনক ক'লে মনটো পাতল পাতল লাগে।

ৰহিয়াল বৰুৱাৰ ঘৰৰ কথা তইনো ইমানকৈ সুধি আছ কিয় ? মই একো কথাই তোৰ পৰা লুলুকুৱাওঁ । লুকুৱাবৰ কাৰণো নাই । তাকো মই সকলো কথা খুলি-মেলি কৈছোঁ ।

বাহুক কথাবোৰ ক'লি ? তই উপযাচি কৈছ নে সি সুধিছে ? সি তোৰ কথা বিশ্বাস কৰিছেনে ?

তঁাতৰ পাটৰ পৰা উঠি জোনাকীয়ে আগৰ কাঠীটো উলিয়াই আনি আন কাঠী সুমুৱাবলৈ ধৰিছিল । বতাহীৰ চকুলৈ চাই তাই ক'লে :

নকৰিব কিয় ? মাজতে তাৰ মনটো ডাৱৰীয়া দেখিছিলোঁ । মই সকলো কোৱাৰ পিছত এতিয়া পৰিষ্কাৰ হৈছে ।

কেতিয়া তাক পাইছিলি ?

পৰহি ।

পৰহি —পৰহি তোক সকলো কৈছে ?

অ' পৰহি কৈছে ? তই আচৰিত হৈছ কিয় ? মই তাক সকলো কথা ভাঙি-চিঙি কৈছোঁ । শিবৰাম এটা উতনুৱা……

তোক সি শিবৰামৰ কথা সুধিছিল ?

অ' সুধিছিল । মই সকলো কৈছোঁ । শিবৰাম কেবাদিনো আমাৰ ইয়ালৈ আহিছে । তাৰ উদ্দেশ্যৰ কথা ক'বলৈও সি লাজ কৰা নাই । সি হেনো মোক ৰাজৰাণী কৰি ৰাখিব । মোৰ বিনে সি সকলো শূন্য

দেখিব—কত কথা তাৰ কিমান শুনিবি। মই স্পষ্টকৈ কৈ দিছোঁ তাইক সি যেন কোনো দিন আক তেনে কথা নকয়। সি নহাটোকে আমি বিচাৰোঁ বুলিও কৈছোঁ। তাৰ প্ৰতি মোৰ কোনো দুৰ্বলতা নাই, সি জানি থোৱা ভাল।

বুজিছ জোনাকী, বাহুৱে আমাৰ তাক তাৰ দুখৰ কথা কৈছে। তই তাক আগৰ দৰে হেনো ... ...

এয়া কেতিয়াৰ কথা ?

তোক সুধিম সুধিম বুলি সুধিবলৈ ভাল পোৱা নাছিলোঁ। পৰহি যদি তই তাক পাইছ, তেন্তে চিন্তা আঁতৰিল —মই সোমবাৰে শুনিছিলোঁ তাৰ পৰা। তাৰ আগতেও কেবাদিনো সি মোক কৈছিল, আজি কালি চোন বাহুৱে মনটো মাৰি থাকে। তই খা-খবৰ লবিচোন। জোনাকীৰ লগত কিবা লাগিলেই নেকি ?

কথাটো কি জান ? মতা মানুহবোৰ বৰ জেদি। সিদিনা শিবৰাম আমাৰ ঘৰত থাকোতেই সিয়ো আহিছিল। শিবৰামক আমাৰ তাত দেখিয়েই তাৰ জ্বৰে-বিষে উঠিল। অকণমান বহিয়েই সি উঠি গুচি গ'ল। যাওঁতেও সি মোক নামাতিলে। তেতিয়াৰ পৰাই আৰম্ভ হ'ল অশান্তি। তাৰো, মোৰো।

বেয়া নেপাব যদি তোক কথা এটা সোধো ঃ শিবৰাম বৰুৱাৰ লগত তোৰ সম্পৰ্ক কি। তোৰ আশৈ নাপালে সি ইয়ালৈ আহিব পাৰে কেনেকৈ ? কিবা এটা কথা থাকিব লাগিব।

একো কথা নাই বতাহী। মই আগতেই কৈছোঁ সি এটা উতনুৱা নষ্ট-ডেকা। টকা-পইচা, সা-সম্পত্তিৰ দৰে সি তিৰোতাকো গণ্য কৰিব। তাহাঁতৰ মতে তিৰোতা এটা পদাৰ্থ, ইয়াৰ প্ৰাণ নাই, নিজা চালিকা শক্তি নাই। সিহঁতক যেনেকৈ চলায় তেনেকৈয়ে চলিব। যিদিনাই প্ৰয়োজন হ'ব আগৰজনী আঁতৰাই দি অন্য এজনী আনিব। মোকো সি খেলাৰ পুতলা বুলিয়েই ভাবিছে।

সেইবোৰ বুজিছো। সি ইয়ালৈ কেবাবাৰো আহিছে বুলি তয়ে

কৈছ। বাস্তুকো তই বিশ্বাস জন্মাব পাৰিবি। কচোন আমাকো কথাটো কি? এনেয়ে এটা ডাঙৰ ঘৰৰ ল'ৰা ইমান দূৰ কাচুলি খাই উন্নাতৈ আহিবনে?

মই তোক সকলো কমেই। কথাটোহে বৰ দীঘল। তই জানই পিতাই আছিল বহিয়াল বৰুৱা অৰ্থাৎ কৃষ্ণবাবুৰ কৰ্মচাৰী। আমি আছিলোঁ বহাৰ তেওঁলোকৰ টোলতে। বহিয়াল বৰুৱাৰ একমাত্ৰ সন্তান শিৱৰাম। দ্বিতীয় পত্নীৰ সতি-সন্ততি নাই। শিৱৰাম মোতকৈ ছবছৰমানৰ ডাঙৰ। সকতে আছিল সি আমাৰ খেলা-ধূলাৰ লগৰীয়া। শিৱৰাম গুৱাহাটীতহে থাকে।

ব, গুৱাহাটীলৈ পিছতহে গ'লগৈ। তাৰ আগৰ কথা কৈছোঁ। মোক যেতিয়া নগাঁৱত পঢ়িবলৈ পঠায়, তেতিয়া তাৰ ধাৰ-তেৰ বছৰ হ'ব। তাক নিজৰ ঘৰতে গৃহ-শিক্ষকে পঢ়ুৱায়।

তহঁতৰ চিনাকি হ'ল কেতিয়া?

একেটা টোলতে থকা ওচৰ-চুবুৰীয়া সকলোৱেই পৰস্পৰে চিনাকি। বেলেগ চিনাকি হ'বলৈ কিটো আছে? মই তাক নবছৰমান দেখাই নাই। মই নগাঁৱৰ পৰা অহাৰ আগৰ বছৰ সি গুৱাহাটীৰ পৰা একেবাৰে আহে। বৰুৱাৰ ঘৰৰ লগত আমাৰ সম্বন্ধ তই জানিছই। বৌটিক সি মাহী বুলি মাতে। সি আমাৰ ঘৰলৈ আগতেও আহে, মই নথকাটো আছিছিল। গুৱাহাটীৰ পৰা আহি আমাৰ ঘৰলৈ অহা-যোৱা আৰম্ভ কৰিলে। মই ঘৰলৈ ওভোতাত তাৰ আহ-যাহ ঘন হ'ল। বৌটিৰ আশৈ পাই লাহে লাহে সি সদায় অহা হ'ল। সি বেয়া কথা ক'লে, বেয়া কাম কৰিলেও বৌটিয়ে তাক একো নকয়। বৰুৱা ঘৰত বেছি সময় নাথাকেই। গতিকে —

এবা, তোৰ বৌটিজনীক মই ধৰিবকে নোৱাৰিলোঁ বুজিছ। যিবোৰ কথা তোৰ মুখে শুনিলোঁ ভয়তে হাত-ভৰি লুকায়।

ধনীৰ দুলাল শিৱৰাম। তাতে গুৱাহাটীৰ ইংলিছ স্কুলত পঢ়া ল'ৰা। বৌটিয়ে কৰিব কি? বৌটিৰ গাত বলৈকে জগৰ নাই, বুজিছ। ঘৰৰ

পৰা তাক খেদি দিয়েনো কেনেকৈ ? ভেতিয়া আকৌ তাৰ দৰে ল'ৰা ঘৰলৈ আহিলে মানুহে ভালহে পায়। মই হ'লেও ঘৰলৈ অহা ল'ৰাটোৰ লগত কথা-বতৰা নপতাকৈ থাকোঁৰেই বা কেনেকৈ ?

তই জানো তাক বুজিব পৰা নাছিলি ?

নাই। প্ৰথমতে মই সহজভাবে লৈছিলোঁ। তাৰ লগৰীয়াবোৰো ডাঙৰ ডাঙৰ মানুহৰ ল'ৰা। তাৰ চাল-চলনো ভাল মানুহৰ নিচিনা। সি যে এটা নিলাজ জানিবিনো কেনেকৈ ? প্ৰথম চোৰাত সি দেশ-বিদেশৰ ভাল ভাল কথাবোৰ কৈছিল, সি সেইবোৰ ভালকৈ জানেও। নিজে দেখিছেও বহুত, পঢ়ি-শুনি জানিছে অনেক। গুণাভিৰাম বৰুৱা তাৰ সমনীয়া সহপাঠী। আনন্দ ৰাম ঢেকিয়ালফুকন তাতকৈ অলপ ডাঙৰ হ'লেও লগৰীয়া, কত ধুনীয়া ধুনীয়া কথাবোৰ সি কৈছিল। সেইবোৰ শুনিবলৈ— জানিবলৈ মন যোৱাটো স্বাভাৱিক কথা।

তই তাৰ ৰূপ দেখিয়েই মোহ গ'লি হবলা ? নহ'লেনো বৰ মানুহৰ ল'ৰাই-তোৰ দৰে ছোৱালীক ... — ... ...

ৰ'চোন ৰভাহী, সি যে দেখাই-শুনাই ধুনীয়া তাত সন্দেহ নাই। কিন্তু ধনী মানুহৰ ল'ৰাক বুজিবলৈ মোৰ সৰহ দিন নেলাগিল। তাৰ প্ৰতি মোৰ অনুকম্পা নাছিলোঁ। লাহে লাহে তাৰ কথাৰ সুৰ বদলিল। প্ৰথমতে কাব্য-সাহিত্যত থকা প্ৰেমৰ কথা কবলৈ ল'লে, ক্ৰমান্বয়ে মোৰ নাকটো, চকুকিটা ধুনীয়া বুলিবলৈ আৰম্ভ কৰিলে। লাহে লাহে কথাৰ লাচতে পিঠিত হাত ফুৰাই দিয়া, হাতত ধৰাৰ সুবিধা ল'লে।

কিয়, তাক আহিবলৈ বন্ধ কৰি দিয়া হ'লেই হয়— যদি তই তাক ভালেই নেপাৱ।

তাক আমাৰ তালৈ নাহিবলৈ ক'বলৈ আমাৰ সাহসে নুকুলায়। বৌটিক মই ঠাৰে-টিয়াৰে তাৰ পৰা পোৱা ব্যৱহাৰৰ কথা ক'লোঁ। বৌটিয়ে একোকে নকয়। ক'বইবা কেনেকৈ ? সিহঁতৰ অন্নেৰে আমি লালিত-পালিত। উপাৰ্জন কৰিবলৈ আমাৰ কেও নাই। যদি আমাক খেদি দিয়ে তাৰ পৰা ?

তোৰ বৌটিৰ কথা-বতৰা হয়তো শিববামে জানিছিল। বকৰাই তইঁতক পোহপাল দিয়াৰ সি সুবিধা লবলৈ বিচাৰিছিল।

সি কি জানে যাজানে মোৰ জনাৰ প্ৰয়োজনো হোৱা নাছিল। এটা কথা সঁচা, সকলোৱে জানে পিতায়ে ভাত একালত কাম কৰিছিল। সেয়ে বকৰাই আমাক পুহিছে। এবাৰ মোৰ ধৈৰ্য্যৰ বান্ধ ছিঙিৰ খুজি-ছিল। সি মোক বডা গোলাপ ফুল এটা আগুৱাই দি হাঁহি হাঁহি কৈছিল :

লোৱা জোনাকী, কিমান ধুনীয়া ফুলটো ... ...

খঙত মই একো নাই হ'লোঁ। সেই সময়ত মোৰ মুখ আৰু চকুৰ বং দেখিয়েই ভাল ল'বা হোৱা হ'লে সকলো বুজিলেহেঁতেন। কিন্তু যি নিৰ্বোধ, এটা মানুহ-ৰূপী পশু, বুজিব ক'ৰ পৰা?

ফুলটো চাগে তই খোপাত গুজিলি?

ভাল কৈছ বতাহী; মাটিত পৰি যোৱা ফুলটো সিয়েই উঠাই লৈ উভতি গ'লগৈ নিলাজৰ দৰে।

তাৰ পিছত সি তইঁতৰ ঘৰলৈ আহিবলৈ এৰিলে নে নেৰিলে?

এৰিব? মই ভাবিছিলোঁ শিক্ষা পাইছে আৰু নাহে। কিন্তু সি বেচিকৈহে আহিবলৈ ললে, পুৱা-গধূলি সময়ে অসময়ে। ক'ৰবালৈ ওলাই গ'লেও সি পিছে পিছে যায়। হোৱাই নোহোৱাই কথা পাতি থাকে, মই নহ'লে বৌটিৰ লগতে। মই তাক এবাৰ নোৱাৰা হ'লোঁ, নিৰুপায়ত পৰিলোঁ। বাপেকৰ অন্নেৰে লালিত-পালিত হৈ তাতকৈ বেচি কৰিবৰ সাহসো নাছিল আমাৰ, সেইটো সুবিধাই ললে সি।

মানে।

মই তাক যিমান পাৰোঁ এৰাই চলিব বিচাৰিলোঁ। লগ হ'লে তাক যে মই তিলমানো গুৰুত্ব দিয়া নাই, কথাই কামে বুজাবলৈ ধৰিলোঁ। সি কিন্তু বেছিকৈহে পিছে পিছে ফুৰিবলৈ ধৰিলে। মই এটা বুদ্ধি পাতিলোঁ। তাক ক'ৰবাত পালে বন্ধু-বান্ধবৰ দৰে কথা-বতৰা পাতোঁ আৰু তৎক্ষণাৎ আঁতৰি যাওঁ। সি তাক ওলোটাকৈহে বুজিলে। সি ভাবিবলৈ ধৰিলে মই তাক ভাল পাবলৈ ধৰিছোঁ; মই তাৰ প্ৰতি

দুৰ্বল হৈ পৰিছোঁ। মই কিন্তু সাৱধানে সতৰ্কভাৱে চলিবলৈ ধৰিলোঁ। মই লক্ষ্য কৰিলোঁ ক্ৰমান্বয়ে যেন সি দুঃসাহসী হ'বলৈ লৈছে। কোন সময়ত সি অঘটন ঘটায় তাৰ ঠিকনা নাই। কিবা শুনকজনা ভাল, ছয়-সাত মাহ নহওঁতেই বকুৱাই তাক কলিকতালৈ যাবলৈ মান্তি কৰোৱালে।

চকুৰ আগৰ বিপদ আঁতৰাই অকলশৰীয়া হ'ল হবলা ? সেই সময়তেই তোকো আঁতৰাব খুজিছিল নহয় ?

জোনাকীয়ে অৰ্থ পোৱাৰ দৰে হাঁহি এটা মাৰিলে, একো নেমাতিলে। বতাহীয়ে তাই কোৱা কথাবোৰ পোনপটীয়াকৈ লৈছে। বৌটিৰ কথা-কাণ্ড সন্দেহজনক নাথাকিলেও মনটোক মনাব পৰা নাই। তেনে ধৰণৰ কাম তাইৰ বৌটিয়েকে কৰিব নোৱাৰে, সেই কথা তাই বিশ্বাসে নকৰে। মনে মনে থকা দেখি বতাহীয়েই সুধিলে:

তহঁতৰ ইয়াৰ ঘৰলৈ সি অহাৰ কথা কৈছিল নহয় ?

অ' কলিকতাত কেইমাহমাহমান থাকিয়েই সি পঢ়া-শুনা নকৰি গুচি আহিল। তাৰ হেনো তাত মনটো নবহে। শিবৰাম অহাৰ এমাহমানৰ ভিতৰতে বৌটিয়ে ৰহাৰ পৰা দেউবালিলৈ একেবাৰে আঁতৰি আহিবৰ কথা মোক ক'লে। দেউবালিৰ বকৰা-টুপ তেতিয়া বৌটিয়েই দেখা নাই, মোৰ কথাটো বাদেই।

ভাল হ'ল, দুয়োজনী বাছিলি।

কি হ'ল নাজানো। ৰহাত আমি জেলত থকাৰ দৰেহে আছিলোঁ। নাই এখন সমাজ, নাই ওলাই সোমাই যাবলৈ নিজৰ মনে মিলা মানুহ। মুকলি ঠাইলৈ আহিবলৈ পাই বিশেষকৈ এই ঘৰটো পাই মই সৰগ ঢুকি পালোঁ। ক্ৰমান্বয়ে তহঁতক পাই মোৰ ......

সি যে ইয়ালৈকে খেদিছে ?

কলিকতাৰ পৰা হেনো সি মোৰ কাৰণেহে গুচি আহিল। মোৰ চিন্তাত হেনো তাৰ টোপনি নাই। মোক পাবলৈ,—একেবাৰে পাবলৈ হেনো ব্যাকুল হৈ পৰিছে।

সি তোক সঁচাকৈয়ে ভাল পাইছিল জোনাকী ?

মই কিন্তু তাক ঘৃণা কৰিছিলোঁ। তাৰ দৰে অলস ডেকা এটাক ভাল পাবলৈ মই একো কাৰণ বিচাৰি নাপালোঁ। জীয়াই থাকিবলৈহে মানুহৰ প্ৰয়োজন। টকা-পইচা, সা-সম্পত্তিয়ে কিটো কৰিব? ইয়ালৈ প্ৰথমবাৰ আহোঁতেই মই তাক স্পষ্টকৈ কৈছিলোঁ। এতিয়া আমি নিজৰ পৰিশ্ৰমৰে চলিছোঁ। তাহাঁতক উচিত কথা ক'বলৈ কোনো সংশয় নাই। সি যেন প্ৰেমৰ লেন-দেননি মাৰি সময় নষ্ট নকৰে। বৌটিয়ে মোক অশালীন ব্যৱহাৰ কৰাৰ কাৰণে গালি-শপনি পাৰিলে। তাৰ পিছতো এদিন তাক মই ভালদৰে ক'লো: সি তালৈ অহাত তাইৰ কোনো আপত্তি নাই, কিন্তু ভৱিষ্যৎ অসংলগ্ন কথা ক'বলৈ সি আহিব নেলাগে। তৃতীয়বাৰ শিবৰাম অহাৰ সময়তে সিয়ো আহিছিল। তাৰ মুখৰ ৰং বাৰে বাৰে সলনি হৈছিল। শিবৰামক সি বেয়াকৈ কিবা কয় বুলি বৌটি, মই ভয় খাই গৈছিলোঁ। আমাক আচৰিত কৰি সিয়েই হাঁহি হাঁহি সুধিলে:

বকুৱা, অসময়ত এইখিনি ওলালহিচোন?

আমাৰ নিজৰ মানুহ এওঁলোক। মই আহিয়েই থাকোঁ। মাহী-দেৱে নাহিলেও পায় বেয়া। জোনাকীৰ পেনপেননিত আহোঁ। আৰু, কৰিব কি? পিছে আপুনি…

বেৰখনৰ সিফালে থকা মোৰ গা ঘামি-জামি জুকলি-জুপুৰি হৈছিল। মোৰ পেনপেননিতহে সি ইয়ালৈ আহিছে!

অলপ সময়ৰ পিছতে সি মোক বা বৌটিক নমতাকৈয়ে ওলাই গ'লগৈ। মনটো গধুৰ হৈ পৰিল।

থং-ৰাগত শিবৰামক যি কথা ক'লোঁ সি আজিলৈকে আৰু অহা ন'ই। বোধহয় নাহিবও।

# সাত

জাহাজৰ ভিতৰলৈকে চেঁচা বতাহ বলিছে। বাহুৰে তাৰ কাপোৰ-কানিবোৰ ভালকৈ ললে। পাগুৰিটো টানকৈ বান্ধিলে। কাণ দুখন ঢাকি ললে। অন্য বন্দীবোৰেও কাণ-মূৰ ঢাকি বতাহৰ পৰা ৰক্ষা পাবলৈ চেষ্টা কৰিলে। কাৰো মুখত কথা-বতৰা নাই পানী-ভাঙি জাহাজখন গো-গোৱাই আগবাঢ়ি গৈয়েই আছে।

এসময়ত প্ৰায়বোৰে টোপনি আহিল। নিতাইৰ নাকে ঘৰঘৰণি লৈছে। মাথোন সাৰে আছে সি। তাৰ মনটো আছেগৈ কলীয়া-পানীত, চেলুলাৰ জেলৰ ভিতৰত গোসাঁই ঈশ্বৰৰ নগত থকা দীঘল ঘৰটোত। চেলুলাৰ জেল—মনত পৰিলেই ভয় লাগি যায়। কিযে অভিজ্ঞতা সিহঁতৰ নহৈছিল। এয়া বিপ্লবীহঁতক চৰম কষ্ট দিয়া ঠাই। কলীয়া-পাঁনীতো এখন জেল আছে, তাতে তেওঁলোকক বন্দী কৰি ৰাখিব, অশেষ কষ্ট-যন্ত্ৰনা ভোগাব। চেলুলাৰ জেলৰ ডাঙৰ জপনাখনৰ সৰু খিৰিকীখনেৰে ভিতৰলৈ সোমাই যোৱাৰ আগতে সি এই কথা জনাই নাছিল। সি আৰু সেইদিনা অহা আটাইবোৰ বন্দীৰে ধাৰণা আছিল ভাৰতৰ মূল ভূ-খণ্ডৰ পৰা আঁতৰত থকা সাগৰ-বেষ্টিত কোনোবা এটা দ্বীপত সিহঁতক এৰি থৈ আহিবগৈ। সাগৰ পাৰ হৈ আহিব নোৱাৰি আত্মীয়-স্বজন, বন্ধু-বান্ধবৰ পৰা আঁতৰত থাকি মৰম-স্নেহৰ পৰা বঞ্চিত হৈ সিহঁতে দ্বীপটোতে মৰাৰ দিনলৈকে নিঃসঙ্গ জীৱন অতিবাহিত কৰিব লাগিব। জেলৰ সমুখ পায়েই কান্দি কাটি হৰেৰাই তাক সাবটি ধৰিছিল।

এয়াচোন আমাৰ নগাঁৱৰ দৰে জেলহে। কিয় আমিবোৰক চোন নগাঁও জেলতে ৰাখিব পাৰিলেহেঁতেন?

আগগুৰি ধৰিব নোৱাৰি সি কোনো উত্তৰ দিয়া নাছিল।

জেলৰ ভিতৰলৈ নি লগত যোৱা গোড়া পল্টন কিটাই জেলৰ বিষয়াৰ লগত কিবা কথা পাতিলে। এই সময়চোৱাত সিহঁতক মাটিত বহুৱাই ৰাখিলে। এটা সময়ত সিহঁতৰ নাম কাটি কাটি মাতিলে জেলৰ চিপাহী এটাই। দুখন কম্বল, এখন থাল, এটা বাটি, এটা পানী খোৱা ঘটি লবলৈ হুকুম কৰিলে সিহঁতক। বনমালীৰ মুখখন শুকাই কেহ-ৰাজ বটা যেন হ'ল। তাক জেলৰ সম্পত্তি লবলৈ হুকুম কৰাৰ লগে লগে সি চিঞৰি চিঞৰি কান্দিলে। লগত যোৱা গোড়া পল্টনৰ দাবী-ধমকি খাই সি ডাঙৰকৈ কন্দা বন্ধ কৰিলে, কিন্তু উচুপি উচুপি সি যেনেদৰে কান্দিছিল, তাৰ এতিয়াও মনত পৰিলে কিবা-কিবি লাগি যায়। সিহঁতে ইজনে সিজনক চোৱা-চুই কৰিলে, চকুত ভয়ৰ চিন পৰিস্ফুট হ'ল, কিন্তু বনমালীৰ বাহিৰে কোনে কন্দা-কটা নকৰিলে। সিয়ো অকণো নাকান্দিলে। তেতিয়া সন্ধিয়া নামিছিল। নিজৰ নিজৰ সম্পত্তি লৈ সিহঁতক এজন এজনকৈ ডাঙৰ জপনাৰ সৰু খিৰিকীখনেৰে জেলৰ ভিতৰলৈ সুমুৱাই দিছিল। জেলখন নগাঁৱতকৈ ডাঙৰ, ভিতৰ সোমায়েই সিহঁতে অনুমান কৰিছিল। এটা দীঘল ঘৰৰ দুৱাৰ মেলি ভিতৰ সুমুৱাই দিলে সিহঁতক। ভিতৰত ভৰি দিয়েই তাৰ বুকুখন চিৰিং কৰি মাৰিলে। অকটা শৌচৰ গোন্ধ নাকত লাগিল। এই-বোৰ কি? ভয়ে ভয়ে নিৰীক্ষণ কৰিলে। ভিতৰত দুটা জ্বলি থকা বাতি ওলমি আছে। এটা এন্ধেকৰা হৈ পৰিছে, আনটো টিমিক-টামাককৈ জ্বলিছিল। বাতিৰ পোহৰত ওচৰৰ জনকহে চিনিব পাৰি।

৮ জন মানুহে নিজৰ নিজৰ এটলীয়াকৈ সজা পকাৰ খাটৰ দৰে টিলা কেটামানত বহি নতুন আলহীলৈ মুখ মেলি চাই ৰৈছিল। সিহঁত আৰু লগত যোৱা আঠাইশজন বন্দীয়ে নিজ নিজৰ কম্বল কিখন এটা এটা খালী থকা এটলীয়া খাটৰ দৰে পকা টিলাবোৰত থৈ মূৰে-কপালে হাত থৈ বহি পৰিল। নিদাৰুণ দৃশ্য। কাৰো মুখত মাত-বোল নাই।

তাৰ গোটেই অৱস্থাটোৰ হুবহু ছবিখন এতিয়াও মনত আছে।

নাথাকিবইবা কিয় ? জীৱনৰ সেয়া চৰম ছুৰ্দিনৰ কথা। সকলোৱে শেষত সিয়ো এটা টিলাত কম্বল, কাঁহি-বাতিকিটা থৈ বহি পৰিল নিঃশব্দে। অত সময়ে ধৈৰ্য্য ধৰি থাকি এতিয়া আৰু ধৈৰ্য্যৰ বান্ধ ক'ৰবাদৈ উটি গ'ল আৰু সি হু-হু কৰি কান্দি পেলালে। ঈশ্বৰৰ প্ৰতি অবিশ্বাস জন্মিছিল। সেইদিনা সি কম্বল কিখন পাৰি শুবলৈ যত্ন কৰা নাছিল। সংলগ্ন কেঁচা শৌচাগাৰৰ গু-মূতৰ গোন্ধ ওপঙি পৰিছিল গোটেই ঘৰটোতে। ভিতৰত এবাল্টি খোৱা-পানী, এটা ঘটী, খোৱাবো— বাহিৰ ফুৰাবো। বৰ পিয়াহ লাগিছিল তাৰ, কিন্তু সেই পানী খাব নোৱাৰিলে সি। ঘৰটোৰ ভিতৰত কিন্তু আগৰ বন্দীকিজনে নাক বজাই শুইছিল নিৰ্ভয়ে। তাৰ টোপনি অহা নাছিল। জেলৰ ঘণ্টাত পাঁচ কোৰ পৰিল। সি বাঁহৰ বেৰৰ ফাঁকেদি বাহিৰলৈ চালে। ৰাতি পুৱাইছে। চিবচিং, নৰচিং হেবেৰা, ৰূপচিং, বনমালী-হঁতো ৰাতি শোৱা নাছিল। পেট শানে কটাদি কটাতহে তাৰ মনত পৰিল—আগদিনা সিহঁতে একোকে খোৱা নাই।

ৰাতিপুৱাই জেলৰ জামাদাৰটোৱে সিহঁতৰ গন্‌টি ললেহি।

এক, ছুই তিনি ·····।

দিনটোত তিনিবাৰ গন্‌টি লয়। সন্ধিয়া ৰাতিটোৰ বাবে ঘৰৰ ভিতৰত সুমুৱাই বাহিৰৰ পৰা তলা বন্ধ কৰাৰ ঠিক আগতে আৰু এবাৰ গন্‌টি। গোটা আগলি বাঁহৰ বেৰ সিহঁতৰ ঘৰটোৰ। বেৰৰ ফাকেঁৰে ভিতৰৰ পৰা বাহিৰলৈ দেখি। ঘৰটোৰ কেউফালে ঘুৰি-ফুৰি পহৰা দিয়া মানুহটোক ভিতৰৰ পৰাই দেখি। পুৱা এমুঠিমান মাৰ-ভাত, ছুপৰীয়া-গধূলি আগা নামৰ ৰেধেং-ধেং পনীয়া মচুৰ মাহৰ জোলেৰে ভাত। দিনটোত কৰিব লাগে বান্ধি দিয়া অত্যধিক পৰিশ্ৰম। এয়া তাহাঁতৰ দৈনন্দিন কামৰ তালিকা। "চৰকাৰ চলাম" —বোলাৰ লগে লগে জামাদাৰটোক চালাম দিব লগা কামটোৱেই সবাতকৈ টান পাইছিল সি। চালাম নিদিলে দিয়া শাস্তিৰ তুলনাত হাত ডঙাটো এটা কচৰৎ বুলিয়েই সকলোৱে লগতে সিয়ো চালাম

দিছিল জামাদাৰটোক ইচ্ছাৰ বিপৰীতে ।

পুৱা গনটি লোৱাৰ পিচতে এৰি দিয়ে সিহঁতক বাহিৰলৈ । মাৰ-ভাত খোৱাৰ পিছতে আৰম্ভ হয় সপ্তাহটোৰ বাবে পূৰ্ব-নিৰ্দ্ধাৰিত হাড়-ভঙা কাৰ্য্য-সূচী কোৰ মৰা, মাটি ভঙা, খেতি কৰা, পানী দিয়া, ঘাঁহ কটা । শিৰ থকা জোঙা কাঁইটৰ এবিধ গছৰ আঁহৰ পৰা সূতা উলিয়াই নিজৰ পিন্ধা কাপোৰ তৈয়াৰ কৰাটোহে তাৰ বাবে কষ্ট-সাধ্য কাম । শুকান নাৰিকলৰ বাকলিৰ আঁহ উলিয়াই নাৰিকলৰ ৰচি বটিব লাগে সিহঁতে সপ্তাহটোত তিনিদিন । আঁহ উলিয়াওঁতে ৰচা বটোঁতে হাতৰ ছাল ফুটে, তেজৰ চৌ-চৌৱনি লয় সিহঁতৰ, অথচ নিৰ্দ্দিষ্ট পৰিমাণৰ ৰচা সিহঁতক বটি দিবই লাগে প্ৰতিদিনে । হোৱাই নোহোৱাই ওৱাৰ্ডাৰৰ গালি-গালাজ; ওলাওঁতে সোমাওঁতে অযথা মাৰ-কিল, গটা-ভুকু আছেই সিহঁতৰ । সপ্তাহত সিহঁতৰ দুদিন তেল পেৰাৰ ভাৰ । গৰুৰ পৰিবৰ্ত্তে সিহঁতক জুটি দিয়ে তেল পেৰা ঘানিত । গৰুতকৈয়ো বেছিকৈ সিহঁতৰ পিঠিত, টিকাত পৰে ওৱাৰ্ডাৰৰ আচাৰিৰ কোব । নিজৰ ঠাইখনক ভালপোৱাওটোৱেই হ'ল সিহঁতৰ ঘোৰ অপৰাধ ।

জেলত ঘটা ঘটনাবোৰ তাৰ মনত পৰিছে এটা এটাকৈ । মনত পৰিছে চিপাহী বিদ্ৰোহত জড়িত বিপ্লবীক বন্দী কৰি ৰখা সৰু সৰু চেলবোৰৰ কথা, নিঃসঙ্গ জীৱন কটোৱা দেশপ্ৰেমী বিপ্লবীবোৰৰ কথা । মাহেকত কেতিয়াবা এদিনহে তেওঁলোকে ওলাবলৈ পাইছিল বাহিৰলৈ । সেয়ে এই বিপ্লবীবোৰৰৰ প্ৰতি সিহঁতৰ শ্ৰদ্ধাৰ সীমা নাই । বঙালী বিপ্লবীৰ সংখ্যা আছিল অনেক । বিপ্লবীসকলক বন্দী কৰি ৰখা ঠাইলৈ যাবলৈ নিদিছিল অন্যবোৰ বন্দীক । আছুতীয়া পহৰা ব্যৱস্থা বিপ্লবীৰ বাবে । নিয়ম-কানুনো কড়া । পহৰা ব্যৱস্থা চোকা থকা স্বত্বেও মাজে সময়ে সেই অঞ্চলটোলৈ গৈছিল সিহঁত নিৰ্ব্বিবাদে ।

বিস্তৃত অঞ্চল জুৰি আছিল জেলখন । চিপাহী বিদ্ৰোহত জড়িত তিনি হাজাৰ বিপ্লবী চিপাহী আৰু তাৰ লগত জড়িত লোকক কাৰাৰুদ্ধ কৰিছিল ইয়াতে । অন্যান্য বহুতো বন্দী আছিল তেওঁলোকৰ বাহিৰেও ।

চেলত বন্দী কৰি ৰাখিয়েই সন্তুষ্ট নহৈ মানসিক তাড়নাও দিছিল বিপ্লৱী-সকলক। জেলত নিয়ম যাতে বৰ্কা কৰি চলে তালৈ ৰাখিছিল কঠোৰ দৃষ্টি ইংৰাজহঁতে। সিহঁতৰ দবে মাৰ -কিল কৰিব পৰা নাছিল বিপ্লৱীসকলক।

জেলখন আজিৰ দবে ইমান ডাঙৰ আৰু বহুতো সৰু সৰু চেলেৰে গঠিত নাছিল সিহঁতৰ সময়ত। আগতে ইয়াক কিজানি চেলুলাৰ জেলো বুলিছিল। তেতিয়াৰ জেলখনক পোর্ট-ব্লেয়াৰ জেল বোলাহে ভাৰ মনত পৰে। তেতিয়াৰ জেলতো চেলৰ ব্যৱস্থা অ ছিল। ত্ৰিশ-পয়ত্ৰিশ-জন একে লগে থকা দীঘলীয়া ঘৰৰো ব্যৱস্থা আছিল। বৰ্ত্তমানৰ ডাঙৰ-দীঘল তিনি মহলীয়া জেলখানাটো সাজোতে সি আৰু গোসাঁই বাহিৰত আছিল। আগৰ জেলখনৰ গাতে এই নতুন জেলখন সাজিছিল ১৮৯৬ চনত। বিপ্লৱৰ ঢৌ বাঢ়ি অহাত ভয় খাইছিল চাহাবহঁতে। জেললৈ বিপ্লৱী অহাৰ ঢল দেখি বিপ্লৱীৰ সংখ্যা বাঢ়িছে বুলি অনুমান কৰিছিল সিয়ো। বিপ্লৱী হোৱাৰ আশা ৰাখিছিল সি, কিন্তু কলীয়াপানী এৰি যাৱৰং একো সুবিধা কৰিব পৰা নাছিল সিহঁতে। সৰহীয়াকৈ বিপ্লৱী বন্দী কৰি বিপ্লৱৰ মৰিমূৰ ঘটাব পাৰিব বুলি ভাবিছিল ইংৰাজে।

আজি অলপ দিনৰ আগতে মুক্তি পাই সিহঁতৰ লগত থাকিবলৈ অহা হৰিবৰ পৰাহে নতুন জেলখানাখনৰ সবিশেষ জানিছিল সিহঁতে। আঠ বছৰৰ মূৰত সাজি উলিওৱা তিনি মহলীয়া জেলখনৰ ওলোৱা-সোমোৱা বাট হেনো একেটাই। শাৰী শাৰীকৈ সজোৱা তিনিটা অংশ পৈ এঠাইত মিলিছেগৈ, তাতেই ওলোৱা সোমোৱা একমাত্ৰ পথটো। গোটেইবোৰ সৰু সৰু চেলৰে সজা। মুঠতে চেল আছে ৬৯৮ টা। আগৰ জেলখন ভাঙি পেলালে সিহঁতে। সমূহীয়া-কৈ বন্দী ৰখা ব্যৱস্থা নাইকিয়া কৰিলে ইংৰাজহঁতে। মনৰ কথা ইজনে সিজনে পাতিবলৈয়ো ডিকাচন ভাঙিলে বন্দীহঁতৰ। এটা এটা চেল দীঘলে ১৩ ফুট ৬ ইঞ্চি, বহলে ৭ ফুট। শোৱা-খোৱা, বাহিৰ ফুৰা আদি ব্যৱস্থা আছে একেলগে। দিনৰ পিছত দিন নিঃসঙ্গে সোমাই থকা বন্দীবোৰৰ কষ্টৰ কথা ভাবিলেই গাৰ নোম শিৰৰি

উঠে তাৰ। সিইঁতে তেওঁ হাড়ভঙা পৰিশ্ৰমৰ পিছত সুখৰ-দুখৰ কথা এবাৰকে পাতিব পাৰিছিল একেলগে থাকি। গোসাঁই ঈশ্বৰ বৰুৱাইতৰ লগত কথা পাতি নিঃসঙ্গভাব পৰা আঁতৰত কটোৱা জেলৰ দিনবোৰৰ বিভিন্ন কথা তাৰ মনত দোঁ দি যায়। সি জেলত দিন-বোৰ কটাৰ লগা হ'লে পাগল হৈ গ'লহেঁতেন।
—সি ভাবিলে।

ওচৰতে শুই থকা নিতাই টোপনিত লালকাল হৈ পৰিছে। তাৰ দৰে অবথা চিন্তাত সি ব্যথিত নহয়। গচকি অহা অতীত এটাই তাক মুঠেই আমনি কৰা নাই। সি মনে মনে তাক প্ৰশংসা কৰিলে। সি অন্ধকাৰৰ মাজেৰেই বাহিৰলৈ চালে। একোকে নেদেখি। আন্ধাৰত পৃথিৱীৰ ৰঙবোৰ হেৰাই গৈছে। মনটো তাৰ উৰি গৈছে বহু দূৰলৈ।

বুঢ়া গোসাঁইৰ মৃত্যু কাল ওচৰতে, অথচ সি গোসাঁইক এৰি আহিব-লগীয়া হ'ল অকলশৰে। একাৰয় বছৰৰ লগৰীয়া বনমালী, চিৰচিং পৰি থাকিল কলীয়াপানীতে। সি তাহাঁতৰ একোকে কৰিব নোৱাৰিলে। জাৰ্মান চাহাবহঁতক মাস্তি কৰাই তাহাঁতক আনিব নোৱাৰিলে। বেচেৰা বনমালীটো! ভাবিলেই অবশ হৈ যায় তাৰ শৰীৰ, মন সকলো।

জন্মভূমিৰ স্নেহ নে জোনাকীৰ প্ৰতি প্ৰেম কিহে তাক এনে নিষ্ঠুৰ সিদ্ধান্ত লবলৈ বাধ্য কৰিলে—বিপদৰ বন্ধুসকলক নিঠৰুৱা কৰি কলীয়াপানীত এৰি আহিল সি বুজিবকে নোৱাৰে। চিন্তাত তাৰ খেলিমেলি লাগি যায়, গভীৰ হতাশাই আগুৰি পেলায় তাৰ মনটো। নিজৰ ওপৰতে ওপজি যায় চৰম ঘৃণা তাৰ স্বাৰ্থপৰতাৰ বাবে।

# আঠ

জাহাজখন নেদেখা হোৱালৈকে সাগৰৰ পাৰতে থিয় দি থাকি বিষাদ মনেৰে নিজৰ জুপুৰীলৈ উভতিল কৃষ্ণ গোসাঁই। নিতাইৰ অনুপস্থিতিয়ে গোসাঁইৰ মনত সিমান ক্রিয়া কৰা নাছিল। লগত থাকিবলৈ হয়তো আন এটা মানুহ বিচাৰিব লাগিব। বনমালী, চিৰ-চিণ্ডহঁত আছে। তাৰে কোনোবা এটাক লগলৈ আনিব, কিন্তু বাহুৰ অনুপস্থিতিয়ে গোসাঁইক পূৰাব নোৱাৰা ক্ষতি কৰিলে।

বাহুৰ চিন্তাত গোটেই দিনটো গোসাঁয়ে ছটফটাই থাকিল। নানান অজান চিন্তাই মনটো ভাৰাক্রান্ত কৰি পেলালে। অতীত স্মৃতিয়ে মনত ঢৌ দিবলৈ ধৰিলে। গোসাঁই আৰু বাইটি চফিউন নেচা চেলুলাৰ জেলত সোমোৱা প্রায় ৬১ বছৰেই হ'লহি। ১৮৫২ চনৰ ফেব্রুৱাৰী মাহৰ ১৯ তাৰিখে এইখিনি পাইছিলহি। সেইদিনাই একে সময়তে আহিছিল আন ১৬ জন বন্দী। সেইদিনটো তেওঁৰ স্পষ্টকৈ মনত আছে। নাথাকিবই বা কিয়? জীৱনৰ সকলোতকৈ দুৰ্দিনৰ কথা। এটা সময়ত জেলৰ ভিতৰলৈ লৈ গ'ল তেওঁক, বাইটিক আৰু আন যোল্লজনক। বাইটিক লৈ গ'ল তিৰোতাৰ বাবে থকা আছুতীয়া অংশটোলৈ। সেইদিনা চেলুলাৰ জেলত সমগ্র বন্দীৰ সংখ্যা আৰু ওঠৰজন বাঢ়িল।

চাওঁতে চাওঁতে দুমাহ পাৰ হ'ল। অসমীয়া মাত-কথা শুনিবলৈ নাই। অকলে অকলে দুখ-কষ্টৰ বোজা যেন আৰু বেচিহে হৈছে। প্রথমতে অসহনীয় হ'লেও এতিয়া আৰু কলীয়াপানীৰ হাৱা-বতাহে, জেলৰ হাড়ভঙা পৰিশ্রমে গোসাঁইক আৰু টলাব নোৱাৰে। নাৰিকলৰ বাকলিৰ আঁহৰে বচা বটা আৰু ঘানিত বান্ধি দি তেল পেৰাব

দৰে কষ্টসাধ্য কামো এতিয়া তেওঁৰ বাবে নিয়মীয়া হৈ পৰিছে। দিন বাগৰি মাহ, মাহ বাগৰি বছৰ গৈছে। গোসাঁইৰ কাম-কাজত আৰু নীতি-নিয়ম পালনত নিয়মীয়া বুলি গোসাঁইক এতিয়া জেলৰ বিষয়াসকলে বিশ্বাস আৰু আস্থাত লৈছে। সাতোটা বছৰে সিহঁতক সন্তুষ্ট কৰা কম কথা নহয়। গোসাঁইক এতিয়া জেলৰ বাহিৰৰ কাম-কাজলৈ পঠায়। বাহিৰলৈ গ'লে অন্ততঃ মনটো কিছু ফৰকাল লাগে।

চাওঁতে চাওঁতে কলীয়াপানীত ৭ বছৰ অতিবাহিত হ'ল। চেলুলাৰ জেলৰ মাৰ-ভাতত এতিয়া চিৰা-কড়াই-সান্দহৰ সোৱাদ পায় গোসাঁয়ে। চেলুলাৰ জেলত সিহঁতৰ বাহিৰে অসমীয়া মানুহ নাই, গোসাঁইৰ বিশ্বাস। এদিন বিপ্লবীসকলক নিজ কোঠাত বন্ধ ৰখা অঞ্চলটোৰ কাম কৰিবলৈ গৈছিল গোসাঁই। হঠাৎ অসমীয়া মাত-কথা শুনি তেওঁ আচৰিত হৈছিল। মাহে-দুমাহে এদিন বিপ্লবীসকলক বন্ধ কোঠাৰ পৰা মুকলিলৈ ওলাবলৈ দিয়ে, সতৰ্ক প্ৰহৰীৰ চোকা দৃষ্টিত। হয়তো এওঁলোক কোনোবা অসমীয়া বিপ্লবীয়ে হ'ব। ইয়ালৈ এওঁলোকক অনা বেচি দিন হোৱা নাই। আগে আগে কথা পাতি যোৱা লোককিজনৰ পিছে পিছে দূৰত্ব ৰক্ষা কৰি লাহে লাহে কথা শুনি গৈ আছিল গোসাঁই। বিপ্লবীকিজনে বোধহয় প্ৰথম দিন নিৰ্জন বন্ধ-কোঠাৰ পৰা ওলোৱাৰ সুবিধা পাইছে, কাৰণ তেওঁলোকে অহাৰ দিনৰ কথা-বোৰো পাতিছে।

—গোসাঁয়ে ভাবিলে।

কলীয়াপানীতে আমাৰ অকাল মৃত্যু হ'ব। দেৱানৰ লগতে আমাকো ফাঁচি দিয়া হ'লেই মঙ্গল আছিল।

ফাঁচিৰ নাম শুনি গোসাঁই থৰ হৈ গ'ল। মানুহকিজনৰ কথা আৰু সন্তৰ্পণে শুনিলে গোসাঁয়ে।

মানুহকিজনৰ এজনে আন কিজনে শুনাকৈ কোৱাতো কেৰে নামাতিলে। গহীন গম্ভীৰ খোঁজেৰে চাৰিওফালে ঘূৰি ঘূৰি জেলৰ গতি-বিধি লক্ষ্য কৰিছে মানুহ কিজনে। এজন নহয়, দুজন নহয়, আঠজন। নিশ্চয়

কলীয়াপানীৰ নতুন অসমীয়া আগন্তুকী। নিশ্চয় চৰকাৰৰ ভাওৰ লগৰ লগালে
—গোসাঁয়ে ভাবিলে।

আমাৰ ভবিষ্যতৰ কথা ভাবিলে মণিৰাম বৰভাণ্ডাৰ বৰুৱা, পিয়লী বৰুৱাৰ ভাগেই হ'ল বুলিব লাগিব। নিৰ্জন বন্ধ-কোঠাত কিমান দিন জীয়াই থকা সম্ভৱ? এবছৰ বা দুবছৰ। তাতকৈ বেচি অসম্ভৱ।
—আন এজন আগৰজনৰ কথাত একমত হ'ল।

ইয়াৰ বতাহ, ইয়াৰ পানীয়ে আমাক মুক্তজিব বকৰা। এনাৰ বন্ধ-কোঠাত শীঘ্ৰেই আমাৰ মৃত্যু অনিবাৰ্য্য।
—প্ৰায় ৬০ বছৰীয়া পকা ডাড়িৰে খুলন্তৰ চেহেৰাৰ মানুহ এজনে ক'লে।

ইয়াৰ পানী-বতাহে আমাক মুক্তজিব বাবেইতো ইয়াত শাস্তি দি তিলি তিলকৈ মৰিবলৈ পঠাইছে বগা বঙ্গালহঁতে। অসমৰ হাৱা-পানী ক'ত পাবা গাঁওবুঢ়া ককাই? এদিন মুকলি বতাহ খোৱাৰ সুবিধা পাইছা, সেয়েই বহুত বুলি নাভাবা কিয়?
—বৰুৱা বোলাজনে বেজাৰেৰে ক'লে।

পিছে পিছে মৌ-সনা অসমীয়া মাত শুনি গৈ থকা গোসাঁই ঈশ্বৰৰ বুজিবলৈ বাকী নাথাকিল এইসকল কোনোৱা বিদ্ৰোহী অসমীয়া বুলি। অসমত তেন্তে আকৌ কিবা গুৰুত্বৰ অথন্তৰ ঘটিল। চেহেৰা পানীৰে বিষয়া বিষয়া যেন লগা এই কিজন কোনোবা আহোম ৰজাৰ বিষয়াই হ'ব। বগা বঙ্গালৰ বেযত পৰি তেওঁৰ অৱস্থাই হ'ল এখেতসকলৰ। পকা ডাড়িৰ আগৰজন আৰু একেবাৰে শেষৰজন কোনোবা অসমীয়া মুছলমান হ'ব। মাজৰ বয়সীয়াজনতো দেখাতেই আহোমৰ বংশধৰ—গহীন, গম্ভীৰ, ধীৰমতি।
—সকলোৰে মুখলৈ চাই আন এজনে ক'লে।

সেইবোৰ আলোচনা এবক। যোৰহাটত শুনিছিলোঁ অসমৰ মানুহো ইয়াত আছে বুলি। কিন্তু সুধিবা কাক? নেদেখিলানে সেইটোৱে কি ক'লে বুজিবকে নোৱাৰিলোঁ।

—এজনে আনজনক ক'লে ।

বিষয়াসকল সদাশয় লোক। এইসকল ইতিমধ্যে কলীয়াপানীত আধামৰা হৈছে।

গোসাঁইৰ বুজিবলৈ বাকী নাথাকিল। তেওঁলোকৰ কিন্তু মন ভগা নাই আৰু তেওঁলোকৰ কাম যথাৰ্থ আছিল বুলিয়েই ভাবে।

বেগাবেগিকৈ ওচৰ চাপি আহি গদগদ মাতেৰে গোসাঁই ঈশ্বৰে ক'লে:

প্ৰণাম ডাঙৰীয়াসকল!

— উচপ খোৱাৰ দৰে আটাইকিজনে উত্তৰ দিলে।

আপুনি অসমীয়া মানুহ! ঈশ্বৰে বচালে। আপুনি ইয়াত কিমান দিনৰ পৰা আছে?

— গোসাঁইৰ প্ৰশান্ত মুখখনলৈ চাই এজনে প্ৰশ্ন কৰিলে।

মই ইয়াত বহুদিনৰে পৰা আছোঁ, ৯ বছৰ পাৰ হ'ল। সেইবোৰ বাৰু হ'ব। আপোনাসকলক ইয়ালৈ অনা নিশ্চয় বেচি দিন হোৱা নাই?

এই বিষয়াকিজনৰ লগত সেইদিনাই পৰিচয় হৈছিল গোসাঁইৰ। কম বয়সীয়াজন দুজন হ'ল কমলা বৰুৱা আৰু ত্ৰিনয়ন। শকত মজহাল বয়সীয়াজন মৰঙ্গীখোৱা গোহাঁই। দুতিৰাম বৰুৱা, মায়াৰাম বৰবৰাৰ আটৈ কুৰি হোৱাগৈ নাই। মধুমল্লিক, শেখ বাহাদুৰ গাওঁবুঢ়া আৰু ফৰ্মুদ আলি বয়সীয়া হ'লেও বিষয়া নহয়। মধুমল্লিক বাংলা ভাষী লোক। মাতৃ-ভূমি উদ্ধাৰৰ বাবে কৰা প্ৰযত্নৰ ফলত বগা বঙালৰ বোৱত পৰিল তেওঁলোকৰ পৰাই গোসাঁয়ে জানিলে মণিৰাম দেৱান বৰভাণ্ডাৰবৰুৱা আৰু পিয়লী বৰুৱাক চাহাবহঁতে ৰাজহুৱাকৈ ফাঁচি দিলে। স্বৰ্গদেউ কন্দৰ্পেশ্বৰ সিংহক বন্দী কৰিলে। পিছত স্বৰ্গদেৱৰ কি হ'ল, সেয়া তেওঁলোকে নাজানে।

কলীয়াপানীলৈ আহিলো ঢেৰ, গলগৈয়ো ঢেৰ। চিৰকাললৈ বিদায়ো ললে বহুতে, থাকিলো বহুতো। কিন্তু কেৱে বাছৰ শূন্য ঠাই পূৰাব নোৱাৰে। কথাই-কামে অসমীয়া অসমীয়া লগা শিক্ষিত মাৰ্জিত ৰুচিৰ ডেকা — বাছ বাছৰেই। বাছ কৈৱৰ্তৰ কলীয়াপানী

আগমন যেন অন্যতকৈ বেলেগ, কিবা যেন নতুন, কিবা যেন বিচিত্র। সি চেলুলাৰ জেলত গোসাঁইৰ লগলৈ অহাৰ দিনটো আছিল ১৮৬২ চনৰ ৩০ জুলাই। তেওঁৰ সঠিকভাবে মনত আছে, কাৰণ বাহুক লগ পোৱাৰ পিছৰ দিনাই তেওঁৰ পিতৃপুৰুষৰ বংশৰেকীয়া মৃত্যু তিথিৰ দিন। তেওঁ থকা দীঘল ঘৰটোৰ সম্মুখতে কথা পাতি আছে ছটা অসমীয়া মানুহে। দূৰৈৰ পৰাই তেওঁৰ চকুত পৰিছিল। গেমেহা-গেমেহ ভৰিৰে, ডাঙৰ মূৰটোৰে, বহল কপালখনৰে ওখ-পাখ ক'লা মানুহটোক তেওঁ আঁতৰৰ পৰাই লক্ষ্য কৰিছিল। ওচৰতে বৈ থকা আন কিজন মানুহ তাৰ তুলনাত ক'ৰবাৰ বাওনা মানুহ যেনহে লাগিছিল।

ওচৰ চাপি কিবা সোধাৰ আগতে মুখকিখন চালে গোসাঁয়ে। মানুহকিজনৰ নামকিটাৰ বাহিৰে বাকী সকলো কথা অনুমান কৰি লোৱাত গোসাঁইৰ মুঠেই অসুবিধা নহ'ল।

তহঁতৰ ঘৰ ক'ত ?

—অসমীয়া মাত শুনি সিহঁত উচপ খাই উঠিল।

গোসাঁই ঈশ্বৰে ভালকৈ নিৰীক্ষণ কৰিলে। বহল মুখখনত একোটা একোটা তামোলৰ সমান চকুকিটা তিৰ্‌বিৰাই আছে। আঙুলিবোৰ মোটোহা-মোটোহ, সবল-সুঠাম চেহেৰা দেখিলেই অনুমান কৰিব পাৰি এটা হাতীৰ সমান বল আছে তাৰ। খোৱা-বোৱা নিয়মমতে নোপোৱাত সি কিছু খীণাইছে। বাকী পাঁচোটাৰ চাৰিটাই ভৈয়ামৰ জনজাতীয় মানুহ বুলিও অনুমান কৰি ললে। আটাইকিটা নিয়মীয়া গঠনৰ বেমাৰ-আজাৰ নোহোৱা মানুহ। শকতটো আৰু আন দুটাৰ বাহিৰে বাকীকিটাৰ বয়স কুৰিৰ ওচৰা-ওচৰি হ'ব। আনটো মানুহ ক'লা লাহী; কিন্তু ওখ। শকতটোৰ বাহিৰে বাকীবোৰৰ মন মৰা, বেজেকৰা।

আমাৰ ঘৰ নগাঁৱত — বাহুৱে উত্তৰ দিলে।

নগাঁৱত ? নগাঁৱৰ ক'ত ? ইয়ালৈ অহা কিমান দিন হ'ল ?

নগাঁৱৰ বহা-ফুলগুৰি অঞ্চলত। ইয়ালৈ অহা আঠ দিন হ'ল। এইকেইদিন সৌটো ঘৰত কটালোঁ।

— বনমালীয়ে উত্তৰ দিলে।

তহঁতক ইয়াতে থাকিবলৈ দিছে ? ভালেই হ'ল দে। লগ-সঙ্গ অন্ততঃ হ'ল। এইটো ঘৰত আগৰ ঘৰটোতকৈ ভাল পাবি।

— গোসাঁয়ে নিজকে কোৱাদি ক'লে।

আমি আপোনাক অসমীয়া মানুহ বুলি দূৰতে চিনি পাইছোঁ।

— বাহুৱে ক'লে।

হেৰ, অসমীয়া মানুহ বুলি চিনি পালি কেনেকৈ ?

অসমীয়া মানুহ দেখিলেই চিনিব পাৰি। অন্যভকৈ একেবাৰে বেলেগ —ৰূপচিঙে মতাৰ আগতে হেবেৰাই মাজতে মাত লগালে : অসমীয়াই অসমীয়াৰ গাৰ গোন্ধ পায়।

হেৰ, তহঁতক কলীয়াপানীত দিলে কিয় অ' ?

— গোসাঁয়ে সুধিলে।

সেইবোৰ কথা ঢেৰ। মানুহ কাটি আমি কলীয়াপানীলৈ অহা নাই। বগা বঙালৰ লগত আমাৰ যুঁজ লাগিছিল।

যুঁজ ?

— বাহুৰ কথা শেষ হবলৈ নাপাওঁতেই গোসাঁই ঈশ্বৰে আচৰিত হোৱাদি সুধিলে।

নগঞা আটাইবোৰ একে থুপতে থকাতো ভালেই হ'ব। শতৰুৱেও সাহ নাপাব; হাতত ধৰাধৰিকৈ দিনবোৰ কটোৱাতো সুবিধা হ'ব।

-- সকলো কিজনক লক্ষ্য কৰি গোসাঁয়ে ক'লে।

আপুনিও তেন্তে নগাঁৱৰে মানুহ ? নগাঁৱৰ বা ক'ত ঘৰ ? কি লেঠাত বা ইয়ালৈ আহিব লগা হ'ল ?

— গোসাঁইৰ ফালে মুখ কৰি চিবচিঙে সুধিলে।

বগা বঙালৰ লগত যুঁজ কৰি আহিছ তহঁতবোৰ। খোৱা-শোৱাৰ ঠিক হোৱা নাই এতিয়ালৈকে। দেখিছোঁ, কথা-বতৰা বহুত বোৰেই

হ'ব লাগিব। মৰো আহিছোঁ বাহিৰত কাম-কাজ কৰি। মুঠতে জানি থ, মই নগাওঁ অমলাপটিৰ গোসাঁই মানুহ।

গোসাঁই মানুহ— চহৰৰ গোসাঁই মানুহ ?

—আটাইকিটাই প্ৰায় একে মুখে ক'লে।

হেৰ, মুখ-হাত ধুই ল। ভাত খোৱাৰ ঘন্টি পৰেহে লাগে। কথ-বতৰা পিছে পৰেও পাতিবি।

—গোসাঁয়ে ক'লে।

এৰা গোটেই জীৱন ইয়াতেই কটাব লাগিব।

— বেঙাটোৰ দৰে বাছুৱে মন্তব্য কৰিলে।

পুৰণা কথাবোৰ গোঁসাই ঈশ্বৰৰ মনত পৰিবলৈ ধৰিলে ... .. ! গোসাঁয়ে হুমুনিয়াহ পেলালে।

জেলৰ বাহিৰত প্ৰায় ৩৫ বছৰ সি তেওঁৰ লগত কটালে। কত বিপদ-বিঘিনি সিহঁতৰ মূৰৰ ওপৰেদি পাৰ হৈ গ'ল।

বাছহঁতৰ লগত তেওঁৰ আত্মীয়তা জেলত থকা সময়তকৈও কলীয়াপানীত জেলৰ বাহিৰত থকা সময়তহে বেছি গাঢ় হৈছিল। সকলো পুৰণা ঘটনা-প্ৰৱাহ গোসাঁইৰ মনত পৰি যায়। চফিউন নেচা মুক্ত হৈ স্বদেশলৈ উভতি যোৱা আঢ়ৈ বছৰৰ পিছতে তেৱোঁ জেলৰ পৰা বাহিৰত ইচ্ছামতে থাকিবলৈ অনুমতি পাইছিল। প্ৰথম কেইটামান বছৰত কৰ্তৃপক্ষই তেওঁৰ চাল-চলনত চকু ৰাখিছিল বুলি গোসাঁয়ে উমান পাইছিল। পিছলৈ তেওঁৰ ওপৰত কাৰো চকু নাছিল। তেওঁৰ সম্পৰ্কত ঘৰত এখোকে জানিবলৈ নিদিবলৈ তেওঁ বাইটিক অনুৰোধ জনাইছিল। বাইটিয়ে তেওঁৰ কথা ৰাখিব, তেওঁৰ সেই বিশ্বাস আছে। জেলতে তেওঁৰ মৃত্যু হ'ব বুলিয়েই বাইটিয়েই অনুমান কৰিছিল। ভগবানৰ ইচ্ছা কিন্তু অন্য ৰূপ। সেয়ে আজিও কষ্টত মৰিবলৈকে লেলাই-থেন্দাই জীয়াই ৰাখিছে।

জেলৰ বাহিৰত থাকিবলৈ আহোঁতে মাক-বাপেক হেৰোৱা অনাথ শিশুৰ দৰে বাছু-বনমালীহঁতে হাঁয়ে-বিয়ৈকৈ কান্দিছিল। তেওঁ

বাহিৰত থকাৰ ১৩ বছৰৰ পিছত বাহুহঁত বাহিৰত থাকিবলৈ আহি তেওঁক বিচাৰি উলিয়াইছিল। তেতিয়াৰ পৰাই সিহঁত তেওঁৰ লগতে আছে একেটা পৰিয়ালৰ দৰে। এখন ঘৰৰ জ্যেষ্ঠজন হিচাবে সিহঁতে তেওঁক সদায়ে মানি চলিছে; চাটোৰ দৰে বাহু সদায় তেওঁৰ পিছে পিছে ফুৰিছে সি যোৱাৰ দিনলৈকে। বাহুৰ বিদায়ত সেয়ে গোসাঁই হৈছে শোকাতুৰ আৰু চিন্তিত

বিষয়াসকলৰ সঙ্গ সচাঁকৈ আনন্দৰ আছিল। তেওঁলোকে আমাক এৰি স্বদেশলৈ গ'লগৈ। আমি নিঃসঙ্গ হ'লোঁ। নগঞাকিটাৰো তিনিটা গ'ল সিপুৰীলৈ জেলত। বাহু-বনমালী-চিবচিং আছিল, তাকো ভগবানে নসহিলে। বাহু আছিল তেওঁৰ উঠা-বহাৰ লগ। তেওঁক অকল-শৰীয়া কৰি সিও গুচি গ'লগৈ। চিবচিং-বনমালীহঁতে বাহুৰ শূন্য ঠাই পূৰাব নোৱাৰে। বিধিৰ বিধান খণ্ডাব কোনে? বাহুৱেই কিজানি তাহাঁতৰ অসম্পূৰ্ণ কাম সম্পূৰ্ণ কৰে ঈশ্বৰৰ কিজানি সেয়াই ইচ্ছা। বাহুক তেওঁৰ ঘৰত খবৰ দিবলৈ কৈযেই তেওঁ ভুল কৰিলে। এতিয়াও যদি তেওঁ জীয়াই আছে, তেওঁক অশান্তি দিয়াৰ বাহিৰে কি লাভটো হ'ব? চিঠিখন পাই বাৰু কি হ'ব প্ৰতিক্ৰিয়া? আগ-গুৰি নোহোৱা অলেখ চিন্তাই তেওঁক ওপৰা-উপৰিকৈ হেঁচা মাৰি ধৰিলে। গোসাঁইৰ চকু ঢুলঢুলীয়া হ'ল নিজৰ ভৱিষ্যতৰ চিন্তাত তেওঁ প্ৰথমবাৰলৈ শঙ্কিত হ'ল।

ইমানকৈনো কি ভাবিছে গোসাঁইদেউ?

—চিবচিঙৰ মাতত গোসাঁইৰ সম্বিত ঘূৰি আহিল।

মনটো আজি অতি গধূৰ লাগিছে চিবচিং।

—হাটিফুটি কৰি থকা গোসাঁয়ে ক'লে।

এৰা, এজন এজনকৈ সকলোৱে আমাক এৰি থৈ গৈছে। মাত-কথাৰ লগ এটাই নোহোৱা হ'বগৈ কিজানি।

—চিবচিঙে সমভাগী হৈ ক'লে।

এৰা, বাহুটোৱে বৰ উদং কৰি গ'ল

—হুমুনিয়াহ কাঢ়ি গোসাঁয়ে ক'লে

দেৱান আৰু বহিয়াল বৰুৱাৰ কথা-বতৰা অতি গোপনে ভিতৰ চ'ৰাত হয়। কেৱে শুনিবলৈ নাপায়। দেৱান ডাণ্ডৰীয়াইহে ধেৱা কৰিব পৰা অৱস্থাটোলৈ প্ৰজাক লৈ আহিল। ১৮৫৫ চনৰ মাজ মানৰ পৰাই আমি ৰণৰ আখৰা আৰম্ভ কৰিছিলোঁ। '৫৬ চনত আখৰা ভৰপক হৈছিল। বহিয়াল বৰুৱাৰ যোগেদিয়েই দেৱান ডাণ্ডৰীয়াই ৰাইজক উপায়-উপদেশবোৰ দি আছিল। বহিয়াল বৰুৱাৰ ঘৰত দেৱানে কেইবাখনো গোপন মেল পাতিছিল। সেই মেলবোৰত টোপাকুছি, সৰাগাঁও, খাইগড়, বাৰপুজীয়া আৰু মিকিৰ গাৱঁৰ পাঁচো-ৰজা আৰু মায়ং, কুমৈ, নেলি, বঘৰা, ঘগুৱা, তেতেলিয়া আৰু সুখনাগুগ্ৰীয়াৰ সাতোৰজা উপস্থিত আছিল।

গোপন মেলত কোন কোন আছিল নাছিল তহঁতে ভু পালি কেনেকৈ ?

লক্ষণচিং ডেকা, কলি কোঁচ, মই সদায় বহিয়াল বৰুৱাৰ পিছত চাটো থকাৰ দৰে আছিলোঁ গা-ৰখীয়া হৈ। ভিতৰৰ কাম-কাজত সহায় কৰিবলৈ জোনাকী, বতাহী, তৰামাই সদায় থাকেই।

ৰজা পোৱালিহঁতৰ মেলবোৰত দেৱানে ভিতকৰা কথাবোৰ ৰবকৈ নকৈছিল। ক'ত কি কৰিব লাগিব নালাগিব আটুট কথাবোৰ বহি-য়াল বৰুৱাকহে গোপনে কৈছিল। বহিয়াল বৰুৱাই সিজৰ ৰৰীয়াকৈ ৰজা পোৱহাঁলিতক সকলো কথা বিতংকৈ বুজাই দিছিল। ৰজা-পোৱা-লিহঁতক তেওঁলোকৰ পদবীবোৰৰ অতীত মৰ্য্যাদাৰ কথা বাৰে বাৰে সোৱঁ-ৰাই দি আৰু অতীতত পোৱা সেই সা-সুবিধাবোৰৰ পৰা কেনেকৈ ক্ৰমান্বয়ে তেওঁলোক বঞ্চিত হৈছে, অপমানিত কৰা হৈছে আৰু অলপ

যন্ত্ৰ, অকণমান ত্যাগ কৰিলেই সেই পদ-মৰ্য্যাদা, সন্মান আৰু সা-সুবিধাবোৰ ঘূৰাই পাব পাৰে বুলি কৈছিল। সাতোৰজা, পাঁচো-ৰজাসকলৰ হাতৰ পৰা দোষীক শাস্তি দিয়া "শিল-ধুম-চাবুক-চমতা" এই বিশেষ ক্ষমতা ইংৰাজে কাঢ়ি নিলে। তেওঁলোকে সদা-সৰ্বদা উপভোগ কৰি অহা পাইক, বিচাৰ আদি অন্যান্য ক্ষমতা আৰু সা-সুবিধাবোৰ বিলোপ কৰাত ৰজা-গোৱালিসকল এনেয়ে খঙে-ক্ষোভে জৰ্জৰিত হৈ আছিল।

হেৰ' বাহু, ৰজা-পোৱালিহঁতক বকৰাই কি ক'লে, কি নক'লে তই জানিলি কেনেকৈ ?

ৰজা-পোৱালিৰ মেলত সিমান গোপনীয়তা নাছিল। পা-বখীয়া হিচাবে বকৰাৰ কাষতে আমি এজন বৈ আছিলোঁ। ৰজা-পোৱালি-হঁতৰ সভাবোৰলৈ কটকী, গোহাঁইহঁতকো মাতিছিলচোন।

—বাহুৰ কথাৰ মাজতে ৰূপচিঙে মাত দিলে।

পোন প্ৰথমে এখন নে দুখন মেললৈ কটকী, গোহাঁইহঁতকো মাতিছিল। ৰজা-পোৱালিহঁতে তেওঁলোকৰ সমানে বাকীবোৰক আসন-বসন আৰু মৰ্য্যাদা দিয়াটো ভাল নেপাইছিল। সৰাগাঁৱৰ ৰজা-পোৱালিয়ে সমানে সমানে সকলোকে আসন দিয়া কথাত আপত্তি জনালে। বকৰাই ৰজা-পোৱালিহঁতৰ মনৰ কথা বুজিলে।

ৰহিয়াল বকৰাই সন্ধিৰ বাহ-বুদ্ধিৰে কাটিলে। প্ৰতিজন ৰজা-পোৱালিৰ ঘৰত বেলেগে বেলেগে গোপন মেল পাতিবলৈ তেওঁলোকক মান্তি কৰালে। একোজন ৰজা-পোৱালিয়ে ওচৰে-পাজৰে থকা কটকী-গোহাঁই-সন্ধৰসকলক, ডা-ডাঙৰীয়াসকলক—আনকি বহু বহু মৌজাদাৰ সকলকো মেললৈ মাতি সেই ৰজা-পোৱালিৰ অধীন অঞ্চলত সংগঠন বহল কৰাৰ ব্যৱস্থা কৰিলে। তেওঁলোক মান্তি হোৱাত এহাতে ৰজা-পোৱালিহঁতৰ নিজৰ মৰ্য্যাদাও ৰক্ষা হ'ল, আন-হাতে তেওঁলোক সক্ৰিয় ভাৱে বিদ্ৰোহত জড়িত হৈ পৰিল। গোটোৱা মেলৰ ব্যৱস্থাটোও কিন্তু চলিয়েই থাকিল। তাত মাথো ৰজা-পোৱালি-

হঁতকহে নিমন্ত্ৰণ কৰা হয়।

আকৌ সাধাৰণ প্ৰজাৰ মুখীয়ালসকলক, ৰণুৱাসকলক বেলেগে বেলেগেও বকৰাই গোটাই গোপন মেল পাতিছিল প্ৰজাই ইংৰাজৰ হাতত পোৱা অসুবিধাবোৰৰ কথা বুজাই-শুনাই বিদ্ৰোহী কৰিছিল। মূঠৰ ওপৰত ৰণৰ কাম-কাজ, বিধি ব্যৱস্থা, সংগঠন আদি দৰ্কাৰী কথাবোৰ এইবোৰ মেলতহে বকৰাই বিবৰি কৈছিল। বিদ্ৰোহৰ বাবে এই চাম প্ৰজাহে বেছি দৰ্কাৰী হ'ব. বকৰাই ভালকৈ জানিছিল। মই বুজাত বচন-পাতি, পা-পইচা আদি যোগাৰ দিবৰ বাবেহে ৰজা-পোৱালি-হঁতক জড়িত ৰখিছিল যেন লাগে।

—বাহুৰ কথাৰ মাজতে ৰূপচিঙে মাত লগালে: ৰজা-পোৱালি-হঁতক বকৰাই ভালকৈ চিনি পাইছিল।

অকল ৰজা-পোৱালিহঁতকনে? ডা-ডাঙৰীয়াহঁত, কটকী-গোহাঁই-লৰস্কৰহঁত কিমান দূৰলৈ আগুৱাব, কিমান পলমলৈকে সাধাৰণ প্ৰজাৰ লগত চলিব, বকৰাই ভালকৈ বুজিছিল। সিহঁতৰ নাৰী-নক্ষত্ৰ বকৰাতকৈ জনা আন নাছিলেই। ৰহিয়াল বকৰাই মানুহক হাড়ে হাড়ে চিনিব পাৰিছিল।

— হেবেৰাই মনত অহা কথাষাৰ কৈয়েই পেলালে।

তাৰ মানে কটকী, গোহাঁই, ডা-ডাঙৰীয়াসকল শেষলৈকে তহঁতৰ লগত নাথাকিল, নহয় জানো?

— গোসাঁই ঈশ্বৰে মাত লগালে।

সকলোবোৰ নাথাকিল বুলিলে সঁচা কোৱা নহ'ব, কিছুমান শেষলৈকে আমাৰ লগত থাকিল। প্ৰায়বোৰেই আচল সময় চোৰাতে আমাক এৰা দিলে।

মাজত খোৱা মানুহবোৰৰ এইটো স্বভাৱেই। সদায়েই নথকা-বিলাকক থকাবিলাকে এনেকৈয়ে গছত তুলি গুৰি কাটে। সিহঁতে ৰং চায়।

— নবচিঙে মন্তব্য কৰিলে।

তহঁতবোৰে জানো সেইসকলৰ কথাতহে বণলৈ আহিছিলি ?
—গোসাঁয়ে সুধিলে ।

অকল সিহঁতৰ কথাতে সকলো ৰণলৈ অহা নাই ' কিছুমান ৰণুৱাক সিহঁতে চকু গজালে বাবেহে ৰণলৈ আহিছে, সেইটোও সঁচা। ইংৰাজে প্ৰজাৰ ওপৰত কৰা অত্যাচাৰ-উৎপীড়ন সহ্য কৰিব নোৱাৰিয়েই আমি ৰণলৈ ওলালোঁ। কিন্তু মানুহবোৰৰ ইমান দুৰৱস্থা হোৱাৰ কাৰণনো কি ? মানুহবোৰ ইমান নিচলা কিয় হ'ল—তাৰ আমি ভু-ভা পোৱা নাছিলোঁ। এওঁলোকে যেতিয়া চকুত আঙুলি দি প্ৰজাৰ এনে অৱস্থাৰ পোৱা কাৰণবোৰ ফঁহিয়াই দেখুৱালে, তেতিয়াহে আমাৰ বহুতৰে চকু গজিল। তেতিয়াহে আমি বুজিলোঁ ইংৰাজৰ কাম-কাজৰ ফলত তেওঁলোকে কৰা আইনৰ মেৰপাকেহে এনেকৈ দিনে দিনে মানুহবোৰক চালছিগা অৱস্থা কৰিছে। ইংৰাজক দেশৰ পৰা খেদাব পাৰিলেই মানুহৰ দুখৰ অন্ত পৰিব। সেয়ে ককালত গামোচা বান্ধি নিজেও ওলালোঁ, আনবোৰকো বঢ়াই-বুজাই ৰণলৈ সাজু কৰিলোঁ।
— নবচিওৰ হৈ বাহুৱেই উত্তৰ দিলে ।

ইমানকৈ তহঁতক বুজাই-বঢ়াই ইংৰাজে অন্যায়বোৰ ফঁহিয়াই দেখুৱাইছে, সেয়ে ৰজা-পোৱালিহঁত, ডাঙৰীয়াহঁত তহঁতৰ লগত থাকিব বুলি ভাবিছিলি হবলা ?

নাভাবিম কিয় ? ৰহিয়াল বৰুৱাই, ৰজা-পোৱালিহঁতে, কটকীলস্কৰহঁতে কমবোৰ গোপন মেল পাতিলে, কমবোৰ কথা চোবালেনে ; কমবোৰ ধন-বিত, ৰচদ-পাতি, গোটোৱাত ; ঢাল-তৰোৱাল, কাৰফাই সজাত খৰছ কৰোৱালেনে ?

যদি ইমানবোৰ ৰচদ-পাতি, ধন-বিত খৰছ কৰিলে, মানুহবোৰ গোটাই মেলি দিলে, কি কৰিবলৈনো বাকী থাকিল ? তেওঁবিলাকে যদি ইমানবোৰ কৰিছিলেই, তেন্তে আকৌ এৰা দিলে বুলি কৈছ কিয় ? ৰণুৱাহঁতে যুঁজিব, ধন-বিত থকাবোৰে পা-পইচা দিব। কোনোৱে কায়িক পৰিশ্ৰম কৰিব, কোনোৱে আৰ্থিক সাহায্য কৰিব। সকলোৱে কিবা ৰণ কৰিব পাৰেনে ?

ৰজা-পোৱালিহঁতে, গোঁহাই বৰুৱাইঁতে তেওঁলোকৰ ইংৰাজে কাটি নিয়া সা-সুবিধাবোৰ ঘুৰাই পোৱাৰ আশাতহে তুপইচা খৰছ কৰিছিল, যাতে আকৌ সাধাৰণ প্ৰজাক ধুম-শিল-চাবুক-চমতা লগাব পাৰে। সাধাৰণ প্ৰজাৰ মূৰৰ ওপৰত উঠি পাইক খাটি খোৱা মানুহখিনিক চেপি-খুন্দি সুখ-স্বাচ্ছন্দত চলিব-ফিৰিব পাৰে। দুখীয়া নিচলা প্ৰজাৰ দুখত দুখী হৈ তেওঁলোকৰ উপকাৰ কৰিবলৈ এইসকল অহা নাছিল নহয়। যেতিয়াই দেখিলে ৰণুৱা পিছুৱালে, সিহঁতেও গা এৰা দিলে। বুজিলে— সিহঁতৰ আৰু নহ'ব।

— বনমালীয়ে ক'লে।

বহিয়াল বৰুৱাও ধনী-মানী মানুহ। টোপাকুছিৰ ৰজা-পোৱালিবো পা-পইচা ঢেৰ আছে। তেওঁলোক ৰণুৱাক কেতিয়াও এৰা দিয়া নাছিল। বৰুৱাৰ পদবী ইংৰাজে কাঢ়ি নিলে, দায়তো পেলালে। তেওঁলোকে পৰা দিনলৈকে কৃষক প্ৰজাৰ, দুখীয়া-নিচলাৰ নোহোৱাবোৰৰ উপকাৰ হোৱাটোকেই মনে-প্ৰাণে বিচাৰিছিল। '৫৭ চনলৈ আমাৰ লগত আছিলো। সেয়ে সকলো ডা-ডাঙৰীয়াক একে শাৰীতে থৈ দোষী সাব্যস্ত কৰাটো উচিত কথা নহ'ব। পিছত আমাক সহায় কৰাৰ ক্ষমতা তেওঁলোকৰ নোহোৱা হ'ল।

— বাছৱে বিচাৰকে গোচৰত ৰায় দিয়াৰ দৰে মন্তব্য কৰিলে।

বহিয়াল বৰুৱাই ৰজা-পোৱালিহঁতক আহল-বহলকৈ বহাগী মেলা পাতিবলৈ মান্তি কৰাইছিল। আগতেও বহাগী-মেলা হৈছিল, কিন্তু ইমান মুকলি-সাকলি নাছিল। ৰণুৱাহঁতৰ ৰণৰ পাৰ্গতালিৰ পৰীক্ষা বহাগী-মেলাৰ খেলা-ধূলাৰ মাজতে হৈছিল। ঢাল-তৰোৱাল চলোৱা, কাৰফাই ধনুৰে লক্ষ্য ভেদ কৰা আদি বিভিন্ন খেলো পাতিছিল। বহাগী-মেলাৰ খেলা-ধূলা ৰণৰ তৈয়াৰীৰ অংশ বুলি বুজিবকে পৰা নাছিল চাহাবহঁতে। ইংৰাজক খেদি পঠাব পৰা হ'লে প্ৰজাৰ নথৈ উপকাৰ হ'লহেঁতেন, লগতে ডা-ডাঙৰীয়াহঁতৰো মনোবাঞ্ছা পূৰণ হ'লে আমাৰ মাতিবলৈ কিটো আছে?

— গুেবৰাই বাহুক সমৰ্থন কৰি ক'লে।

অসমীয়া প্ৰজা সহজ সৰল, ধৰ্মভীৰু আৰু ধৰ্ম অনুষ্ঠানত বৰকৈ বিশ্বাসী। বিদ্ৰোহৰ কামত সমূহ প্ৰজাক জড়িত কৰিবলৈ সত্ৰ-নামঘৰত ব্যৱহাৰ কৰাৰ লগতে গোসাঁই-মহন্তসকলৰো সহায়-সহযোগৰ প্ৰয়োজন। ১৮৪২ চনৰ আইনৰ সূত্ৰমতে অসমৰ সকলো ধৰ্ম-অনুষ্ঠান আৰু গোসাঁই-মহন্তসকলক ৰজাঘৰীয়া সকলো প্ৰকাৰৰ সহায়-সহানুভূতিৰ পৰা বঞ্চিত কৰাত গুৰু-গোসাঁইসকলেও ইংৰাজৰ প্ৰতি বিৰূপ মনোভাব লৈ আছিল। বহিয়াল বকৰাই গোসাঁই-মহন্তসকলৰ দুখ-বেদনাৰ কথা জানিছিল। সেয়ে গোসাঁই-মহন্তসকলক একত্ৰিত কৰি তেওঁলোকৰ প্ৰতি ইংৰাজে কৰা কাম-কাজ অন্যায় বুলি প্ৰত্যয় নিয়াই সেইসকলৰ যোগেদিও বাহুক বৰ্ণলৈ প্ৰস্তুত কৰাত তেওঁলোকৰ সাহায্য লৈছিল। গোসাঁই-মহন্তসকলে বহিয়াল বকৰাৰ পৰামৰ্শ মতে সত্ৰ-নামঘৰ, ধৰ্ম-মন্দিৰবোৰত ভাওনা, নাম-কীৰ্তন, ৰবলগাহ, ধৰ্মা-লোচনা, ভকত-সেৱা আদিৰ জৰিয়তে লোক একত্ৰিত কৰি ভকত-সকলৰ মাজত বিদ্ৰোহৰ বাণী প্ৰচাৰ কৰাৰ লগতে বণুৱাসকলক সংগঠন কৰাত লেখত লবলগীয়া বৰঙনি যোগাইছিল। আনহাতে বাহিৰৰ পৰা সম্পূৰ্ণ ভাবে বিচ্ছিন্ন হৈ থকা কাৰণেই ইংৰাজসকলে সেইবোৰৰ ভু-কে পোৱা নাছিল।

প্ৰজাৰ প্ৰতি অংশকে বিদ্ৰোহৰ লগত জড়িত কৰিবলৈ সমাজত বিভিন্ন অংশত প্ৰতিপত্তি থকা সকলোকে বহিয়াল বকৰাই একত্ৰিত কৰিবলৈ আৰু বিদ্ৰোহৰ বাবে সাজু কৰিবলৈ সমৰ্থ হৈছিল। সমাজত এই প্ৰতিপত্তি থকা লোকসকল বিদ্ৰোহত জড়িত হৈ পৰা কথা জনাজনি নহ'বৰ বাবে এইসকলৰ প্ৰত্যেককে বেলেগে বেলেগে একত্ৰিত কৰাৰ ব্যৱস্থা কৰিছিল। দুজনে সিজনে যে একে কামতে লাগি আছে নাজানিছিলেই। দেৱানৰ মন্ত্ৰত দীক্ষিত বহিয়াল বকৰাই মূলতঃ নগাঞা বিদ্ৰোহীৰ গুৰু ; লক্ষ্মণচিং ডেকা বণুৱাৰ প্ৰথম সেনাপতি আৰু বাহু হ'ল ইয়াৰ প্ৰধান সংগঠক। বকৰাৰ পিছত বাহুৱেই হ'ল মূল

মানুহ। জোনাকী, বাতৰী হ'ল যোগসূত্ৰ ঘটাওতা বাৰ্ত্তাবাহক দূত।
—বনমালীয়ে একে উশাহতে ক'লে।

আমি এই কথা বুজিবলৈ অসুবিধা হোৱা নাই। '৫৭ চনৰ পিছত কি কি কাৰণেনো মানুহবোৰ পুনৰ বিদ্ৰোহী হ'ল আৰু মুখামুখী ৰণত নামিব লগা হ'ল, সেইটো'হে কেৱে এতিয়ালৈকে কোৱা নাই। মই বুজাত, পাৰোতে হাজাৰ হাজাৰ ৰাইজে ইংৰাজৰ নিপুণ বন্দুক-ধাৰী চিপাহীৰ বিৰুদ্ধে লাঠী-জাঠী-কাৰ্ ফাই-ধনুৰেই জপিয়াই পৰা নাই। অতি গুৰুত্বৰ সমস্যাৰ মুখামুখী হৈহে এনে কাম কৰিছিল। নগঞা মানুহ হিচাবে মই কিছু দূৰ অনুমান কৰিছোঁ; ১৮৫০ চনলৈকে ইংৰাজে যিবোৰ অন্যায়-অনিয়ম কৰিছিল, অসমীয়া প্ৰজাৰ ওপৰত সেয়াই আছিল সহ্যৰ বাহিৰত। এতিয়া চাগে চাহাবহঁত সীমা পেৰাই গ'ল, সেয়ে প্ৰজাৰ ধৈৰ্য্যচ্যুতি ঘটিল।
—গোসাঁই ঈশ্বৰে নিজে নিজে কোৱাদি ক'লে।

জেলৰ ঘণ্টাত ৯ শোব মাৰিলে। ক্ষন্তেক পিছতে দুৱাৰত মানুহ অহাৰ শব্দ হ'ল। কথা-বতৰা কৰি ভিতৰৰ ২৭ টা বন্দীয়ে গন্তিৰ বাবে সাজু হ'ল।

জামাদাৰে ভিতৰত ভৰি দিয়াৰ লগে ওৱাৰদাৰটোৱে চিঞৰিলে:
'চৰকাৰ চেলাম'। নিজৰ চাঙৰ পৰা গিৰিপকৈ উঠি প্ৰতিজনে
"চৰকাৰ চেলাম"

গোসাঁই ঈশ্বৰে আগৰটোৰ শেষ হোৱাৰ লগে লগে ক'লে: 'পাঁচ' বাহুৰে 'ছয়'। ক্ৰমান্বয়ে প্ৰতিজনে চিঞৰি চিঞৰি নিজৰ চাঙবোৰৰ নামবোৰ ভাওৰ'কৈ উচ্চাৰণ কৰি নিজৰ উপস্থিতিৰ জাননী দিলে।

—শেষজনে চিঞৰিলে।

"সাতাইশ"—গন্তি শেষ হ'ল।

দুৱাৰ-মুখত থকা জামাদাৰজন দুৱাৰৰ ফালে উভতিল। সকলো ঠিক আছে বুলি সন্তুষ্টি পোৱা জামাদাৰৰ পিছে পিছে গন্তি লোৱা ওৱাৰদাৰটো আৰু লগৰটো ওলাই গ'ল। আকৌ দুৱাৰত সঁচাৰ-কাঠী

বন্ধ কৰাৰ শব্দ সকলোৱে শুনিলে।

-এতিয়া শুই থাক বাছ; কালিলৈ আমাৰবোৰৰ নাৱিকলৰ বচা বটাৰ পাল।

—গোসাঁই ঈশ্বৰে ক'লে।

হয়, বচা বটাৰ পাল। মোৰহে বুঢ়া আঙুলিৰ ঢৌৱা চিহ্ন আছে। কালিলৈ কেনেকৈ দিনটো পাৰ হয়?

—চিৰচিঙে পুৱাৰ পৰা আৰম্ভ হ'ব লগা দিনটোৰ বাবে প্ৰমাদ গণি নিজে নিজে কোৱা দি ক'লে।

কি কৰিবি খাৰখোৱা অসমীয়াইঁত। ইয়াকে আমি সাধি আছিলোঁ। ভাগ্যৰ লিখননো খণ্ডাব কোনে?

—গোসাঁয়ে নিজে নিজে ভাবিলে।

## দহ

বুজিছে বকৰাদেউ। অসমীয়া প্ৰজাৰ দুখ-দুৰ্গতি দূৰ কৰিবলৈহে ঈশ্বৰে মণিৰাম দেৱানক অসমলৈ পঠাইছিল। সকলো প্ৰজাৰ মন বুজি যথোপযুক্ত নেতৃত্ব দিব পৰা সকলো সদ্‌গুণ ভগবানে তেওঁক দিছে। সেয়ে সকলো ৰজা-প্ৰজা, পাহাৰীয়া লোক, ইয়াত বসবাস কৰা আন ঠাইৰ লোক—সকলোৰে প্ৰিয়পাত্ৰ হৈ নেতৃত্ব দিব পাৰিছিল। একেবাৰে দেশ-প্ৰেমী, বিচক্ষণ, সুচতুৰ শাসক আৰু বুদ্ধিমতা থকা নেতা পোৱাটো বিৰল। দেৱানৰ সকলো গুণৰ কথা ৰহিয়াল বকৰাই আমাক ভাঙি-পাতি কৈছিল।

প্ৰথমতে দেৱানে দেশৰ হিতৰ কথা চিন্তা কৰা নাছিল। ইংৰাজৰ বিৰুদ্ধে হোৱা বিদ্ৰোহত তেওঁ অসহযোগ কৰিছিল। খাচীয়া, গাৰো, ভূটীয়াৰ বিদ্ৰোহৰ সময়ত ইংৰাজক খাদ্য আৰু মানুহ যোগান ধৰি ইয়াক দমন কৰোৱাতহে সহায় কৰিছিল। চৰকাৰৰ প্ৰজা শোষণৰ বিভিন্ন অভিসন্ধি ভিতৰৰ পৰা নিৰীক্ষণ কৰি তেওঁ পিছলৈহে স্বদেশ-হিতৈষী হৈ উঠিছিল, তাকো বকৰাই আমাক নোকোৱাকৈ থকা নাছিল।

—চেলৰ পৰা দিনটোলৈ মুক্তি পোৱা কমলা বকৰাক বাহুৱে ক'লে।

তেওঁক ইষ্ট ইণ্ডিয়া কোম্পানীয়ে চিৰস্তাদাৰ-তহছিলদাৰ পাতিছিল ১৮২৮ চনত। ১৮৩৩ চনৰ মাৰ্চৰ দুই তাৰিখে ইংৰাজে পুৰন্দৰ-সিংহক উজনি অসমৰ ৰজা পাতে। তেতিয়া আগৰ দায়িত্বৰ উপৰিও তেওঁ পায় বৰভাণ্ডাৰ বৰুৱাৰ খিতাপ আৰু দায়িত্ব। এয়া জানো ৰহিয়াল বকৰাই তোমালোকক কৈছিল?

—কমলা বকৰা ওলোৱালৈকে থাপ লৈ থকা সকলো নগঞা বিদ্ৰোহীক

লক্ষ্য কৰি কমলা বৰুৱা'ই সুধিলে।

বহিয়াল বৰুৱাই এইবোৰ আদ্যোপান্ত বণ্ৰাইতক কোৱা নাছিল, কিন্তু বৰা-পোৱালিইঁতৰ গোপন মেলত এইবোৰ পানী নসবাকৈ কৈছিল।

বিদ্ৰোহ কৰাৰ বাহিৰে তেওঁলোকৰ কোনো গত্যন্তৰ নাই, তাক দেখুৱাবলৈ আৰু তেওঁলোকৰ নেতৃত্ব দিয়াজন যে উপযুক্ত লোক তাক কৈ মেলি বৰা-পোৱালিইঁতক মানসিক ভাৱে বিদ্ৰোহলৈ সাজু কৰিছিল।

—সকলোৱে হৈ বাহুৱে উত্তৰটো দিলে।

দেৱানে জানো এই সময়তে বিদ্ৰোহ কৰিবলৈ সাজু হৈছিল?

—কমলা বৰুৱালৈ চাই গোসাঁয়ে সুধিলে।

লাহে লাহে দেৱানে চাহাবইঁতৰ গতি-মতি বঢ়িয়াকৈ বুজি উঠিছিল যদিওবা তেতিয়ালৈকে প্ৰকাশ্যে দেৱানে ইংৰাজৰ বিৰোধীতা কৰা নাছিল। কিন্তু পুৰন্দৰসিংহৰ পৰা ১৮৩৯ চনত ৰাজপাট ইংৰাজে কাঢ়ি লোৱাত মণিৰামে ইংৰাজৰ উদ্দেশ্য ভালদৰে বুজিছিল আৰু তাঁহাতে অসমক নিজাকৈ শাসন কৰিবলৈ এৰি নিদিব বুলি সন্দিহান হৈ পৰিছিল আৰু তাঁহাতৰ কাজ-কৰ্মৰ প্ৰতিটো খোঁজ সতৰ্কতাৰে লক্ষ্য কৰি চলিছিল। তেতিয়াও কিন্তু দেৱানে চাহাবৰ লগত দন্দ-হাই কৰা নাছিল। আশা পুহিছিল, কিজানি তাঁহাতৰ মতি-গতি সলনি হয়েই।

কিবা সলনি জানো দেৱানে দেখিলে?

- গোসাঁয়ে আকৌ মাজতে সুধিলে।

কিটো সলনি হ'ব? অসম কোম্পানীৰ নাজিৰাত দেৱান হৈ থাকোঁতে তেওঁ নিজাকৈ যোৰহাটত চাহ-বাগান খুলিবৰ বাবে ইউৰোপীয়ান চাহ খেতিয়কে পোৱাদি কম খাজনাতে পতিত মাটি পাবৰ বাবে কৰা আবেদন চৰকাৰে নামঞ্জুৰ কৰে। ১৮৪০-৪১ চনত শিৱসাগৰৰ নতুনকৈ অহা প্ৰিন্সিপেল এচিষ্টেনট্ কেপ্তেইন ৰোক্ৰীয়ে খেলপ্ৰথা বিলোপ কৰি গোটেই জিলাখন বহু সংখ্যক টাঙ্গনিত ভাগ কৰিলে আৰু মণিৰাম দেৱানক মাথোন তিনিটা মৌজা ৰাখিবলৈ দি অন্য

বিষয়-বাববোৰ লৈ গ'ল। আগৰ ডাঙৰীয়াসকলৰ খিতাপৰ বিবেচনা নকৰি সম্মানীয় আৰু সমৰ্থ ফুকন, বৰুৱা, শইকীয়া, বৰাক দায়িত্ব দিলে এই টাঙনিবোৰ চলাবলৈ।

—কমলা বৰুৱাৰ কথা শেষ নৌহওতেই বাহুৰে মাজতে মাতিলে :

কাৰ ঘৰত জন্ম, কি কথা নোচাৰাকৈ সকলোকে যোগ্যতাৰ ভিত্তিত বিবেচনা কৰি টাঙনিবোৰ দিয়াটো কিন্তু ইংৰাজৰ উচিত কামেই হৈছিল।

হেৰ বাহু, তই উচিত কথাই কৈছ, কিন্তু সেই সময়ত অসমত কোন খিতাপধাৰী বংশৰ, গুৰি-গোষ্ঠী কি, সেইবোৰ কথাহে সমাজত বেচিকৈ বিবেচনা হৈছিল।

—গোসাঁয়ে তাক জব্দ কৰাৰ ভাওত মাত লগালে।

সমাজৰ ভুল কাম-কাজবোৰ শুদ্ধ কৰাৰ ব্যৱস্থা কৰাৰ বাবেইতো ভাল কাম কৰিছিল বুলিছে বাহুৱে।

—বাহুক সমৰ্থন কৰি ৰূপচিঙে মাত লগালে!

ভাল কৰক—বেয়া কৰক, ডা-ডাঙৰীয়াসকলে নিম্নশ্ৰেণীৰ লোকসকলক এনে দায়িত্ব দিয়া ভাল পোৱা নাছিল। যেতিয়া তেওঁলোকে দেখিলে বজা দিনৰ নাখেৰাজী খাটবোৰো খেৰাজীৰ ভিতৰত ধৰি খাজনা নিৰ্দিষ্ট কৰিছে, তেওঁলোক অতি ক্ৰোধান্বিত হ'ল। তাতে আকৌ ১৮৪৩ চনত দাস প্ৰথা আইন কৰাত এইসকলৰ অৱস্থা সাধাৰণ ৰায়তৰ পৰ্য্যায়লৈ নামিল।

—অ' সাত পুৰুষত হাল-কোৰ নোবোৰা বান্দী-বেটী-লগুৱা-লিকচৌৰে আবৃত হৈ পৰৰ মূৰত-খোৱাসকলে নিজে এতিয়া হাল-কোৰ লব লগা হ'ল, ভালেই কৰিছিলচোন চাহাবজাকে।

—বৰ আনন্দ প্ৰকাশ কৰি বনমালীয়ে মাত লগালে।

বোত্ৰীৰ পিছতে অহা চাহাব চালৰ্চ হলবয়দে দেৱানৰ পৈতৃক মৌজা তিনিটাও কাঢ়ি নি অন্যক দি দিলে। বহুতো সুবিধাভোগী ডা-ডাঙৰীয়াসকলে কৰ-কাটল আৰু নতুন নিয়ম-কানুনৰ মাজত পৰি এনেহে হাঁহ-নচৰা অৱস্থা হ'ল যে বহুতে নিজৰ মা-সম্পত্তি

বন্ধকত দিব লগা অথবা বিক্ৰী কৰিব লগা অৱস্থা হ'ল।

দেৱানবো এনে দুৰৱস্থা হ'ল যে সম্মান-পদপী সকলোবোৰ হেৰালেই, আনকি তেওঁৰ ১৮৫ জনীয়া পৰিয়ালটোৰ পোহুপাল দিবলৈও ভীষণ সঙ্কটৰ মুখামুখী হ'ব লগা হ'ল। তেতিয়াৰ পৰাহে মুকলিকৈ বিদ্ৰোহী হৈছিল মণিৰাম বৰুৱা। স্বদেশৰ স্বাৰ্থৰ হকে যুঁজিবলৈ তেতিয়াৰ পৰা তেওঁ হয় দৃঢ়-প্ৰতিজ্ঞ। ইংৰাজক এশিকনি দি স্বদেশক ইংৰাজৰ কবলৰ পৰা মুক্ত কৰিবলৈ বিচাৰি ফুৰিছিল সুকলা আৰু সুবিধা। শ্ৰেণী স্বাৰ্থত আঘাত লাগিলতহে দেৱান স্বদেশৰ হিতাকাংখী হ'বলৈ ধৰে।

—গোসাঁয়ে মন্তব্য কৰিলে।

ডা-ডাঙৰীয়াসকলে এই দুৰৱস্থাৰ পৰা মুক্তি পাবলৈ পুনৰ আহোম ৰাজত্বৰ প্ৰতিষ্ঠা কৰাৰ বাদে অন্য পথ নেদেখিলে। সেয়ে তেওঁবোৰে অসন্তুষ্ট প্ৰজাসকলক লগত লৈ ইংৰাজক এশিকনি দি হেৰোৱা গৌৰৱ উদ্ধাৰৰ কাৰণে খাপ লবলৈ লাগিল। নহয় জানো বৰুৱাদেউ ?

—সুবিধা বুজি বনমালীয়ো এখোঁচ মাৰিলে।

আনবোৰ ডা-ডাঙৰীয়াৰ লগত দেৱানৰ তুলনা নহয়। মনোকষ্ট, দুখ-গ্লানি নিশ্চয় হৈছিল দেৱানৰ। কিন্তু যিসকলে দেৱানক ওচৰৰ পৰা জানিছিল, তেওঁৰ প্ৰকৃতি, চিন্তাৰ কথা জানিছিল; তেওঁলোকে নিশ্চয় স্বীকাৰ কৰিব লাগিব স্বদেশৰ হিতৰ চিন্তাইহে তেওঁক বিদ্ৰোহী কৰিছিল আৰু সেয়ে বিদ্ৰোহ সংঘটিত কৰিবলৈ সকলোকে সংগঠিত কৰিছিল। সুবিধাৰ অপেক্ষাত বাট চাই আছিল।

—অন্তৰ উজাৰি কোৱাৰ দৰে কমলা বৰুৱাই ক'লে।

বহুত পৰ কাৰো মুখত কথা-বতৰা নাই। বৰুৱাই কিবা বিচাৰৰ দৰে উদাস হৈ চাললৈ-বেৰলৈ চাই ৰ'ল।

পিছে সেই সুবিধা দেৱানৰ ওলালনে নোলাল ?

—নিস্তব্ধতা ভঙ্গ কৰি গোসাঁয়ে আকৌ সুধিলে।

ওলাল।

— কমলা বৰুৱাই ক'লে ।

জেৱানৰ সন্মুখত আপোনা-আপুনি দেখা দিলেহি সেই সুবিধা। ইংৰাজ শাসনৰ তলত অসমীয়া প্ৰজা অসন্তুষ্ট বুলি কলিকতাত জনা-জনি হ'ল। সন্তুষ্ট হ'ব নোৱাৰাৰ কাৰণনো কি তাক অনুসন্ধান কৰিবলৈ চৰকাৰে গঠন কৰিলে এজনীয়া আয়োগ ১৮৫৩ চনৰ জুন মাহত। কলিকতা সদৰ আদালতৰ জজ এন, জুজন মফাট মিলচ্ হ'ল এজনীয়া আয়োগৰ সদস্য। শিৱসাগৰত আহি উপস্থিত হ'লত ৰাজকুমাৰ কন্দৰ্পেশ্বৰ সিংহই এখন স্মাৰক-পত্ৰ দি আহোম ৰাজ-সিংহাসন তেওঁক ঘূৰাই দিবলৈ দাবী জনালে।

ৰাজ-সিংহাসন ইংৰাজে ঘূৰাই দিব বুলি ভবাটোৱেই তেওঁৰ ভুল হ'ল। বৰঞ্চ কিবা ভাটা বা সা-সুবিধা বিচৰা হ'লে কিজানি ইংৰাজইতে দিলেইহেঁতেন।

— বনমালীয়ে মাজতে মন্তব্য কৰিলে ।

তেওঁৰ স্মাৰক-পত্ৰত নিজৰ লগতে সাতখেল আহোম, কাকতি, কটকী, দেওধাই, ৰাজসভাৰ বাইলুং পণ্ডিত, দলৈ, গণক, কুকৰাচোৱা, চাউডাং, দোলাকাষৰীয়া, দাধৰা, জোৰাধৰা, চাংমাই আদি সন্মানীয় পৰিয়ালৰ দুখ-দুৰ্গতিৰ কথাও জনাইছিল। সঁচাকৈয়ে ৰাজকুমাৰ কন্দৰ্পেশ্ব সিংহৰ সেই সময়ত দুৰৱস্থাৰ সীমা নাছিল। পৰিয়াল-পৰিজন ধ্বংসৰ শেষ সীমাত। পৰিয়ালটোক খোৱা-বোৱাৰ যোগাৰ দিয়াই ডেকা ৰাজ-কুমাৰৰ পক্ষে অসম্ভৱ হৈছিল। তেওঁ ভাটা বা অন্য আৰ্থিক সা-সুবিধাও বিচাৰিব নোৱাৰে, কাৰণ পিতাকহঁতে বাৰে বাৰে ৰাজ-সিংহাসন ঘূৰাই দিয়াৰহে দাবী কৰি আহিছিল। যদি সেই দাবী এৰি নতুন দাবী কৰে. দুইকুল হেৰোৱাৰ ভয়তহে তেওঁ পুনৰ সিংহাসন ঘূৰাই দিয়াৰ দাবীতে ৰৈছিল।

— কমলা বৰুৱাই বনমালীৰ কথাৰ মূৰত ক'লে।

জেৱান ডাণ্ডৰীয়াই কি কৰিলে ?

— কথাৰ মোৰ ঘূৰাই গোসাঁয়ে সুধিলে।

দেৱানে মিলচ্‌ৰ ওচৰত দুখন স্মাৰক-পত্ৰ দাখিল কৰিছিল। এখন স্মাৰক-পত্ৰত ... ...

ব'ৰ, কন্দৰ্পেশ্বৰসিংহৰ আৰ্জিৰ ফলাফল কি পালে নেপালে ?

— নৱচিঙে মাজতে সুধিলে।

ৰবা, মই কমেই নহয়। মাজতে এনেয়ে মাতি থাকাহে !

— কমলা বৰুৱাই ক'লে।

দেৱানৰ এখন স্মাৰক-পত্ৰত একে লেঠাৰীয়ে চৰকাৰৰ আনুগত্য হৈ থকাৰ স্বীকাৰ মৰ্মে তেওঁক কিছু বিশেষ সুবিধা দিব লাগে বুলি আৰ্জি দিছিল।

তাৰ মানে শেষলৈকে তেওঁ নিজৰ সুবিধাকে বিচাৰি আছিল ?

—বনমালীয়ে উপক কৰে মাতিলে।

নহয়।

—কমলা বৰুৱাই ক'লে।

চৰকাৰৰ লগত দন্দ পাতিবলৈ অটিলা উলিওৱাৰ চলেৰেহে তেনে আৰ্জি দিছিল। সেই আৰ্জি নাকচ হ'ব বুলি দেৱানে আগতেই জানিছিল। কাৰণ আনখন স্মাৰক-পত্ৰৰ যোগে একে সময়তে আহোম ৰাজবংশৰ পুনৰ প্ৰতিষ্ঠা কৰি চন্দ্ৰকান্তসিংহৰ পুত্ৰ ঘনকান্তসিংহক ৰজা পাতিবৰ অনুৰোধ কৰিছিল।

—দেৱানে তেনেহলে কন্দৰ্পেশ্বৰসিংহক সিংহাসনত বহুৱাৰ দাবী তোলা নাছিল ? এনেয়ে অৱস্থা নাই, তাতে দুজন কোঁৱৰে বেলেগে বেলেগে ৰাজ-সিংহাসন পাবৰ দাবী কৰি বহিছে ?

—গোসাঁয়ে সুধিলে।

হওঁতে কথাটো সচাঁ। প্ৰথমতে ঘনকান্তসিংহকহে আহোম ৰাজপাট দিবলৈ দেৱানে দাবী কৰিছিল। চন্দ্ৰকান্তসিংহৰ পুত্ৰ হিচাবে ঘনকান্ত কোঁৱৰৰ দাবী অধিক যুক্তিযুক্ত আৰু ন্যায়-সঙ্গত আছিল। পিছত দেৱানে কন্দৰ্পেশ্বৰসিংহক সমৰ্থন কৰিছিল, কাৰণ কন্দৰ্পেশ্বৰসিংহ পুৰন্দৰসিংহৰ নাতি, লগতে পুৰন্দৰসিংহৰ ৰাজপাট কাঢ়ি লোৱাত

প্ৰজাই বং খাই আছিল। আনহাতে চৰকাৰৰ বিৰুদ্ধে খিয় দিবলৈ তেওঁহে প্ৰস্তুতি চলাইছিল। অৰ্থবল আৰু প্ৰজা সমৰ্থনো তেওঁৰ পিছতহে বেছি আছিল। ধনকান্তসিংহই এই বিষয়ত কাৰ্য্যতঃ একো কৰা নাছিল।

তেনেহলে এই দলীলতো দেৱানে প্ৰজাৰ সুখ-দুখৰ ছবি, হালোৱা-চহাৰ দুখ-দুৰ্গতিৰ কথা একোকে চৰকাৰক জনোৱা নাছিল?

—কোতৰ সুৰত বাছৰে সুধিলে।

ক্ষ্যাচোন নাই বুলি তোমাক কোনে ক'লে ?

—ধমক দিয়াৰ সুৰত বকৰাই ক'লে।

দেৱানে কোম্পানীৰ আমোলৰ ২৫ বছৰ শাসনত প্ৰজাই পোৱা দুখ-দুৰ্গতিৰ এখন ফৰ্দি দাঙি ধৰিছিল। কোম্পানীয়ে অসমীয়া প্ৰজাৰ ওপৰত কৰা দুষ্কৰ্ম, অন্যায়, অত্যাচাৰ, অনিয়মবোৰৰো বৰ্ণনা দিছিল দেৱানে। এই স্মাৰক-পত্ৰত দিয়া বিভিন্ন তপচিল আৰু আহোম ৰাজবংশৰ পুনৰ প্ৰতিষ্ঠাৰ বাবে কৰা দাবী নিজৰ সা-সুবিধা বিচাৰি দিয়া আৰু চৰকাৰৰ লগত বিবাদ কৰিবৰ উদ্দেশ্যেৰেই যে দিছিল স্মাৰক-পত্ৰ পঢ়িলেই সহজে তলকিব পাৰি। অসমীয়া প্ৰজা অসন্তুষ্ট হোৱাৰ সকলো কাৰণ বিচাৰি উলিয়াই তেওঁ সেইবোৰ সমাধানৰ দাবী তুলিছিল। ইয়াত দাঙি ধৰা মূল সমস্যাবোৰৰ সমাধানৰ দাবীতে পিছলৈ বিভিন্ন ঠাইত বিদ্ৰোহ জাগি উঠিছিল।

প্ৰজাৰ কোনবোৰ সমস্যাৰ কথানো দেৱানে তুলিছিল, কওকচোন বহলাই, আমিও কিছু বুজ পাওঁ।

—নবচিঙে সুধিলে।

দেৱানে তেওঁৰ স্মাৰক-পত্ৰত ৰাজ্যত লগোৱা নতুন নতুন বিবিধ প্ৰথা, বিভিন্ন ধৰণৰ আইন-আদালত স্থাপন, নতুন কৰ-কাটল লগোৱাৰ বিৰুদ্ধে আৰু পাহাৰীয়া ভাইসকলক কৰা আপত্তিজনক ব্যৱহাৰ আদিত আপত্তি তুলিছিল আৰু এইবোৰৰ দ্বাৰা ৰজা-প্ৰজা কাৰোৰে একো উপকাৰ নাই হোৱা বুলি স্পষ্টকৈ কৈছিল।

লগতে সমাজত চলি থকা কিছুমান কুপ্ৰথা—চকু উলিয়াই অনা, নাক-কাণ কাটি দিয়া, জোৰকৈ কুমাৰী হৰণ কৰি নিয়া, পথ-ঘাটত লগোৱা অযথা কৰ-আদি বন্ধ কৰাৰ বাবে ইংৰাজক প্ৰশংসাও কৰিছিল।

দেৱানে তেওঁৰ স্মাৰকত আবকাৰী কানিৰ প্ৰবৰ্ত্তন কৰা, থলুৱা শিল্পৰ ধ্বংস সাধন কৰা, ধৰ্মশাস্ত্ৰ চৰ্চাৰ প্ৰতি অৱহেলা দেখুৱা, মাৰোৱাৰ আৰু চিলেটৰ বঙ্গালীসকলক মৌজাদাৰ পতা, ডা-ডাঙৰীয়া-সকলৰ সা-সুবিধা বিলুপ্ত কৰি লগুৱা-লিকচৌ প্ৰথা বন্ধ কৰি, দাস-মুক্তি দি, দুখীয়া মানুহৰ দৰে কৰ দিবলৈ বাধ্য কৰি, তেওঁলোকক সাধাৰণ ৰায়তৰ পৰ্য্যায়লৈ নমোৱা আদিৰ প্ৰতিবাদ জনাইছিল। কামাখ্যা মন্দিৰত পূজা-সেৱা বন্ধ কৰাৰ বাবে দেশত দুৰ্ভিক্ষ, মাৰি-মৰক, অচিন ব্যাধিয়ে দেখা দিয়ে বুলিও উল্লেখ কৰিছিল। চৰকাৰৰ এনেৰূপ কাৰ্য্যৰ দ্বাৰা প্ৰজা আৰু ৰজাঘৰৰ কাৰো একো লাভ হোৱা নাই আৰু এই অৱস্থা চলি থাকিলে দেশৰ একো উন্নতি হোৱাৰ সম্ভাৱনা নাই বুলিও কৈছিল।

ডা-ডাঙৰীয়াসকলক সাধাৰণ প্ৰজাৰ সমতুল্য কৰাটোৱেই দেৱানৰ মূলক্ষোভ।

—বনমালীয়ে বিদ্ৰূপেৰে ক'লে।

ইংৰাজে কৰা সৎকামবোৰৰ প্ৰশংসা কৰি মণিৰাম দেৱানে তেওঁৰ বুদ্ধিমত্তাৰ পৰিচয় দিয়া যেন লাগে, কাৰণ ইংৰাজহঁতে তেতিয়া তেওঁক বিশ্বাসত লব আৰু তেওঁৰ আচল উদ্দেশ্য লুকুৱাই থোৱাত সহজ হ'ব বুলিয়েই তেওঁ ধৰি লৈছিল।

গোসাঁয়ে মন্তব্য কৰিলে।

ইংৰাজহঁতে তেওঁৰ আচল উদ্দেশ্য বুজাত অকণো অসুবিধা নহৈছিল। কাৰণ তেওঁ স্মাৰক-পত্ৰত জিলাবোৰত অনভিজ্ঞ ডেকা সৈনিক বিষয়া নিযুক্তি দিয়াৰ আপত্তি তুলিছিল। তেওঁ কৈছিল, এই ডেকা বিষয়া-সকলৰ বয়স আৰু অনিহাই ভাল-বেয়াৰ মাজত পাৰ্থক্য উলিয়াব নোৱাৰে আৰু সেয়ে প্ৰজাৰ আচাৰ-ব্যৱহাৰক সম্মান জনাব জনা নাই। তেওঁলোকে এনে এজন ৰাজকুমাৰক সিংহাসন ঘুৰাই দিব লাগে, যি

কিছু সাল-সরঞ্জি কৰি অতীতৰ প্ৰথা আৰু অনুষ্ঠানসমূহৰ পুনৰ প্ৰবৰ্ত্তন কৰিব পাৰে। এনেকৈ পুনৰ প্ৰতিষ্ঠিত কুমাৰক সহায় কৰিবলৈ এজন বিষয়া নিয়োগ কৰিব লাগে, যাক মহামন্ত্ৰী নামেৰে নামকৰণ কৰিব পাৰিব। তেওঁ থলুৱা সেনা-বাহিনীৰ দায়িত্বত থাকিব আৰু ৰাজ্য ৰক্ষাৰ বাবে সৈন্য পৰিচালনা কৰিব। তেওঁ আৰকত হিচাব উলিয়াই দেখুৱাইছিল যে তেওঁৰ পৰামৰ্শ চৰকাৰে মানিলে সকলো খৰচ-ভৰচৰ পিছতো ৰাজ্যত বছৰি দুই লাখ মুদ্ৰা বাহি হ'ব।

বনমালী যেন কমলা বৰুৱাৰ কথা শেষ হ'বলৈহে বৈ আছিল। প্ৰায় বৰুৱাৰ মুখৰ ওপৰত কৈ পেলালে :

মোক আৰু বুজাবৰ কেৱে যত্ন নকৰিব। মই ভালকৈয়ে বুজিছো দেৱানে তেওঁৰ কল্পিত নতুন ৰাজ্যত মহামন্ত্ৰী পদপীটো তেওঁৰ বাবেই সৃষ্টি কৰিব খুজিছিল। নিজে মহামন্ত্ৰীহৈ আনবোৰ বিষয়-সুবিধা পোৱাৰ লগতে সেনা-বাহিনীও পৰিচালনা কৰি উঠি-বজা বহি-বজা হৈ থাকিব পাৰিলেহেতেঁন।

—নবচিত্তে' বনমালীৰ কথা সমৰ্থন কৰি বাকী অংশ জোৰা দি দিলে :

মহামন্ত্ৰী হ'ব পৰা হ'লে, সৈন্য-বাহিনী পৰিচালনা কৰাৰ সুযোগ পোৱা হ'লে পিছৰ বছৰতে ৰাজকুমাৰক এফলীয়া কৰি থৈ নিজেই সিংহাসনত ........

—নবচিত্তক কথাষাৰ সম্পূৰ্ণ কৰিবলৈ নিদি গোসাঁয়ে শাসনৰ সুৰত ক'লে :

তইঁত বহুত দূৰ পালিগৈ। কিছুমান হেতেঁনৰ ওপৰত তেনেকৈ মন্তব্য কৰাটো সমীচীন হৈছেনে? দেৱানৰ স্বদেশ-হিতৈষীতাৰ কথা কৈয়েইচোন তইঁতবোৰৰ অন্ত নাছিল।

দেৱানৰ স্বদেশ-হিতৈষীতাৰ সম্পৰ্কত কাৰো সন্দেহ নাই। কিন্তু তেওঁৰ উচ্চাভিলাষ সম্পূৰ্ণ নোহোৱাতহে তেওঁ বিদ্ৰোহৰ পথ বাছনি কৰিলে, এইটো কথাও সঁচা।

— বনমালী আৰু চিৰচিত্তৰ কথাৰ ওপৰত বাহুয়ে মন্তব্য কৰিলে।

এই বিদ্ৰোহৰ পাতনিও মেলিছিল উচ্চ বংশৰ ডা-ডাঙৰীয়াসকলৰ স্বাৰ্থতহে। তেওঁলোকৰ স্বাৰ্থ ৰক্ষা হওঁতে হালোৱা-চহা পৰিশ্ৰমী-প্ৰজা-কিটাবো কিবা উপকাৰ হ'লে হয়তো তেওঁ বেয়া নেপালেহেঁতেন।

— মেলৰ মেলুৱৈয়ে বিচাৰৰ সিদ্ধান্ত দিয়াৰ দৰে নৰচিঙে ক'লে।

সেই সময়ৰ অসমীয়া সমাজখনৰ অৱস্থা সম্পৰ্কে, জাতি গঠন প্ৰক্ৰিয়াৰ স্তৰ সম্পৰ্কে, অসমীয়া প্ৰজাৰ চিন্তা-চৰ্চা সম্পৰ্কে সম্যক জ্ঞান নথকাৰ বাবেই তোমালোকে দেৱানক দোষিছাহঁক ? এইটো সঁচা কথা—তেওঁ ডা-ডাঙৰীয়া কৈদৰ মানুহ, তেওঁলোকৰ বংশ-পৰিয়ালৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ তেওঁ বিচাৰিছিল। সেই সময়ত কেৱে চিন্তা নকৰা সমাজৰ তলৰ মানুহখিনিৰ উন্নতি আৰু উদ্ধাৰৰ বাবে আৰু তেওঁলোকক শোষণ-মুক্ত কৰিবৰ কাৰণে তেৰেঁা হয়তো আপ্ৰাণ চেষ্টা নাই কৰা বুলিব পাৰি। কিন্তু তেওঁৰ প্ৰজা-সংগঠনক জানো কোনোবাই ভুই কৰিব পাৰিব ? সেই সময়ৰ অসমীয়া প্ৰজাক তেওঁ বিদ্ৰোহ কৰিবলৈ সক্ষম কৰিছিল। ইংৰাজৰ শাসন আৰু শোষণৰ বিৰুদ্ধে গাপ লাগি থকা বেদনা, চিপাহী বিদ্ৰোহৰ মাধ্যমেৰে অগ্নিশিখালৈ ৰূপান্তৰিত হোৱাৰ সময়তে দেৱানেও ইয়াত জলাব খুজিছিল বিদ্ৰোহৰ দাবানল। ইংৰাজক খেদি পঠাব বিচাৰিছিল ৰাজ্যৰ বাহিৰলৈ। ইংৰাজইঁত গুচি গলেই, আহোম ৰাজত্ব পুনৰ প্ৰতিষ্ঠা হ'লেই প্ৰজাৰ শোষণৰ অন্ত পৰিব ; তেওঁ তাক বিশ্বাস কৰিছিল। কিমানবোৰ ডা-ডাঙৰীয়া, কিমানবোৰ সাধাৰণ প্ৰজা ইয়াৰ দ্বাৰা উপকৃত হ'ব, সেইটো হিচাব হয়তো কৰা নাছিল মণিৰাম দেৱানে। মাতৃ-মুক্তিয়েই আছিল দেৱানৰ চৰম লক্ষ্য। কেতিয়াৰ পৰা ই চৰম লক্ষ্য হ'ল, কেতিয়ালৈকে ই লক্ষ্যৰ বাহিৰত আছিল—সেইটো চোৱাৰ সকাম আমাৰ নাই। বন্দিনী-মাতৃক শৃঙ্খলমুক্ত কৰিবলৈ দৈয়েই দেৱানৰ মন্ত্ৰতে দীক্ষিত হৈয়েই তোমালোকে বিদ্ৰোহ কৰিলা, যুদ্ধ কৰিলা, আপোনজনক এৰি, আত্মীয়-কুটুম্ব এৰি, ঘৰ-দুৱাৰ এৰি কলীয়াপানী পালাহি। এতিয়া দেৱানৰ ওপৰত এনে, মন্তব্য জানো শোভা পায় ? —বেজাৰ আৰু ক্ষোভ মিহলি সুৰত কমলা বৰুৱাই কথাখিনি ক'লে।

বকৰাই কথাবোৰ অন্য ভাবে ললে। মণিৰাম দেৱানে অকল হাপোৱা-চহাৰ চিন্তাকে কৰাটো এই বক্তৃতাইহতে বিচাৰে। ইহঁতেও তাহাঁতৰ শ্ৰেণীৰ বিচাৰতহে কথাবোৰ কৈছে। দেৱান দেশ-হিতৈষী নহয় বুলি এজনেও মাত্তাৱে আৰু কোৱাও নাই। অসমৰ সকলো শ্ৰেণীৰ প্ৰজাৰ মুক্তিৰ হকে দেৱানে চিন্তা কৰিছিল। সেয়ে যেয়ে যি ভাবে চায় সকলোৰে হকে চিন্তা কৰাই তেওঁলোকে দেখিব। —গোসাঁই ঈশ্বৰে মোখনি মাৰিলে। কোনোৱে এ:কোকে নমতা দেখি গোসাঁই ঈশ্বৰেই পুনৰ ক'লে :

মিল্‌চেনো কলিকতাত কি ক'লেগৈ ? স্মাৰক-পত্ৰ দিয়াৰ জানো কিবা ফল ফলিল ?

মিলচ্ চাহাব কলিকতাত গৈ ......

—বকৰাৰ কথাৰ মাজতে বাধা দি বাহুৱে ক'লে :

মিলচ্ চাহাবে সেই বছৰৰ ২৮ জুন তাৰিখে নগাওঁ চহৰতো ভাপ নাও বান্ধিছিলগৈ। পিচে মিলচ্ চাহাবেনো গৈ কিনো ক'লেগৈ তাৰ পিছৰ পৰাঁহে প্ৰজাৰ অৱস্থা বেচিকৈ বেয়া হোৱাহে দেখা গল। ন-ন আইন-কানুন বহুৱাই শোষণৰ মাত্ৰা বাঢ়িবলৈহে ধৰিলে। —বাহুৰ কথাৰ মাজতে বকৰাই পুনৰ আৰম্ভ কৰিলে :

মিলচ্ চাহাবে কলিকতাত গৈ যি প্ৰতিবেদন দাখিল কৰিলে তাত দেৱানে দাঙি ধৰাৰ দৰে কোম্পানীৰ ২৫ বছৰীয়া ৰাজত্ব কালত অসমীয়া প্ৰজাই পোৱা দুখ-বেদনাৰ কোনো ছবিকে নিদিলে। বৰঞ্চ দেৱানৰ বিশ্বাসভাজনতাত সন্দেহ প্ৰকাশ কৰি তেওঁ এজন অভিসন্ধি-পৰায়ণ লোক আৰু পুৰন্দৰসিংহৰ উত্তৰাধিকাৰীয়ে সিংহাসন ঘুৰাই পোৱাটোহে তেওঁৰ একমাত্ৰ ইচ্ছা বুলি বিৰূপ মতামত দাঙি ধৰিলেগৈ।

সাধাৰণ প্ৰজাৰ কোনো দুখ-দৈন্যৰ কথা মিলচে একোকে নকলেগৈ নেকি ?

—বাহুৱে মাজতে সুধিলে।

কৃষকৰ কথাও ওপোটাকৈ:হ তেওঁ দাঙি ধৰিলে। মিলচৰ উদ্দেশ্যই

আছিল ইয়াৰ শাসন ব্যৱস্থা কেনেকৈ কটকটীয়া কৰিব পাৰি তাৰহে বিধি-ব্যৱস্থা কৰা। গতিকে ইয়াৰ পৰা তেওঁলোকৰ শাসন-ব্যৱস্থা উঠাই লোৱাৰ পক্ষে কিটো কৰ ? গতিকে তেওঁৰ প্ৰতিবেদনত ক'লে, অসমৰ প্ৰজা ইংৰাজ শাসনৰ তলত সহজে আৰু সুখে-স্বাচ্ছন্দতে আছে। অসমীয়া প্ৰজাই নিজকে সুৰক্ষিত বুলিয়েই ভাবে। গতিকে পূৰ্বৰ ৰজাৰ শাসনৰ তললৈ উভতি যোৱাৰ প্ৰজাৰ মুঠেই ইচ্ছা নাই।

তেনেহলে মিলচ্ চাহাবে বিকৃত ছবি এখনহে দাঙি ধৰিলেগৈ ?

—বকৰাৰ কথাৰ মাজতে গোসাঁয়ে মন্তব্য কৰিলে।

অকল সিমানেই নে ?

– বকৰাই আকৌ আৰম্ভ কৰিলে ঃ

মিলচ্ চাহাবে চৰকাৰক পৰামৰ্শ দিলে যে চৰকাৰে ৰাজকোঁৱৰক খাটাঙকৈ জনাই দিব লাগে যাতে ৰাজ-সিংহাসন ঘূৰাই পোৱাৰ বাবে ভবিষ্যতলৈ যেন তেওঁ কেতিয়াও আশা নেৰাখে।

সকলো সময়ৰ বাবে আহোম ৰাজপাট লুপ্ত হ'লে বুলি খাটাঙকৈ কোৱাৰ পিছত ৰাজকোঁৱৰৰ কি অৱস্থা হ'ল ?

—বনমালীয়ে সুধিলে।

দেৱানে শেষবাৰৰ কাৰণে নিজে কলিকতালৈ গৈ কন্দৰ্পেশ্বৰসিংহৰ হৈ কৰ্তৃপক্ষৰ ওচৰত ওকালতি কৰাবো মনস্থ কৰিলে। লগতে আৰ্জি আৰু প্ৰাৰ্থনাৰে এই কাম নিসিজিব বুলি বুজি সেই বিদ্ৰোহৰ বাবে কৰা আগতীয়া সংগঠনবোৰ মজবুত কৰিবলৈ নিজে ৰাজ্যৰ বিভিন্ন অঞ্চলত গুপুতে ভ্ৰমণ কৰি মুখিয়ালসকলক ইঙ্গিত পোৱা মাত্ৰকে বিপ্লৱৰ দাবানল জ্বলাই তুলিবলৈ সাজুহৈ থাকিবলৈ পৰামৰ্শ দিলে।

হয়, হয়। ১৮৫৬ চনৰ ৩০ জুলাই তাৰিখে দেৱানে নগাঁৱত থকা তেওঁৰ বাহবলৈ আহি ৰহিয়াল বকৰাক মতাই অনাইছিল।

—বাহুৱে বকৰাক সমৰ্থন কৰি ক'লে।

কন্দৰ্পেশ্বৰসিংহই বিদ্ৰোহৰ বাবে নিজাকৈ কৰা প্ৰস্তুতি বহুখিনি আগবাঢ়িয়েই আছিল। সেয়ে এবাৰ কলিকতাৰপৰা বতৰা পঠোৱাৰ লগে

লগে তেওঁলোকো মুকলিকৈ বিদ্রোহত নামি যাবলৈ কৈ গ'ল দেৱানে। বিভিন্ন অঞ্চলত হৈ থকা সংগঠনবোৰৰ লগত যোগাযোগ ৰক্ষা কৰি সকলো প্ৰজাকে বিদ্রোহত একে সময়তে নমাবলৈ দায়িত্ব দি গ'ল তেওঁৰ প্ৰধান সমৰ্থকসকলক। উদ্দেশ্য সাধন, কিম্বা শৰীৰ পতন—ব্ৰত ল'লে মণিৰাম বৰুৱাই।

— মনত পৰাৰ দৰে বাহুৱে বৰুৱাৰ কথাৰ মাজতে ক'লে।

মণিৰাম দেৱানক লগ ধৰি উভতি যাওঁতে বহিয়াল বৰুৱাক অতি চিন্তিত দেখা গৈছিল। বোধহয় দেৱানে বৰুৱাক কিবা খাটাং সিদ্ধান্ত দিছিল। কেইদিনমান যোৱাৰ পিছতে তেওঁ কটহগুৰিৰ লক্ষণচিং সেনাপতিক বতৰা দি বণুৱাসকলৰ প্ৰতিটো গোটৰ মুখিয়ালসকলক গোপন মেলত গোট খুৱাবলৈ পাচিছিল। সেইখন মেল হৈছিল ঘণ্ডৱাৰ বজাপোৱালিৰ বাহৰত। সেই মেলত বৰুৱাই কোৱা কথা আজিও মোৰ মনত আছে। তেওঁ কৈছিল সময় আহি উপস্থিত হ'লহি। হাতত মুঠেই সময় নাই। সকলো বণুৱাই ঢাল-তৰোৱালত শান দি সাজু থাকিব লাগিব। টু কৰাৰ লগে লগে ইংৰাজ চিপাহীৰ ওপৰত জপিয়াই পৰিব লাগিব।

—কপচিতে ঘণ্ডৱাৰ গোপন মেলতহে যেন বৰুৱাৰ কথা শুনি আছে তেনে ভাৱবে গহীনাই মাত লগালে।

লক্ষণচিং সেনাপতিয়ে বৰুৱাক কৈছিল :

আমি সাজু আছোঁ বৰুৱাদেউ! কি কৰ বাহু?

আমি সকলোৱে একেলগে কৈছিলোঁ : 'আমি সাজু আছোঁ।'

—বাহুৱে উত্তেজিত হৈ ক'লে।

মৰঙ্গীখোৱা গোসাঁইহঁতৰ পৰা কমলা বকৰা, ত্ৰিনয়ন, বাহাদুৰ গাঁও-বুঢ়া, ফৰ্মুদ আলিহঁতক আঁতৰাই আনি গোসাঁই-বাহুহঁতৰ লগত থাকিবলৈ দিয়াত তেওঁলোক কিজনৰ মনবোৰ আগতকৈ মুকলি হৈছে। এদিন কমলা বকৰায়ে গোসাঁইৰ উত্তৰত ক'লে :

ঠিকেই কৈছে গোসাঁই, ইয়ালৈ অহাৰ পিছত মনবোৰ মুকলি মুকলি লাগিছে। লগ-ভাগ পোৱাত, মনৰ কথা খুলি কবলৈ পোৱাত দুখ-বোৰো আগতকৈ পাতলিছে। বন্ধ-কোঠাত সমানে দিন-ৰাতি কটোৱা কিমান কষ্টকৰ। —বকৰাই এটা হুমুনিয়াহ পেলালে।

এই কিটা বছৰ বৰ কষ্টত গ'ল। গাঁওবুঢ়া ককাইকো ইয়ালৈ অহাৰ পিছত আগতকৈ ভাল দেখিছোঁ। ইহঁতৰ দুটাৰতো কথাই নাই।

—গাঁওবুঢ়া, ত্ৰিনয়ন, ফৰ্মুদক উদ্দেশ্য কৰি বকৰাই ক'লে।

তুমি ঠিক কৈছা বাপাই, আৰু কেইটামান দিন তাত থকা হ'লে মই মৰিলোঁহেঁতেন। মৰঙ্গীখোৱা গোহাঁইদেউৰ কথা ভাবিলেই মনটো বেয়া লাগিলে যায়। কাম কৰি তেওঁ ইহঁতক সন্তুষ্ট কৰিব কেনেকৈ। কোনো কালে কাম কৰি নোপোৱা মানুহ। ইমান কষ্ট হৈছে মানুহটোৰ।

—বাহাদুৰ গাওঁবুঢ়াই বকৰাৰ কথাৰ মুৰত ক'লে।

গোহাঁই আৰু বেচি দিন নাবাচে। মায়াৰাম বৰবৰা, দুভিৰাম বকৰাবো দিন চমু চাপি আহিছে। মধুমল্লিক লেকেটো জীয়, তেওঁৰ কথা নাভাবোঁ। তেওঁলোকে তাৰ পৰা মুক্তিও নাপায়।

—নিৰ্জন কোঠাৰ বন্দীকিজনৰ দুখত দুখীহৈ ফৰ্মুদ আলিয়ে বেজাৰতে ক'লে।

এয়া আমাৰ বাহাদুৰ গাঁওবুঢ়া, অসমীয়া মানুহৰ হুবহু প্ৰতিনিধি। চাল-চলন, কথন-মথন, খাৱন-শোৱন, পিন্ধন-উৰণ সকলোতে অসমীয়া —খাঁটি অসমীয়া।

—বুঢ়াক জোকাই লোৱাৰ মনেৰে কমলা বৰুৱাই ক'লে।

বুঢ়াৰ আজি সঁচাকৈয়ে খং উঠিল। খং দমন কৰি গহীন-গম্ভীৰ হৈ গাঁওবুঢ়াই ক'লে ঃ

হেৰা, ধৰ্ম হ'ল প্ৰতিজনৰ ভিতৰুৱা বস্তু, সামাজিক কাম-কাজত ধৰ্মৰ স্থান নাই। তুমি জানানে মোৰ বুঢ়াআই হিন্দু আছিল, মুছলমান হ'ল। মোৰ পূৰ্বপুৰুষ যুঁজৰ বন্দী। সেয়ে মই অসমীয়া। মোগলক ১৭ বাৰ ঘটুৱাওঁতে অসমীয়া মুছলমানকিটাই জানো হিন্দু-আহোমৰ হৈ যুঁজ কৰি মুছলমানকিটাক কচু কটা দিয়া নাই? স্বদেশতকৈ ডাঙৰ বস্তু এই দুনিয়াত আছেনে?

কমলা বৰুৱাই ধেমালিৰ পৰাই বুঢ়াৰ খং উঠাৰ উমান পাই বুঢ়াৰ ওচৰ চাপি লেনিয়াই লেনিয়াই ক'লে ঃ

আও ইমানখিনি পালেগৈনে? মই ধেমালিহে কৰিছিলোঁ।

—মাত সলনি কৰি বুঢ়াই বৰুৱাক ক'লে ঃ

তোমালোক ল'ৰা মানুহ, জাল নেদেখা বৰা। খং উঠিব কিয়? আমি সঁচাকৈয়ে জাতে-পাতে অসমীয়া। এটা সময়ত বিদেশী জাকে জাকে অসমলৈ অহাত ৰাজনীতি-অৰ্থনীতিতে বাধাৰ সৃষ্টি হোৱা নাছিল, সাংস্কৃতিক জীৱনতো অসুবিধাৰ সৃষ্টি হৈছিল। সেয়ে ইয়াত বিদেশীক বঙাল আখ্যা দিছিল। আহোম স্বৰ্গদেউসকলে যিবোৰৰ পৰা বিশেষ কাম আদায় হয়, সেইবোৰ বিদেশীকহে ইয়াত বসবাস কৰিবলৈ দিছিল, বাকীবোৰক দূৰতে বিদূৰ কৰিছিল। ইয়াত বসবাস কৰিবলৈ দিয়া সকলেও থলুৱা মানুহৰ আৰ-ভাৱৰ লগত মিসিব পাৰিব লাগিছিল। মুছলমানসকলক ইয়াত বসবাস কৰিবলৈ দিছিল, কাৰণ পাৰ্চী ভাষাৰ কাগজ-পত্ৰ ভাঙনি কৰিব লাগিছিল, দোভাষীৰ কাম কৰিব লাগিছিল। তেওঁবিলাকৰ দ্বাৰা শিলালিপি কটাছিল, মুদ্ৰা তৈয়াৰ

কৰাইছিল, কাপোৰত কাৰকাৰ্য্য কৰাইছিল, বিভিন্ন ৰঙৰ কাম, কাঠৰ কাম, খাৰ-বাৰুদৰ কাম কৰাইছিল, ৰৰটোপ-হিলৈ-তৰোৱাল সজাইছিল। তেওঁবোৰেও থলুৱা মানুহৰ কৃষ্টি-সংস্কৃতি গ্ৰহণ কৰি মিলি গৈছিল। বোপাই, তইঁতে নাজান নহয়; অতিকৈ আচৰিত কথা — কেতিয়াও এওঁবোৰৰ ভিতৰত সাম্প্ৰদায়িক কটা-মৰা হোৱাৰ কথা কেৱে কব নোৱাৰে। সেই কালত ব্ৰহ্মপুত্ৰ উপত্যকাত থলুৱা হিন্দুৰ লগত মুছলমানৰ যি মিল আছিল, ক'তো তেনে মিল কেতিয়াও হোৱা নাছিল।

—বাহাদুৰ গাঁওবুঢ়াৰ কথাৰ মাজতে গোসাঁয়ে মাতিলে:

আজিচোন গাঁওবুঢ়াই বুৰঞ্জী মেলিলে!

—নক'ব গোসাঁই, ইহঁতবোৰে হিন্দু-মুছলমানৰ মিলনৰ বুৰঞ্জী একোকে নাজানে; জানিবৰো যত্ন নকৰে। এওঁ প্ৰায়েই মোক পুৰণি অসমীয়া নহয় বুলি পেংলাই কৰিব খোজে।

—বুঢ়াৰ কথাৰ মাজতে কমলা বৰুৱাই বাধা দি ক'লে:

মইচোন ধেমালি কৰিছোঁ বুলি ··· ···

ৰ'বা, তুমি যি বুলিয়েই নোকোৱা, তোমাৰ মনত তেনে এটা শঙ্কা নথকা নহয়; সেয়ে মই সকলো কথা ভাঙ্গি-পাতি কব খুজিছোঁ। আচল কথা জানিলে মনবোৰ পৰিষ্কাৰো হ'ব।

—কমলা বৰুৱাই একো নকলত গাঁওবুঢ়াই কৈ গ'ল:

মিৰজুমলাই অসম আক্ৰমণ কৰিবলৈ আহোঁতে লগত অহা পৰিব্ৰাজক চাহাবুদ্দিন তালিচৰ নাম শুনিছা? তেওঁ তেওঁৰ 'ফাতিয়া-ই-ইব্ৰিয়া'ত কি লিখিছে জানা? অসমীয়া মুছলমানৰ মাজত ইছলাম নামটোৰ বাহিৰে একোৱেই নাই। তেওঁলোকে মুছলমানৰ লগত একত্ৰে থকাতকৈ অসমীয়াৰ লগত মিলা-মিচা কৰিবলৈহে বেছি আগ্ৰহী।

—গাঁওবুঢ়াক গোসাঁয়ে সমৰ্থন কৰি ক'লে:

অসমীয়া মুছলমানৰ ধৰ্মৰ ভিন্নতাৰ বাহিৰেনো হিন্দুকিটাৰ লগত অমিল আছে কিটো? ভাষা-কৃষ্টি-সংস্কৃতি সকলো প্ৰায়েই একে। জনজাতি-হিন্দু-মুছলমানৰ মিশ্ৰিত সংস্কৃতিয়েই হ'ল আজিৰ অসমীয়া

সংস্কৃতি। এইখিনি মানুহৰ প্ৰাণৰ সুকোমল অনুভূতিৰ সৃষ্টিয়েই থলুৱা সংস্কৃতি। এইখিনি জন-জীৱনৰ প্ৰক্ৰিয়া আৰু প্ৰাকৃতিক পৰিৱেশ হ'ল ইয়াৰ পৃষ্ঠভূমি। আমাৰ ভৌগোলিক সীমৰেখাৰ ভিতৰত যি-কেইটা জনগোষ্ঠীয়ে ইতিহাসৰ বিভিন্ন ঘটনা-প্ৰৱাহ পাৰহৈ মিলি-জুলি একেলগে বসবাস কৰি আহিছে, তেওঁলোক লগ লাগিয়েই অসমীয়া জাতি-টো দিনক দিনে গঢ় লৈছে। অসমীয়া সংস্কৃতিটো কোনোৱে তেওঁলোকৰ সম্প্ৰদায়ৰ স্বকীয়া সংস্কৃতি বুলি ক'ব নোৱাৰে। বহুতো ক্ষুদ্ৰ সংস্কৃতি মিলিত হৈহে অসমীয়া সংস্কৃতি বুলি ক'ব পৰা হৈছে।

আমাৰ ৰাজ্যৰ বাহিৰে ক'তো মঙ্গোলীয় জনগোষ্ঠীৰ এনে সৰহীয়াকৈ একেলগে বসতি আৰু ককেচীয় গোষ্ঠীসমূহৰ এককীকৰণ দেখা নাযায়। —ত্ৰিনয়নে গোসাঁইক সমৰ্থন কৰিলে।

এৰা, অসমীয়া মানুহৰ দৈহিক গঠনত, সামাজিক, সাংস্কৃতিক আৰু আনকি ধৰ্ম-বিশ্বাসতো আৰ্য্য আৰু মঙ্গোলীয় এই দুই প্ৰজাতিৰ সংমিশ্ৰিত প্ৰভাৱ অতিকৈ বেছি।

—গোসাঁই ঈশ্বৰে ক'লে:

ইংৰাজইতে আমাৰ ৰাজ্যত খোপনি পোতাৰ আগলৈকে যিমানবোৰ বাহিৰৰ লোক আৰ্য্যই হওক বা মঙ্গোলীয়ই হওক, দেশ জয় কৰিবলৈকে আহক বা জীৱিকা বিচাৰিয়েই আহক যিবোৰ ইয়ালৈ আহিল আৰু নিগাজীকৈ বিভিন্ন অঞ্চলত বসতি কৰিলেহি সকলোৱে অসমৰ সমাজ আৰু সংস্কৃতিৰ লগত নিজকে বিলীন কৰি দিছিল।

—ৰূপচিঙে গোসাঁই ঈশ্বৰৰ কথাত যোগদি ক'লে:

অসমৰ ভৈয়ামত বসবাস কৰা তিব্বতী-বৰ্মা ভাষাগোষ্ঠীৰ বড়ো-কাছাৰীসকলেই আমাৰ ৰাজ্যৰ আদিম অধিবাসী। খাচীয়াসকলে তেওঁলোক এওঁলোকতকৈয়ো প্ৰাচীন অধিবাসী বুলি ক'ব বিচৰাটোৰো অৱশ্যে যুক্তি নথকা নহয়। কিছুমানে আকৌ মিকিৰ-কছাৰীসকলকহে অসমৰ আদিম অধিবাসী বুলিছে। বড়ো-কছাৰীসকলৰ জনজাতীয় সংস্কৃতিক ভিত্তি কৰিয়েই অসমীয়া জন-সংস্কৃতিৰ ক্ৰমবিকাশ হৈছে। এই কথানো

কোনে মুই কৰিব পাৰিব ? পিছত অহা চুতীয়া, মিছিং, কাৰবি, মৰাণ, দেউৰী, আহোম আদি সকলোৰে ইয়াত নিজৰ নিজৰ বৰঙণি যোগাই আজিৰ সংস্কৃতিটো গঢ়ি তুলিছে। মুছলমানসকলেও অসমীয়া সংস্কৃতিলৈ কম অবদান আগবঢ়োৱা নাই।

—বাহাদুৰ গাঁওবুঢ়াই গোসাঁইলৈ চাই কলে :

সেয়েতো মই কমলা বাপায়ে ঠেলা-হেঁচা মৰা কথা ক'লে দুখ পাওঁ। মুছলমান সম্প্ৰদায়ে এইখন ৰাজ্যৰ বাবে কম অৰিহণা যোগাইছিলনে বাৰু ? বাৰ শতাব্দীৰ পৰাই অসমলৈ ককেচীয়া গোষ্ঠীৰ মুছলমান ধৰ্মৰ লোকসকল আহিবলৈ ধৰে। হওঁতে তেওঁলোক আক্ৰমণকাৰী ৰূপেই আহিছিল, আহোম আৰু কোচসকলৰ হাতত বন্দী হৈ ইয়াত নিগাজীকৈ বসতি কৰিবলৈ ধৰে। থলুৱা ছোৱালী বিয়া-বাৰু কৰি ঘৰ-সংসাৰ পাতে আৰু ইয়াৰ খাদ্য-পানী-বতাহকে খাই থকাৰ লগতে অসমীয়া ভাষা-সংস্কৃতিও গ্ৰহণ কৰে। মুছলমান ধৰ্ম গভীৰভাবে পালন কৰিও তেওঁলোক হৈছিল খাঁটি অসমীয়া, নিভাঁজ অসমীয়া। আমি উজনি অসমৰ মুছলমানবোৰ প্ৰায়ে তেনেকুৱা। নামনি অসমখন মোগলে কিছুদিন নিজৰ অধীনত ৰাখিছিল। তেতিয়া বহুতো হিন্দু মানুহে মুছলমান ধৰ্ম লয়। সেয়ে এই অঞ্চলত বহুতো পুৰণি অসমীয়া মুছলমান লোক আছে। এওঁলোকবো ধৰ্মহে মুছলমান, ভাষা-সাংস্কৃতি অসমীয়াৰ লগত অভিন্ন। এই কথাখিনি সুবুদ্ধিয়েই বাপাই মোক পেংলাই কৰি থাকে।

বুঢ়াৰ কথাৰ মাজতে কমলা বৰুৱাই বাধা দি কয় :

নাই—নাই ; মইতো ......।

ৰ'বা ; তুমি জনা ভাল।

—বাহাদুৰ গাঁওবুঢ়াই ক'লে :

ইংৰাজ চৰকাৰে নতুনকৈ বহিৰাগত সম্প্ৰদায়ৰ সোঁত বোৱাই দিয়াত আটাইতকৈ বেচি মন দিছিল। পূৰ্ব-বঙ্গৰ পৰা অহা হাজাৰ-বিজাৰ মুছলমান কৃষক তেতিয়াৰ পৰাহে আমাৰ ৰাজ্যত সোমাবলৈ ধৰে।

—গাওঁবুঢ়াৰ কথাৰ মাজতে ফৰ্মুদ আলিয়ে মাতিলে ঃ

তেতিয়াও অৰণ্যে ইমানবোৰ বিদেশী ইয়ালৈ অহা নাছিল। ১৮৫৩ চনত মিলচ্ চাহাব অসমলৈ আহোঁতে ইংৰাজ চাহাবহঁতে বিশেষকৈ নগাঁৱৰ জিলা-কলেক্টৰ বাটলাৰ চাহাবে জনাইছিল, বোলে দেশত ৰাজহ বৃদ্ধি নোহোৱাৰ যাই কাৰণ হ'ল অসমত বিশেষকৈ এই জিলাখনত মানুহৰ বসতি অতি পাতল, অথচ বহুত খেতিৰ উপযোগী আৰু হাবি-তলীয়া মাটি আছে। ঘনে ঘনে মাউৰত পৰি, হাবি ভাঙি খেতি কৰাটোও অসমীয়া ৰাইজৰ পক্ষে সম্ভৱ নহয়। অন্য হাতেদি অসমীয়া মানুহবোৰ বৰ নিৰোৎসাহী। তেওঁলোকে আৱশ্যকতকৈ অধিক উৎ-পাদন কৰাটো অনাৱশ্যক বুলি ভাবে। সেই কাৰণেই যদিহে বঙ্গদেশৰ পৰা মানুহ আনি ইয়াত ভৰপূৰ কৰা নহয়, তেনেহ'লেই কেতিয়াও শস্য-শ্যামলা হৈ নুঠিব।

—ফৰ্মুদ আলিয়ে কৈ থাকোঁতেই ত্ৰিনয়নে মন্তব্য কৰিলে ঃ

আৰু তেতিয়াৰ পৰাই বঙ্গদেশৰ বিভিন্ন ঠাইৰ পৰা অসমলৈ মানুহৰ সোঁত প্ৰবল ভাবে বৰলৈ ধৰিলে। অসমীয়া মানুহ শঙ্কিত হ'ল। ভবিষ্যত অনিশ্চয়তাৰ সম্ভাৱনাই দেখা দিলে।

দুৱাৰত বুটজোতাৰ শব্দ হ'ল ৰাতিৰ গনটিৰ বাবে জমাদাৰ আহিছে।

চৰকাৰ চেলাম।

বন্দীবোৰৰ মাতত জেলখন সজাগ হৈ পৰিল।

বতৰ পৰিষ্কাৰ হ'ল, বৰষুণ নাই। আকাশ সম্পূৰ্ণ মুকলি হোৱা নাই। ক'ৰবাত এচপৰা দুচপৰা মেঘ উৰি ফুৰিছে। মেঘৰ আঁৰত জোনটোৱে লুকা-ভাকু খেলিছে। সাগৰত ঢৌ নাই। আকাশত কেটামান তৰাই জিলমিল কৰিছে। বৰষুণ আৰু নহয়। সি মুকলিলৈ ওলাল। মৃদু বতাহজাকে গাল-মুখ চুই গ'ল। মনটো মুকলি হৈছে। অনন্ত আকাশলৈ চাই সি তাতে থিয় দি ৰ'ল। ৰাতি বহুত হ'ল। জাহাজৰ ভিতৰখন নীৰব, নিমাত, নিস্তব্ধ। ইঞ্জিনৰ ঘৰঘৰ হৰহৰ শব্দই এতিয়া তাক আমনি কৰা নাই।

গচকি অহা অতীতে তাক আমনি কৰিছে। জোনাকীৰ কাৰণে সি দ্বীপান্তৰী হ'লনে, তাৰ কাৰণে তাইৰ এই অৱস্থা হ'ল—সি উত্তৰ বিচাৰি নাপায়। ৰহিয়াল বৰুৱাৰ কথাত সি ৰণুৱা হ'ল নে লক্ষ্মণচিং সেনাপতিয়ে তাক ৰণুৱা পাতিলে—সি ঠিক কৰিব নোৱাৰে। প্ৰজাৰ দুৰ্দশাই তাক এনে অঘটন ঘটাবলৈ সাজু কৰিলে, নে ৰণৰ আখৰাই তাক দৃঢ়মনা কৰিলে, সি কব নোৱাৰে। প্ৰাথমিক পঢ়াশালিৰ শিক্ষকজনে, ইংৰাজী স্কুলৰ পাদুৰীজনে তাৰ মনটো তৈয়াৰ কৰিলে, নে গোসাঁই প্ৰভুৰ শিকনীয়ে তাক পথৰ সন্ধান দিলে, সি উত্তৰ নাপায়। ইংৰাজৰ শাসন পদ্ধতিৰ বাবে নগাওঁৰ প্ৰজাই ভুগিছিল, নে স্কনচ্ চাহাবৰ অত্যাচাৰে মানুহক বেছিকৈ ভোগাইছিল সি খাটাঙৈক ক'ব নোৱাৰে। আফিং খেতি বন্ধ কৰি দিয়াৰ বাবে ফুলগুৰিৰ প্ৰজা বিদ্ৰোহী হোৱা নাই, খাজানা বঢ়াওঁতে বঢ়াওঁতে খাজনা দিব নোৱাৰি মাটি-বাৰী এৰি দিব লগা হোৱাতহে প্ৰজা বিদ্ৰোহী হ'ল, সেইটো সি খাটাঙকৈ জানে। পশ্চিমীয়া সভ্যতাৰ প্ৰসাৰে, আইন-কানুনৰ ব্যৱহাৰে তাক বিদ্ৰোহী হ'বলৈ বাধ্য কৰালে, নে বঙালী কৰ্মচাৰীৰ

উচটনিত মৌ-সনা অসমীয়া মিঠা মাত কাঢ়ি নি বঙলা ভাষা ভাটো চৰাইৰ দৰে মুখস্ত কৰিবলৈ বাধ্য কৰোৱা অৱস্থাই তাক যুঁজাক কৰিলে সঠিককৈ কোৱা টান। কিন্তু ৰহিয়াল বকুৱাই তাক কথাবোৰ বুজাই নোকোৱা হ'লে সি লক্ষণ চিঙৰ সেনা-বাহিনীত যে ভৰ্ত্তি নহ'লহেতেন সেইটো হ'লে খাটাং। তাইাতৰ গাঁৱৰ অতিকৈ নিচলা কণছোৱালী জেঠাইৰ ঘৰত মৌজাদাৰৰ টেকেলা আৰু গাঁও-কাকতীয়ে কোৰোক কৰি জেঠাইৰ লাম-লাকটু কিডাল কাঢ়ি আনি যি হৃদয়-বিদাৰক ঘটনা ঘটালে, তাৰ সি সাক্ষী নোহোৱা হ'লে সি ৰণুৱা হ'বলৈ মনো স্থিৰ নকৰিলেহেঁতেন, সি কিন্তু সঠিক।

বুজিছ বনমালী, কণছোৱালী জেঠাইৰ ঘৰত গাঁও কাকতী-টেকেলাই সৃষ্টি কৰা দৃশ্যটোৰ কথা মই মুঠেই পাহৰিব পৰা নাই। ৰাতিও ভালকৈ টোপনি যোৱা নাই। কণছোৱালী জেঠাইৰ সেঁতা মুখখন মনত পৰি যায়। চাবলৈ গ'লে গাঁও-কাকতী বা টেকেলাৰ গাত কিটো জগৰ আছে? চৰকাৰে মৌজাদাৰক খাজানা আদায় কৰিব নোৱাৰিলে মৌজা কাঢ়ি নিব বুলিছে। সেয়ে যি কোনো প্ৰকাৰে খাজানা আদায় কৰিবলৈ লৈছে। আৰু সেয়ে গাঁও-কাকতী-টেকেলাই অত্যাচাৰ-অত্যাচাৰ কৰিছে। অঞ্চলটোত কলং নৈৰ বানপানীয়ে সমূলঞ্চে খেতি-বাতি নষ্ট কৰা কথাত চৰকাৰে মন-কাণ দিয়া নাই। মৌজাদাৰেও বোধহয় চৰকাৰক খাজানা ৰেহাই মাত্তি কৰাব নোৱাৰিলে। প্ৰতি গাঁৱতে এইদৰেই শুদাপেটী, আধাপেটী মানুহবোৰক ইহঁতে জীয়াতু ভোগাইছে। দেখিছো হালৰ গৰু, কঠীয়াৰ ধান, ভিতৰৰ লাম-লাকটু কোৰোকে কৰি নি ঘৰ-ঘৰোৱাঁহীক ভৱিষ্যতলৈয়ো আনাহাৰে মাৰিব। আধাপেটী মানুহবোৰৰ ৰক্ষাৰ বাবে কিবা এটা বুধি উলিয়াব লাগিব। বাস্তৱ কথাত বনমালীয়ে একোকে নক'লে।

তাৰ অসমৰ্থতাৰ কথা ভাবি বাহু বিবৰ্ণ হৈ পৰিছে। বাৰে বাৰে সি ভাবিছে গাঁওখনৰ দুৰৱস্থাৰ কথা—তাৰ পিতায়েক থকাৰ সময়ত গাঁওখন আৰু আজিৰ গাঁওখনৰ অৱস্থাৰ কথা। ৰজাৰ দিনৰ শাসন

আৰু চাহাবহঁতৰ দিনৰ শাসনৰ মাজৰ প্ৰাৰ্থক্যৰ কথা। বহিয়াল বৰুৱাই ঠিকেই কৈছিল অসমীয়া মানুহ চাহাবহঁতৰ দিনত আৰু মানুহ হৈ নাথাকে। স্বাধীন অসমৰ কথা বুৰঞ্জীৰ পাততহে ৰ'ব'গৈ। অসমীয়াৰ সাহ-পিতৰ কথা পিছৰ চাম মানুহে বিশ্বাস কৰিবলৈকে টান পাব, সাধুকথা বুলিহে হয়তো ভাবিব। উঠি অহা ডেকাজাকৰ সহায় লাগে বৰুৱাক, সহায় লাগে তাৰ-বনমালীৰ গাঁৱৰ ডেকাবোৰৰ। স্বদেশপ্ৰেমী মানুহখিনিয়ে একমুঠ হ'লে অসমীয়াই হেনো এতিয়াও ঘুৰাই পাব তাঁহাতৰ শৌৰ্য্য-বীৰ্য্য-স্বাধীনতা। বৰুৱাৰ সঙ্গ ববকৈয়ে সোৱাদ লগা। সেয়ে বৰুৱাক সি শ্ৰদ্ধা কৰে, বৰুৱাৰ কথা মন দি শুনে। বৰুৱাৰ বিপ্লৱৰ অংশীদাৰ হোৱা কথা সি কিন্তু কাহানিও ভবা নাছিল। কণছোৱালী জেঠাইৰ অৱস্থাই, অসহায় গাঁওবাসীৰ মুখবোৰে, তাক বিশ্বাস জন্মাইছে —বৰুৱাইকোৱা কথা সঁচা; চাহাবহঁতে অসমীয়া জাতিক শেষ কৰি অস্থি-চৰ্ম-সাৰ এটা পঙ্গু-জাতিলৈ ৰূপান্তৰিত কৰিব। বৰুৱাৰ বিপ্লৱৰ পৰিকল্পনাই একমাত্ৰ আমাক বচোৱাটো সম্ভৱ, অসমীয়াক পুনৰ্জীৱিত কৰাৰ সম্ভাৱনা; মৃৰ দাঙ্গি জীয়াই থকাৰ নিশ্চিত পথ। সি ভাবিলে—সি বিপ্লৱত সহযোগ কৰিব। সি বিপ্লৱৰ সৈনিক হ'ব। সি ঠিক কৰি পেলালে কালিলৈ বৰুৱাক সি কৈ দিব সি তেওঁৰ কথাত বিশ্বাস কৰিছে, তাক বিপ্লৱৰ অংশীদাৰ কৰক। অসমীয়াৰ মুখত হাঁহি বিৰিঙোৱাটো সি বিচাৰে. সি তাৰ বাবে প্ৰাণ উছৰ্গা কৰিব।

তাৰ মুখখন উজ্জ্বল হৈ পৰিল। সি ক'ব নোৱাৰাকৈয়ে তাৰ মনটো মুকলি হ'ল, মনৰ ভাৰৰ আঁতৰি ফৰকাল হ'ল।

বাস্তৱে-বনমালীয়ে ৰত্ন বায়নৰ ঘৰলৈ গৈ গাঁওখন গোটাই খাজানা-পাতিৰ কথা পতাটো উচিত হ'ব বুলি বায়নক লগ ধৰিলেগৈ।

বোলো দদাই, গাঁওখনৰ কাৰো ভৰালত ধান-মাহ এমুঠি নাই। বানপানীয়ে গোটেই অঞ্চলটো পেপুৰা কৰিলে। আজিৰ সকলোৰে চকুৰ আগতে বাৰী-বিধবাজনীৰ ঘৰ কোবোকী কৰিলে। গোটেই

গাঁওখনতে তেনে কৰিব বুলি টেকেলাই হুমকি দি গৈছেহি। যি-হে চৰকাৰ, মৌজাদাৰেই বা কৰিব কি? সকলোবোৰ একে লগ হৈহে ইয়াৰ কিবা এটা কৰিব পাৰি, কিবা এটা পথ পোৱাটো সম্ভৱ। —বিবেকৰ দংশনত আধামৰা হোৱা বাহুৱে ক'লে

বস্থ বায়নে বাহুৰ কথা কিটা ভাল শুনিলে। গাঁওখন কিয়—অঞ্চলটোতে তাৰ দৰে জনা বুজা ল'ৰা নাই। মথৰাম ককায়ে কিবা সাধি আহিছিল বুলিহে এনেটো ল'ৰা পাইছে। গুৱাহাটীৰ ইংৰাজী স্কুলত পঢ়া ল'ৰা বুলি গপ-দৰপ একো নাই। বাহিৰ দেখা ল'ৰা, তাৰ বুদ্ধি-ভাৰসা ভালেই হ'ব। অৱশ্যে সিহঁতৰ ঘৰৰ ভোজৰ দিনা তাৰ কথাবোৰ তেওঁ ভাল নাপালে। ছোৱালীয়ে পঢ়াশালিলৈ গলে ঘৰ-ঘৰোৱাগীৰ কাম কৰিব কোনে? তাতে আকৌ ম্লেছৰ পাঠশালাত পঢ়া কথাটোকো ভাল বুলি লোৱা হয় কেনেকৈ? আৰু জুহালত, তাৰ জুহালত বহি কথা চোবোৱাতকৈ নামঘৰত সকলো গোট খোৱা কথাটো সচাঁকৈয়ে ভাল হ'ব।

—বায়নে ভাবিলে।

দুপৰীয়াতে বস্থ বায়নে নামঘৰতে গাঁওখন গোটালে। বায়নেই সকলোকে সম্বোধন কৰি কলে:

বানপানীৰ গৰাহত পৰি মানুহখিনি বিবুদ্ধিত পৰিছে। এনেয়ে প্ৰায়ে চকুৰ তললৈ জুই যোৱা নাই। তাতে চৰকাৰীৰ খাজানাৰ সকিয়নী। বোলো প্ৰভুসকল; এতিয়া উপায়?

অনাটনত গাওঁ এতিয়া উচ্ছন্ন হোৱাৰ অৱস্থা। তাতে চৰকাৰী লেঠা, কি কৰিবাইক। বুদ্ধি এটা উলিওৱা হক, নহ'লে সমূলঞ্চে মৰাৰ ব্যৱস্থা।

গাঁৱৰ দুখীয়া নিচলা কিঘৰ খাবলৈ নাপায়েই মৰিব এতিয়া। সিফালে মাটিৰ খাজনাও আগতকৈ বেছিকৈহে ধৰিছে।

—নাম লগোৱাই মাত লগালে।

বাজহ কম-বেচিৰ পৰিমাণ এতিয়া এৰা। কথা হ'ল খাজনা দিবা ক'ৰ পৰা? পেটত ভাত নোহোৱা মানুহে খাজনাৰ কথা ভাবে কেনেকৈ?

মৰা কিছুৰক জীয়োৱাৰ কথাটো আছেই।

—বস্তু বায়নে নাম লগোৱাৰ মুখতে ক'লে।

নহয়, নাম লগোৱাই ঠিকেই কৈছে। বাজহ বঢ়োৱা কথাটোত আপত্তি তুলিছে আমি প্ৰথমতে মাত দিব লাগিব। খাজনা দিয়াৰ উপায় নাই বুলি আবেদন কৰাৰ একো ফল নধৰিলে। সেয়ে ৰাইজে খাজনা বঢ়োৱাৰ আপত্তি তুলি অঞ্চলটোৰ সকলো মানুহ গোট খাব লাগে। পাৰিলে জিলালৈ গৈ বৰ-চাহাবক ৰাইজৰ বিপত্তিৰ কথা কোৱাহে উচিত কাম হ'ব। সঁচাকৈয়ে চোৱাচোন ইহঁতবোৰে দিনে দিনে খাজনা, কৰ-কাটল বঢ়াই ৰাইজক জীয়াতু ভোগাইছে। হজুৱা কৃষক একেলগ হৈ মাত মাতিব নোৱাৰা বাবেই সিহঁতৰ অত্যপালি দিনক দিনে বাঢ়িছে। প্ৰজাৰ সপোনৰ অগোচৰ নতুন নতুন কৰ-কাটলৰ বোজা বহন কৰিব লগীয়া হৈছে।

পাৰঘাট, হাট-খাট, মাছমৰা বিলৰ ওপৰতো ইহঁতে মাচুল আদায় কৰিছে।

—বায়নৰ কথাৰ মাজতে সাজতোলাই মাতিলে।

এৰা, কি নাশ্ৰুত-নাভূত কথাবোৰ হ'বলৈ ধৰিছে। আহোম ৰজাৰ দিনত একোঘৰ মানুহে চাৰি পুৰালৈকে মাটি খাজনা নিদিয়াকৈ খাব পাৰিছিল। শিৱসিংহ ৰজাৰ দিনৰ পৰা মানৰ আক্ৰমণলৈকে অসমীয়া প্ৰজাই পুৰাত এক অনা দহ পাইৰ পৰা তিনি অনাহে খাজানা দিব লাগিছিল। এতিয়া ইহঁতে অন্যান্য কৰৰ উপৰিও মাটিৰ খাজনা বছৰে বছৰে বঢ়াই পুৰাত আঠ অনাৰ পৰা এটকা ছয় অনা ন পাই কৰিলে। ৰহা, চাপৰি আৰু মৰাং অঞ্চলত খাজনাৰ পৰিবৰ্ত্তে কোৰে প্ৰতি ১৲ টকা আৰু নাঙল মূৰী ৩৲ টকা খাজনা লগাইছে। যমুনামুখ মহলত নাঙল মূৰী ২৷৹ টকা কৰ লগাইছে। আনকি, ইহঁতে হাবিৰ ইকৰা-খাগৰিৰ ওপৰতো কৰ লগাইছে। কৰৰ হেঁচাতচোন প্ৰজা মৰাৰ উপক্ৰম। ১৮২৬—৩০ চনৰ ভিতৰত ৰজাৰ দিনতকৈ চাৰিগুণ খাজনা ইংৰাজে বঢ়াইছে। সমাজে এইবোৰ ভাবিবৰ' হ'ল।

'৩২-৩৩ চনত উঠোৱা খাজনাৰ শতকৰা বাৰ টকা ছ অনা দি ইহঁতে মৌজাদাৰ নাপাতিলে যেনিবা মানুহহে মাৰিলে '৩৪ ৩৫ চনত গাঁও-কাকতী, টেকেলা নিয়োগ কৰি যেন প্ৰজাক জীয়াই জীয়াই বধিছে।

—বাহুৱে মাজতে মাতিলে।

ৰজাৰ দিনত টকাৰ পৰিবৰ্ত্তে ধান-চাউল, শস্যাদিৰেও খাজনা লৈছিল। এতিয়া ইহঁতৰ দিনত টকা ৰূপৰেহে খাজনা লোৱাৰ দিহা কৰিছে। ইফালে ইয়াত উৎপন্ন হোৱা ধান-মাহ-সৰিয়হ-তিল-লা-কপাহ-মুগা-আলুক-জলকীয়া, তাম-কাঁহ-পিতল বাচন, চাহ আদি সকলো বস্তু হাজিৰাচক্ৰীয়েদি আন ঠাইলৈ চালান দিয়াতহে বয়-বস্তুৰ দামো বেছি হৈছে। আপদে-বিপদে মানুহে এমুঠি খাবৰো উপায় নোহোৱা হ'ল।

—নৰাম চাউলখোৱাই ক'লে।

বোলো বস্তু দদাইটিয়ে জানিছেনে নাই '৫৩ চনৰ পৰা কপিত মাটিৰ পুৰাত এটকা ছঅনা আৰু ফৰিঙতিৰ খাজনা এটকা কৰিলে। উজনিত নাঙলে প্ৰতি দুটকা, কোৰখনে প্ৰতি এটকাকৈ খাজনা লোৱাৰ নিয়ম কৰিছে।

—বনমালীয়ে সুধিলে।

লাখেৰাজ কপিত মাটিৰ পুৰাত দহ অনাকৈ, লাখেৰাজ অন্যমাটিৰ আঠ অনাকৈ খাজনা লগাইছে নহয়? ১৮৩৫ চনৰ খাজনা নগাঁও জিলাত সংগ্ৰহ হৈছিল ৬০,৪৭৫ টকা, বাঢ়ি গৈ '৪৫ চনত হ'ল ১,৩১ ০০০ টকা। ৫২-৫৩ চনত বানপানী, হাইজা, কলা বেমাৰৰ বাবে খাজনা সৰহকৈ উঠাব নোৱাৰিলে। সেয়ে এইবাৰ প্ৰজাক জীয়াতু ভোগাইহে এৰিছে।

—নাৰায়ণে জোৰ দি ক'লে।

কৃষকে ধান বিক্ৰী কৰিব লাগে টকাত ১৭/১৮ মোন। সেই অনুপাতে ইয়াৰ খাজনা ইমান বেছি হয় কেনেকৈ? খেতি কৰা মানুহে উপাৰ্জনৰ আধা খাজনা দিওঁতেই যে যায়, চৰকাৰৰ কিন্তু খবৰেই নাই। কপিত মাটি আজিও পুৰাত ৩।৪ টকাত আৰু ভাল

বাৰী-মাটি পুৰাত ৫্ টকাৰ পৰা ১০-১২ টকালৈকে বিক্ৰী হৈ আছে। ইফালে আকৌ কপিত মাটিৰ খাজনা এটকা হয় অনা কৰিছে। ইহঁতে প্ৰজাৰ কথা দেখিছো ভাবিবই নোৱাৰে, নহ'লে হয়তো ইচ্ছা কৰিয়েই নাভাবে।

—বাহুৰে ক'লে।

'৫২ চনত নতুনকৈ মাটি পিয়ল কৰাই ইহঁতে আচলতে খাজনা বঢ়োৱাৰ উপায়হে উলিয়ালে। বানপানীত যে মানুহে জীয়াতু ভুগিছে, সিহঁতৰ কৰিব লগা একোৱেই নাই নেকি?

—বস্থ বায়নে ক'লে।

এই ১৮৫২—৫৪ এই তিনিটা বছৰ হালোৱা-চহাৰ বাবে অতি বেয়া বছৰ। পিয়ল কৰাই খাজনা বঢ়োৱাই নহয়, মিকিৰ পাহাৰ আৰু পৰ্বতজোৱাৰ মহলৰ বাহিৰেও নগাঁও জিলাৰ বাকী অংশৰ বাবে ১৫৮ জন মৌজাদাৰ, ১৫৮ জন গাঁও-কাকতী, ১৬৯ জন টেকেলা নিয়োগ কৰিছে। এতিয়া আৰু খেতিয়কে খাজনা দিয়াতহে বল। নহ'লে এওঁলোকে বিষয় ৰাখিব কেনেকৈ?

—বনমালীয়ে ব্যঙ্গ কৰি ক'লে।

বোলো যমুনামুখ মহলত বোলে আগৰ লস্কৰজনকে মৌজাদাৰ পাতিছে?

—নাম লগোৱাই মাজতে সুধিলে।

যমুনামুখ মহলত আগৰ লস্কৰজনক, ৰহা আৰু দন্তিপাৰ মহলত পূৰ্বৰ ৰজাসকলৰ পো-নাতিসকলকো মৌজাৰ গৰাকী পাতিছে। হ'লে হ'ব কিটো? মৌজাদাৰৰ কাম খাজনা তোলা। প্ৰজাই দিব পাৰক বা নোৱাৰক!

— বনমালীয়ে নাম লগোৱাক উদ্দেশ্য কৰি ক'লে।

হাৰি, কৈৱৰ্ত্ত, সোণাৰী আৰু মৰীয়াসকলৰ ওপৰত থকা পাঁচ টকীয়া জনমূৰী কৰ বোলে উঠাই দিলে, হয়নে বনমালী?

জনমূৰী কৰ কেতিয়াবাই উঠাই দিলে নহয় দদাই।

— নাম লগোৰাৰ কথাৰ উত্তৰত বনমালীয়ে ক'লে ।

নতুন পিয়লৰ পিছতে নাঙলমূৰী থকা, কোৰখনে প্ৰতি থকা কৰো উঠাই দিছে । জনমূৰী কৰ, নাঙল-কোৰৰ কৰ উঠালে হ'ব কিটো ? এতিয়া ৰাইজক ওলোটাকৈ চাৰিগুণ বেছি কৰ দিব লগাত পেলাইছে । খাজনা কিমান বঢ়াইছে নেদেখিলা ?

—বনমালীৰ কথাৰ মাজতে বায়নে মাতিলে ।

বোলো বাহু—বনমালী, এতিয়া কথা চোবাই থাকিলে হ'বনে ? আধাপেটী মানুহবোৰ মাটিৰ খাজনাৰ পৰা কেনেকৈ ৰেহাই পায় তাৰহে উপায় উলিয়াব লাগে । ন'হলে গাঁও এৰি পাহাৰে-কন্দৰে সোমাবগৈ লাগিব ।

—নাম লগোৰাই ক'লে ।

আমি মাটিৰ বৰ্দ্ধিত খাজনা নিদিওঁ । বহিয়াল বকৰাই গোটেই অঞ্চলটোৰ মুখিয়াল মানুহখিনি গোটাই জিলাত বৰ চাহাবৰ ওচৰতে আৰ্জি দিয়াৰ কথা পাতিছে । ৰাইজৰ দুখ-দুৰ্গতিৰ লগতে খাজনা, কৰ-কাটল বঢ়োৱাৰ আপত্তি জনাব । আমাৰো মুখিয়াল কিজন তালৈ যাব লাগিব । তেওঁলোকেনো কি বুদ্ধি-পৰামৰ্শ দিয়ে শুনি আহকগৈ চোন । মোৰ মতে বৰ্দ্ধিত খাজনা আমি দিয়াটো অন্যায় হ'ব । কেদিনমান সকলোৱে বাট চাওঁক ।

—বাহুৰ কথাৰ মাজতে বায়নে মাতিলে ঃ

বাহুৱে উচিত কথাকে কৈছে, কিন্তু মৌজাদাৰে যে এই সপ্তাহতে খাজনা নিদিলে ঘৰ কোৰোক কৰিব ? কণ-ছোৱালীৰ কি দুৰ্গতি কৰিলে নেদেখিলাইক । পুৰণা বাকী থকাবোৰৰতো এসপ্তাহো সময় নিদিয়ে । সি সেই কথালৈ মন কৰাই নাই । ইফালে পেটত নাই ভাত, সিফালে গৰু-গাই কিটা, ঘৰত থকা লাম-লাকুটি কিটা কোৰোক কৰি নিয়ক, তেতিয়াহে আটিব ।

খাজনা দিব লাগে বুলি ক'লেও জানো আমাৰ দিব পৰা সামৰ্থ আছে ? সেয়ে দুদিনমান বাট চাওঁকচোন সকলোৱে । কাইলৈ বহিয়াল বকৰাকো লগ ধৰি কথাটো জনাওঁ ।

—বাহুৱে ক'লে।

তাকে ক'বহঁক বোপাই। তহঁতকিটাই গাঁৱৰ জনা-বুজা ল'ৰা। মানুহখিনিৰ পেট পুৰণৰ বাবে কিবা উপায় কৰিব পাৰিনেকি তাকো চাবি। মোৰ বোধেৰে গাঁৱৰ ডেকাল'ৰা কিছুমান আঁতৰলৈ ওলাই গৈ কাম-কাজ বিচৰাহে ভাল হ'ব। সিহঁতবো পেট ভৰিব, অথনেও কিবা এটা পাব। গৰু-গাই ইটো-সিটো বেচোঁতে বেচোঁতে গাঁওখনেই উদং হ'ব এতিয়া।

—নাম লগোৱাই বাহু-বনমালীক উদ্দেশ্য কৰি ক'লে।

দদাইটিক মই পুৱাতে কৈছিলোঁৱেই। টোপাকুছিৰ বজা-পোজাদিয়ে সন্থহতে আঠশ পুৰা ধান ঋণলৈ দিব বুলিছে। বহিয়াল বৰুৱাই দায়িত্ব লৈ কিবা কৰিব। দেখা যাওঁকচোন কি হয়! কাইলৈ বৰুৱাক আমি লগ ধৰিমেই। গাঁৱৰ বহুতো মানুহ ইতিমধ্যে বাহিৰলৈ কাম-কাজ বিচাৰি গৈছেই। এইবাৰ ৰাইজে বামখেতিত জোৰ নিদিলে বিপদেই হ'ব।

—বাহুৱে সদৰি কৰি ক'লে।

## তেৰ

বহিয়াল বৰুৱাৰ কথা মনত পৰিলতে সি উচপ খাই উঠিল। কৃষ্ণৰাম বৰুৱাৰ দৰে এনেকুৱা মৰমিয়াল মানুহ সি কেতিয়াও আগতে লগ পোৱা নাই। ইমান জুকিয়াই কথাৰ ইন্দ্ৰজাল তৰা মানুহ সি প্ৰথম দেখিছে। প্ৰজাৰ সমুখত যে ইমানবোৰ বিপদে দেখা দিছে বৰুৱাইহে ভালকৈ জানে। বহিয়াল বৰুৱাৰ ঘৰলৈ বাৰিষা কলঙেদি নৌকাৰে যিবাৰ দেৱান আ হিছিল, ৰজা-পোৱালি আৰু আনসকলৰ লগত গোপন মেল পাতিছিল, সিয়ে বৰুৱাৰ গা-ৰক্ষীৰ দায়িত্ব পালন কৰিছিল। তাৰ পিছত টোপাকুছিৰ ৰজা-পোৱালিৰ ঘৰত হোৱা গোপন মেলৰ মানুহ মতাৰ দায়িত্ব লৈ সি মেললৈ নোযোৱা হ'লেই, বহিয়াল বৰুৱাৰ কথাবোৰ নুশুনা হ'লেই, সি দ্বীপান্তৰীও হ'ব নালাগিলহেঁতেন। সেই সভাখনৰ প্ৰস্তুতিৰে পৰা প্ৰতিটো ঘটনা. প্ৰতিটো কথা তাৰ আখৰে আখৰে মনত আছে।

জোনাকী আৰু তাৰ ওপৰত দায়িত্ব পৰিছিল সেই গোপন মেলৰ মানুহক জাননী দিয়াৰ। সময়ো মাত্ৰ এসপ্তাহ। বিশ্বাসী বন্ধুৰ সংখ্যাও কম। গোটেই ৰহা-ফুলগুৰি-বাৰপূজীয়াৰ নিৰ্দিষ্ট মানুহক জনাব লাগিব। এজনো বাদ পৰিব নোৱাৰিব। বহিয়াল বৰুৱাৰ নিৰ্দেশ। বেৰ-চালৰো কাণ 'আছে। অতি গোপনে অতি সন্তৰ্পণে চাল-চলন কৰিব লাগিব। তাকো মনত কৰি দিছে বৰুৱাই। মায়ং-কুমৈ-নেলী-ঘগুৱা-তেতেলীয়া ৰজা-পোৱালিক মতাৰ দায়িত্ব তাৰ নাই। গোভাৰ কটকী জাগীয়ালীয়া গোহাঁইক মতাৰ দায়িত্ব লক্ষ্মচিং, চিৰচিং, নৰচিং, কাতি লালুং, বনমালী, মহীকোঁচহঁতৰ। কপিলী উপত্যকাৰ লক্ষৰ সুখনাগুগীয়াৰ ৰজা, মুখিয়াল কিজনক মতাৰ দায়িত্ব জোনাকী

আক তাক দিয়া নাই ; বংমনী, বতাহী, কলি ডেকা, হেবেৰা লালুং, কটিয়া লালুঙহঁতৰ ভাগত পৰিছে। যিখিনি তাহাঁতৰ দায়িত্বত পৰিছে সেয়াও সাতদিনত সম্পূৰ্ণ কৰাটো কম কথা নাছিল। নাৰায়ণ, উমাৰাম, ৰূপিধৰে সিহঁতক সহায় কৰিলে।

বেচেৰী জোনাকীয়ে মইনা পেহীয়েকক লৈ বেছিভাগ লোককে খবৰ-খাতি দিলেগৈ। বেচেৰীৰ সেই কিদিনৰ চেহেৰাটো দেখিলে মনটো কেনেবা কেনেবা লাগি গৈছিল। জোনাকীয়ে ইমান কষ্ট কৰিব পাৰে বুলি সি ভবাই নাছিল। তাতে বাহুৰ মান-সন্মানৰ প্ৰশ্ন জড়িত। বাহুক বকৰাই এলাইবাছু বুলিলে তাই সহ্য কৰিব কেনেকৈ? মইনা পেহী খামিডাঠ মানুহ। খোঁজ কাঢ়ি অত ঠাই ফুৰাটোও কষ্ট-সাধ্য কথা, তাতে আকৌ কিবা এটা চেলু উলিয়াই লৈ ফুৰিব লাগে। চৰকাৰৰ চৰৰ চকুত পৰাৰ ভয় আছেই। দুটা পইচাৰ লোভতে সিহঁতৰে কেবাটা মানুহে চৰ বৃত্তি লৈছে।

সিয়ো এই সাত দিনৰ ভিতৰত এদিনহে ঘৰলৈ আহিছিল। বেটিয়েকক বিশ্বাস জন্মাবলৈ সি কতনো মনে-পতা কথাৰ আশ্ৰয় নলৈছিল? তলৌ-তলৌকে ঘূৰি ফুৰাৰ তৃতীয় দিনা বাৰেপূজীয়াৰ কুঁজি লালুঙৰ তাত ৰাতিটো কটাবলৈ পোনে পোনে খোঁজ লৈছে সি। বাৰেপূজীয়াত চৰকাৰে অন্য ঠাইতকৈ বেচি চৰ মেলিছে। মূৰে-গাৰে কাপোৰ লৈ গা-ঢাকি যিমান পাৰে বেগাই, ভিতৰুৱা আলিৰে বাৰেপূজীয়ালৈ পোন কৰোঁতেও ৰাতি বহুত হ'লহি। খবৰ দিব লগা মানুহো আছিল সৰহ। বাৰেপূজীয়া এলেকাৰ ডেকা বণুৱাৰ সংখ্যা আটাই-বোৰতকৈ বেছি। ইয়াৰ মানুহবোৰ পোনপটীয়া, সহজ। তেৰেং-বেৰেং কৰিলে কিন্তু সাইলাখ পোৱাতী বাঘ।

কুঁজি লালুং তেওঁলোকৰ পুৰণা চামৰ বণুৱা। বহাগী মেলাৰ আখৰাত যাঠিৰ খোঁচ খাই লেঙেৰা হ'ল। বণুৱা ন'হলেও বচন যোগান গোটৰ বাৰেপূজীয়াৰ লেখৰ মানুহ। কুঁজি লালুঙৰ তালৈ আহিব বুলি খবৰ দিবলৈ সি কাকো নেপালে। খবৰ নিদিয়াকৈয়ে কুঁজিৰ

ঘৰত জ্বলালগৈ মাজবাতি।

দুৱাৰৰ শলখাত ৰণুৱাৰ পৰিচিত ইংগিত দিয়াৰ কিছু পিছতে মাটিৰ চাকি এটা জ্বলাই দুৱাৰ ডাং খুলি দিলে এজনী মূৰ-গা ঢাকি লোৱা তিৰোতা মানুহে। পিছে পিছে আন এজনী মানুহ।

কি ঔ, ককাই নাইনে ঘৰত? মাজবাতি চোন তিৰোতা মানুহহে উঠিছা?

দুৱাৰ খুলিয়েই জোনাকীয়ে বাহুক চিনিব পাৰি মূৰটো ঢাকি লৈছিল। চকুকিটাৰ বাহিৰে অন্য অংশ ঢকা। মাতটো সলাই জোনাকীয়ে ক'লে:

আছে, ঘৰৰ ভিতৰত ধোবাং দি পৰি আছে। সাজ পানী খাই নিচাত ক'বই নোৱাৰে। কোনোবা ৰণুৱা আহিলে ইয়াত ঠাই নহ'ব বুলি ক'বলৈ কৈছে। অন্য ক'ৰবাতহে ৰাতিটো থকাৰ ব্যৱস্থা কৰিব লাগিব।

ঠাই নহ'ব বুলি কোৱাৰ পিছতো সি ভিতৰ সোমাই গ'ল। ৰণুৱাৰ ঘৰত ঠাই নহ'ব বুলি কোৱা সিহঁতৰ নিয়মৰ বাহিৰ। দহজন, বিশজন ৰণুৱা একেঠাই হ'লে, শুবলৈ ঠাই নহ'লে বহি মেলি, জুই পুৱাই, কথা পাতি ৰাতিটো কটাব, কিন্তু ঠাই হ'বই। তাতে কুঁজি ককাইক নিচাই নধৰে, একলহ অকলে ললেও অন্যসকলৰ দৰেই কথা-বতৰা, চাল-চলন কৰিব পাৰে।

—সি ভাবিলে।

থ-থ জোনাকী। ঠেটা-মস্কৰা এৰ। বাহুৰা আহিছে ক'ব পৰা? বৰপীৰাখনতে বহিবলৈ দে।

—বাধা দি মইনা পেহীয়ে ক'লে।

অ' মইনা পেহী, জোনাকী; তহঁত ইয়ালৈ আহিলি কেতিয়া? কুঁজি ককাই নাই হবলা?

আজি সন্ধিয়া ভাগতে পালোঁহি। কুঁজি ককাই আছিল, টোপাকুঁছিৰ ৰজা-পোৱালিয়ে মতাত ভালৈ গৈছে। এন্ধাৰে-পোহৰে

ওলাবহি। বাইবো অসুখ। আনটো ঘৰত শুইহে আছে। তইনো ওলালিহি ক'ৰ পৰা? খোৱা-বোৱা হ'লনে নাই?
—পেহীয়ে সুধিলে।
যোৱাৰ সময়ত খবৰ দিবলৈ কাকো নাপালোঁ। তইঁতে খোৱা-বোৱা কৰিলি যেতিয়া হ'ল আক। মোৰ ভাগ্যত খোৱাটো আজি নাই।
ইমান নিৰাশ হ'ব নেলাগে অ' বোপাই। কুঁজিৰ ঘৰত বস্তুৰ অভাৱ নাই। জোনাকী জুইকুৰা ধৰ। ভাত এগাল বঢ়াই দে, কাঠ-আলু, বেঙেনা এসোপা দি দে তাতে। হওঁতেনো কিমান পৰ লাগিব?
—মইনা পেহীয়ে ক'লে।
কেকাই-জেকাই ঘৰৎ বুঢ়ীজনীও উঠি আহিল। মাতটোতে তেওঁ বাহু বুলি ধৰিব পাৰিছিল।
হেৰ' মাউৰত মৰা, ওলোলিহি ক'ৰ পৰা এই মাজৰাতিখন? ইহঁতৰ লগত আগৰে পৰা কথা-বতৰা আছিল হ'ব পায়?
—অৰ্থপূৰ্ণ হাঁহি এটা মাৰি বুঢ়ীয়ে সুধিলে। নাই বৌটি, কেনেবাকৈহে লগ পালোঁহি। ওচৰৰ গাঁৱৰ পৰা আহি ৰাতিটো ইয়াতে পৰি থাকোঁ বুলি ওলালোঁহি।
—বাহুৱে ক'লে।
মুখখন চোন তোৰ তেনেই শুকাই আছে। খোৱা-বোৱা কৰা নাই হবলা? হেৰ' জোনাকী, বাহিৰৰ জুহালতে ভাতকে কেইটামান লৰালৰিকৈ বঢ়াই দে। কথা-বতৰাও পাতি থাক, ভাতো হ'ব। কেতখিনি সময়নো লাগিব শুদা ভাত কিটা হওঁতে।
—জোনাকীলৈ চাই বুঢ়ীয়ে ক'লে।
বাহু ককাইৰ ভোক নায়েই, ভাত নাৰান্ধিলেও হ'ব। ক'ৰবাত এসোপা খাই-বৈ আহিছে।
—বাহুক জুখিবলৈ জোনাকীয়ে কেটেৰা মাৰিলে।
এৰা বৌটি-পেহীটি, তোমালোকে মৰম কৰাদি জোনাকীয়ে মোক মৰম কৰে বুলিনো ভাবিলা কেনেকৈ? তাই ভাগৰে-জোগৰে আহিছে,

নিজে এপেট খালে যেতিয়া অন্যৰ কথা ভাবিবলৈ তাই সময়েই বা পায় ক'ৰ পৰা ?

—চুঙা চাই সোপা দিলে বাহুৰে ।

এৰা, তোমাক মৰম কৰিবলৈ আছেনো কিটো ? তোমাক দেখিলেই লগৰ ছোৱালীয়ে ভয় খায় । দূৰতে বিদূৰ হয় ।

—জোনাকীয়ে ক'লে ।

থাপ মাৰি জোনাকীৰ হাতত ধৰি বাহুৰে আথেবেথে ক'লে ঃ

তয়ো মোলৈ ভয় কৰনে জোনাকী ? এই মোক ভলে নাপাব জোনাকী ?

—বুঢ়ী কিজনীৰ উপস্থিতিলৈ আওকাণ কৰিয়েই বাহুৰে মনৰ কথাটো কৈয়েই পেলালে ।

বাহুৰ হাতৰ পৰা একৰাই হাতখন মোহাৰি মোহাৰি জোনাকীয়ে ক'লে ঃ

নিলাজটো ক'ৰবাৰ । তোক ভাল নাপাইহে পাৰিছোঁ ।

—বুঢ়ীকিজনীয়ে অন্য কিবা ভাবে বুলিয়েই বেছি কঢ়কৈ জোনাকীয়ে উত্তৰ কাটিলে ।

চুপতি এৰ জোনাকী ; বাহুৰ দৰে ল'ৰা এটা পোৱাটো তোৰ ভাগ্যৰ' কথাহে বুলিছোঁ । তোৰ দৰে কত ছোৱালীয়ে তাক গৃহস্থ কৰিবলৈ বিচাৰে । যা যা, লৰালৰিকৈ ভাতমুঠিৰ ব্যৱস্থা কৰ ।

—মইনা পেহীয়ে তাইৰ পেটৰ কথা বুজিয়েই তেনেকৈ ক'লে ।

মাক-বাপেক মান্তি হ'লে ইহঁতৰ পাভ-যোৰা হ'ব ।

—কুঁজি ককাইৰ ঘৈনীয়েকে মন্তব্য কৰিলে ।

দুয়োটাই দুয়োটাকে মনে-প্ৰাণে বিচাৰে বুলি দুয়োজনী বুঢ়ীয়ে ভালকৈয়ে জানিছিল আগৰ পৰাই ।

বেয়া নেপাবি আক', তোৰ মনটোহে জুখিলোঁ । তইচোন মনটো ডাৱৰীয়া কৰি পেলালি ?

—জোনাকীয়ে থোকাথুকি মাতৰে ক'লে ।

নেপামনে বেজাৰ ? তই যেনেকৈ জোকাৰ-পোকাৰখন কৰি কথাবোৰ কৈছ ! যা যা, ভাত খুৱাব যদি লৰালৰি কৰ । ৰাতি পুৱাবই

এতিয়া । সি সকাহ পোৱাদি বেৰ-চাললৈ চায়েই কথাবোৰ ক'লে ।

মইনা ভিতৰতে মোৰ লগতে শুবগৈ । মাৰক্ত পানী অনাই আছে । সক কেৰাহিটো পাকঘৰৰ পৰা আনি লবি । চাউল-পাত থকা ঠাই তই অথনি দেখিছ নহয় ? শুকান কাঠ খৰি কেটামান বাহুৰে গোহালি ঘৰৰ পৰা আনি দিব । বাঁহ-খৰি বেৰৰ কাষতে আছে । জুহালতে ভাত কিটা বঢা

—বুঢীয়ে জোনাকীক ক'লে ।

দুয়োকে কথা-বতৰা পতাৰ সুবিধা দি দুই বুঢী ভিতৰৰ খোঁটালিলৈ সোমাল । হেতা কেৰাহি আনিবলৈ বুঢীহঁতৰ লগতে জোনাকীয়ে ভিতৰ সোমাই ডাঙৰকৈ ক'লে ঃ

ভাত খ'ব যদি চাকিটো লৈ গোহালিৰ পৰা কাঠ-খৰি দুচটামান বেগতে আনগৈ । ভাগৰে-জোগৰে আহিছোঁ । এঘুমতি নামাৰিলে কালিলৈ চলিবকে নোৱাৰা হ'ম

গোহালিৰ পৰা খৰি অনিবলৈ যাওঁতে কুকুৰটোৱে ধৰে যদি ?

কুকুৰে নেখায় যা, অহাৰ সময়ত জানো কুকুৰটোৱে ধৰিছিল ? নে বৰমতাটোৰ লগত মযো যাব লাগিব কুকুৰ খেদিবলৈ ?

আহচোন আহ, একো নহয় । তই আগৰে পৰা আছ, কুকুৰটোৱে তোক চিনি পাইছে, নুভুকে । তই চাকিটো দেখুৱাই দিবি, মই টপকৈ খৰিকোছা লৈ আহিম । মোক কামুৰিলে কি অথন্তৰ হ'ব, বুজিছই নহয । নগৈ নগাঁৰৰ কাম এতিযাও বাকী ।

—চল এটা উলিওযাবৰ মনেৰে সি ডাঙৰকৈ ক'লে ।

জোনাকীযেও তাৰ বুদ্ধিটো নুবুজাকৈ থকা নাছিল । বহুত দিন হ'ল তাক ওচৰৰ পৰ পোৱা নাই । সিনো কি কয় জানিবৰ মনেৰে আধা-বাটৰ পৰা উভতি আহি মাটিৰ চাকিটো হাতত লৈ বুঢীকিজনীয়ে শুনাকৈ ৰৰকৈ ক'লে ঃ

বল-বল, বৰমতাটো মই চাকিটো ধৰিছোঁ, কুকুৰ খেদাই পিছে পিছে যাম ।

একেচিপে বহাৰ পৰা উঠি জপাই হোৱা এপটীয়া বাঁহৰ ছুৱাৰখন একাষৰীয়া কৰিলত ছুৱাৰখনে কেৰকেৰাই উঠিল। বাহিৰত ভৰি দিয়েই সক সক মাতেৰে বাহুৱে ক'লে :

'ঈশ্বৰে আজি ভাল সুবিধাকণ দিলে দে'—বুলি কৈয়েই টপৰ কৰে জোনাকীক চুমা এটা খাই জোনাকীৰ একেবাৰে ওচৰ চাপি আহিল।

হৈছে, হৈছে। ইয়াতকৈ বেছি কৰিব নেপায়। বিয়া কৰি যি ইচ্ছা কৰিবি। মইনা পেহীয়ে জানিলে সকলো ডিকাচন ভাগিব।

মইনা পেহীয়ে তোৰ-মোৰ মিলন হ'লে আনন্দহে পাব। ঘৰত ক'বলৈ নাযায় দে।

হ'লেও এতিয়া সময় নহয়। মাৰ-বাপেৰক বিয়াৰ কথা নকৱ কিয় ? অহা বহাগ-জেঠ মাহতেচোন বিয়া পাতিব পাৰ।

বহাগ-জেঠলৈ মই ৰ'ব নোৱাৰোঁ জোনাকী। তোক বিহুতে পলুৱাই নিম। মই নিশ্চয়কৈ কৈছোঁ।

পলাই যোৱা বিধৰ মই নহয় অ'। কেঁচাকল কাটি বিয়া নাপাতিলে ঘৰতে বুঢ়ী হৈ থাকিম।

সি নিৰোৎসাহ হৈ একো উত্তৰ নিদিলে। বিয়া নপতাকৈ যে জোনাকী তাৰ লগত পলাই নাযায় সি সঠিককৈ জানিলে।

—বৰ অসহায় হোৱাৰ দৰে বাহুৱে ক'লে :

মই তোক ভাল পোৱাৰ দৰে তয়ো যে মোক ভাল পাৱ মই বুজিছোঁ জোনাকী। কিন্তু বিয়া-বাৰু কৰ বলৈ ধন-বিত গোটাওঁতে যে বহুত দিন লাগিব। ইমানদিন জানো তই ৰব পাৰিবি। বৌটিয়েৰে যদি কাৰোবালৈ তোক বিয়া দি দিয়ে ? তেতিয়া মোৰ অৱস্থা হ'ব কি ?

তই চিন্তা কৰিব নেলাগে। তোৰ বাদে কতো বিয়া নবহোঁ। মই অনন্ত কাললৈ তোৰ বাবে অপেক্ষা কৰিম। তই খাটাঙকৈ জানিবি।

খৰিকোছা নি সি একেবাৰে জুহালৰ ওচৰত পেলালেগৈ। জোনাকীয়ে ভাতৰ ব্যৱস্থা কৰিবলৈ লাগি গ'ল। সি বাহিৰৰ খোঁটালিৰে আহি আগৰ পীৰাখনত বহি আকাশ-পাতাল গুণিবলৈ ধৰিলে।

সি বিয়া পাতিব লাগিব। বিয়া পাতিবলৈ বহুতো ধনৰ প্ৰয়োজন হ'ব। এই ধন যোগাৰ কৰিব লাগিব সি অকলে। ঘৰে হয়তো ধান-মাহুৰ যোগান ধৰিব, কিন্তু গহনা-পাতি? গহনা-গাঁঠৰি যোগাৰ হ'ব কেনেকৈ?

সি পাৰাপাৰ নোহোৱা চিন্তাত পৰিল। জোনাকীক পাবলৈ সি বিয়া পাতিব লাগিব। ভাবি থাকোঁতে কিমান সময় গ'ল, সি ক'বকে নোৱাৰিলে। কোন সময়তনো জোনাকী আহি পানী-ঘটী আৰু গামোছাখন লৈ বৈ আছেহি সি গমকে নাপালে।

কি হ'ল ঐ তোৰ? আকাশ-পাতাল কি ভাবিছ?

—জোনাকীৰ মাতত হে তাৰ সম্বিত ফিৰি আহিল।

নাই, একো ভবা নাই। কিনো ভাবিছোঁ মই নিজেই ক'ব নোৱাৰোঁ।

—বাহুৱে লৰালৰিকৈ ক'লে।

ভাত হ'ল। মুখ-হাত ধো। বাতি পুৱাবই এতিয়া!

—জোনাকীয়ে ক'লে।

ৰাতি সঁচাকৈয়ে পুৱাবইনে? পুৱাওঁক দে, যিমান সোনকালে ৰাতি-পুৱাই সিমানেই মঙ্গল।

—বাহুৱে নিজকে কোৱাদি ক'লে।

কথাবাৰৰ আগ-পাচ একোকে ধৰিব নোৱাৰি বেঙীজনীৰ দৰে তাই তাৰ মুখলৈ চাই ৰ'ল—বহু তপৰ।

## চৈধা

সন্ধিয়া ভগাৰ সময়তে জোনাকী আহি ঘৰ পালেহি। তাইৰ মনটো আজি উৎফুল্লিত, আনন্দিত। তাইঁাত দুয়ো দুয়োটাক অন্তৰ ভৰি ভালপোৱাৰ কথা সাদৰী হ'ল। সি তাইক প্ৰাণ ভৰি ভাল পায়। তাইক লৈ এখন সোণৰ সংসাৰ ৰচনা কৰিব বিচাৰে। তই তাৰ মনমন্দিৰত এখন স্বকীয়া ঠাই অধিকাৰ কৰিব পাৰিছে। সংসাৰ কৰাৰ কথা ভাবিয়েই সি পাৰাপাৰ পোৱা নাই। সি তাইৰ বৌটিয়েকৰ কথা জানে বা নাজানে? গাঁৱত ৰৌজাল-বৌজাল হোৱা বৌটিৰ কথা সি শুনিছে বা নাই? সি বা সেইবোৰ কেনেকৈ লৈছে? তাই নিজে এইবোৰ বিশ্বাস কৰা নাই। তাই এতিয়া সকলো বুজা হৈছে? তেনে দুৰ্নাম ৰটিব লগা একো কথা তাইৰ চকুত পৰা নাই। এইটো সচাঁ তাইৰ বৌটিয়েক চঞ্চল, মুকলি-মূৰীয়া। নহ'বইব' কিয়? তেইশ বছৰ বয়সতে বিধবা হোৱা বৌটিয়েক। সকলো আশা-আকাঙ্ক্ষা অপূৰণ হৈ থকা জীৱন এটাৰ কি দুৰ্বল যন্ত্ৰনা তেওঁহে উপলব্ধি কৰিব পাৰিব। আজি সোতৰ বছৰে তাইক বুকুত বান্ধি ফুৰিছে বৌটিয়েকে। চৌত্ৰিশ বছৰীয়া জীয়া-বাৰী এজনীৰ মনৰ বেদনা তাইতকৈ বেছিকৈ বুজিব কোনে? ছয় বছৰ বয়সতে তাই বাপেকক হেৰুৱাইছে। তাই ভালকৈ মনতে পেলাব নোৱাৰে বাপেকৰ মুখখন। আজি এঘাৰ বছৰ হ'ল, বৌটিয়েকে বৈধব্য জীৱন-যাপন কৰিছে। খোঁজ পিছুলা কথা কিন্তু তাই নাজানে। কুৎসা ৰটনাৰ সত্যতা নাই বুলি ধৰিছে। গাঁহিৰ হেমোধৰ মহাটি পৰিয়ালৰ উপকাৰী মানুহ। আপদে-বিপদে সদায়েই সহায়-সাৰথি কৰিছে। তাইকো নিজৰ ছোৱালী দৰেই। মৰম-চেনেহ কৰিছে। কোনোদিনেই তাই অন্য চকুৰে চোৱা নাই তেওঁক। গাঁৱৰ

মানুহবোৰেও সিহঁতক মৰমেৰেই চাই আহিছে। তেন্তে মহাটিক লৈ এইবোৰ কথাৰ ৰটনা হৈছে কিয় ? বোধহয় বাহুৰে এইবোৰ শুনাই নাই বা শুনিলেও গুৰুত্ব দিয়া নাই। নহ'লে নিশ্চয় তাইক কালি ক'লেহেঁতেন। বাহুৰে যদি এইবোৰ সচাঁ বুলি বিশ্বাস কৰে, তাইক জানো সি বিয়া কৰাব ? কলঙ্কিত পৰিয়ালত সম্পৰ্ক ঘটাব ? নানা সন্দেহ, ভয়, চিন্তাত তাই শংকিত হ'ল। অশান্ত হ'ল সমস্ত হৃদয়, মন। বাহুক লগ পোৱা আনন্দই চিন্তাৰ সামৰণি পেলাব নোৱাৰিলে।

চিন্তা-দুঃচিন্তাত নিশাই টোপনি কঢ়িয়াই অনা নাই তাইৰ চকুৰ পতালৈ। কি যেন এক অস্বস্তি, কি যেন এক বেদনা। দুচকুৱে তাইৰ চকুলো বাগৰি আহিল। যন্ত্ৰণাত চটফটাবলৈ ধৰিলে। বাহুৰ সঙ্গত পোৱা আনন্দ ক্ষণস্থায়ী হ'ল। সেই আনন্দই আচলতে তাইৰ অশান্তিহে কঢ়িয়াই আনিলে বেছিকৈ।

—তাই ভাবিলে।

টোপনি আজি তাইৰ নাহিবই। বাহুৱে তাইক ভাল পায় সচাঁ, কিন্তু কালিওতো বিয়াৰ কথা ভালকৈ নক'লে। সি বোধহয় বৌটিয়েকৰ কথা জানে, তাক সুধিবলৈকে হয়তো সি তাইক লগ ধৰিছিল। হঠাৎ কুঁজি ককাইৰ তালৈ যোৱাটো তাৰ অজুহাত। যদি বাহুৱে তাইক বিয়া নকৰায়, তাই কি কৰিব ? সিদিনা ৰতাহীয়ে তাইক বিশ্বাসতে বৌটিয়েকৰ এইবোৰ কথা সুধিছিল। তাই বৌটিয়েকৰ যিবোৰ কথা কৈছে, যদি সচাঁ হয়, তাই আত্মহত্যা কৰাৰ বাদে অন্যপথ নাথাকিব। কথাখিনি মনত পৰাৰ লগে লগে তাই বেছিকৈ ব্যথিত হৈ উচুপি উচুপি কান্দিবলৈ ধৰিলে। চকুৰ পানীয়ে গাৰুটো তিয়াই পেলালে। অজান আশঙ্কাত বুকুখনে ঢপঢপাবলৈ ধৰিলে।

ৰাতি ক্ৰমে গভীৰ হৈ আহিল। দূৰত ফেউৰাই মাতিছে। ঘৰৰ চালতে লাগি থকা তামোল জোপাত থকা টোকোৰা চৰাইৰ পোৱালিবোৰে

চি-চিঞাই মাতিছে। পাব-বাঁহত পাৰযোৰে গোঁ-গোঁৱনি লৈছে। তাই অসলগ্ন চিন্তাৰ ওৰ পেলোৱাৰ ইচ্ছাৰে বাহিৰলৈ যাব বিচাৰিলে। দুটা খোঁটালিৰ মাজৰ বাঁহৰ দুৱাৰেৰে তাইৰ আৰু বৌটিয়েকৰ খোঁটালি সংলগ্ন। ঘৰলৈ সোমোৱা বাট বৌটিয়েকৰ খোঁটালিত, বাহিৰলৈ ওলোৱা বাট তাইৰ খোঁটালিতে আছে। বাঁহৰ দুৱাৰখন খোলাৰ কেৰ্ কেৰণিয়ে বৌটিয়েকৰ টোপনিত ব্যাঘাত নজন্মাবৰ ইচ্ছাৰে তাই অতি সন্তৰ্পণে দুৱাৰখন খুলি বাহিৰলৈ ওলাব খোজোঁতেই তাইৰ কাণৰ কাষেদিয়েই চুচা বাদুলি এটা উৰা মাৰি গ'ল।

বাহিৰত আন্ধাৰ। আকাশৰ ক্ষীণকায় জোনটোৱে পোহৰ বিলাব পৰা নাই। চাৰিওফালে নিস্তব্ধ, মৰিশালিৰ নীৰৱতা। গভীৰ ৰাতিয়ে থমথম কৰিছে। চৌদিশে নিঃশব্দ। দুৱাৰখন কাণি-দুৱৰী কৰি, চোতালত ভৰি দিলেহি তাই। দুৱৰি বনে ঢকা সৰু চোতালখনৰ মাজলৈ তাই আগবাঢ়ি গ'ল।

চেঁচা বতাহ এজাকে তাইৰ গাল-মুখ চুই গ'লহি। মনটো তাইৰ পাতল পাতল লাগিল। বতাহত ভাঁহি অহা শেৱালিৰ স্নিগ্ধ মধুৰ গোন্ধটো ধুনীয়া লাগিছে। জোনটোলৈ কিছু পৰ চাই থাকি তাই অনুমান কৰিলে তাইৰ মনৰ যন্ত্ৰণা যেন কিছু প্ৰশমিত হৈছে। তাইৰ দুচকুত ভাঁহি উঠিল এখন মুখৰ ছবি; সেই মুখ তাইৰ চিৰপৰিচিত; সেই মুখ বাদুৰ—তাইৰ মৰমৰ বাদুৰ। তাইৰ ভাব হ'ল তাই যেন শূন্যত উটি-ভাঁহি ফুৰিছে। তাই অনুভৱ কৰিলে জীৱন সঁচাকৈয়ে সুন্দৰ, আনন্দৰ। এই জীৱন যৌৱন পূৰ্ণতাৰ কাৰণেহে ঈশ্বৰে সৃষ্টি কৰিছে। তাই তাইৰ জীৱন সম্পূৰ্ণ কৰিব বিচাৰে। এখন সুখৰ সংসাৰ কৰিব বিচাৰে। য'ত থাকিব বাদু অকে এবাৰ ... ... ...। তাই বাদুক নিজেই সকলো কথা ভাঙ্গি-পাতি ক'ব। এই ৰটনা, এই কুৎসা সম্পূৰ্ণ অসত্য, মিছা। বৌটিয়েকৰ বয়স আৰু মুকলি মনক অস্বীকাৰ কৰিব বিচৰাবোৰৰ অপপ্ৰচাৰ। তাই বাদুক স্পষ্টকৈ কৈ পেলাব—মোক মৰম লাগে; এইবোৰ সেইবোৰ তই নুশুনিবি, মোক বুজিবৰ যত্ন কৰ।

মোৰো স্বপ্ন তোৰ দৰে এটাই; সেই স্বপ্ন সুখৰ এখন সোণৰ সংসাৰ ৰচনাৰ।

ভবিষ্যতৰ সোণালী সপোন ৰচনাত তাই বিভোৰ। এবাৰ বৌটিয়েকৰ খোঁটালিৰ ফালে তাইৰ চকু পৰিলত তাইৰ বুকুখন চিৰিঙকৈ মাৰিলে। বৌটিয়েকৰ খোঁটালিৰ আগফালৰ দুৱাৰখন দুফাল ফালকৈ মেলা। খোলা দুৱাৰৰ ফালে তাই আগুৱাই গৈ দেখে ভিতৰত বৌটিয়েক নাই। তাইৰ উশাহ-নিশাহ বন্ধ হোৱাৰ উপক্ৰম। বৌটিয়েক ক'লৈ গল? তাই নিঃশব্দে বহু সময় অপেক্ষা কৰিলে বৌটিয়েকলৈ। তাইৰ চকুৰে ধুৱলি-কুঁৱলী দেখিলে। বৌটিয়েক নাহিল। তেন্তে মানুহবোৰে কোৱা কথাবোৰ সঁচা। বৌটিয়েকে তাইক অকলশৰে এৰি গুচি গলগৈ কাৰোবাৰ লগত একেবাৰে। সেই মানুহটো নিশ্চয় হেমোধৰ হ'ব। ভয়াবহ দুঃস্বপ্নত তাইৰ চেতনা বিলুপ্ত হ'ল। বৌটিয়েকৰ শেতেলিৰ ওচৰত বৈ হাতেৰে বুকুখন হেঁচা মাৰি ধৰিলে। ফোপনি বন্ধ কৰিবৰ যত্ন কৰিলে। তাইৰ চিন্তাৰ আঁত হেৰাই গ'ল। কুকুৰাৰ প্ৰথম ডাক পৰিল। ৰাতিপুৱাবলৈ আৰু বেছি সময় নাই।

গহীন মুখখনত, শান্ত চকু দুটাত তেতিয়া তাইৰ জুই জ্বলিছিল। কি কৰিব নকৰিব তাই ঠিক কৰিব পৰা নাছিল। কিছু সময় একে ঠাইতে থিয় হৈ থাকিল। হঠাৎ তাই অনুভব কৰিলে আজিৰ পৰা তাই ঘাট-মাউৰা হ'ল। ভৰিৰ তলত মাটি নোহোৱাৰ দৰে লাগিল। তাইৰ মূৰটো আচন্দ্ৰাই কৰিলে। বৌটিয়েকৰ শেতেলিতে পৰি তাই উচুপিবলৈ ধৰিলে। তাই জানিলে খন্তেক পিছতে তাইৰ জীৱনলৈ নামি আহিব ঘনঘোৰ অন্ধকাৰ। কি পাপ কৰিছিল তাই, ভগবানে ইমানকৈ কষ্ট দিছে। এতিয়া তাই কৰিব কি? মানুহে তাইক থিক পাৰি হাঁহিব। কলঙ্কিনী-পাপাচাৰীৰ দুহিতা বুলি ঘৃণা কৰিব। তাইৰ সত্যতা-পবিত্ৰতাক কেৱে স্বীকাৰ নকৰিব। এনে ঘৃণিত ঘৰৰ লগত কোনেনো আত্মীয়তা ৰাখিব? তাই কেনেকৈ কটাব ভৱিষ্যতৰ দিনবোৰ অকলে অকলে?

বাহুৰে তাইক কেতিয়াও গ্ৰহণ নকৰে। সমাজে তাইক এঘৰীয়া

কৰিব। বৌটিয়েকৰ অপকৰ্মৰ বাবে তাই জগৰীয়া হ'ব। তাইৰ উচুপনি বিননিত পৰিণত হ'ল। অনন্ত বিননি—হিয়াভগা বিননি।

একেবাৰে গাতে লাগি থকা ঘৰৰ মইনা পেহী উচপ খাই উঠিল। একে লৰে ভিতৰ বাটেদি জোনাকীৰ ঘৰ পালেহি। মইনা পেহী জোনাকীৰ আপোন পেহী নহয়, কিন্তু আপোনতকৈয়ো আপোন। নিঃসন্তানা। পেহীয়ে জোনাকীক আপোনতকৈও মৰম কৰে বেচি। কান্দি-কাটি ব্যাকুল হোৱা জোনাকী কিন্তু নিৰোত্তৰ। দবিয়াই-হুকিয়ায়ো তাইক মাত উলিয়াব নোৱাৰিলে. একেথৰে তাইৰ পিনে চাই ৰ'ল। দুৰ্বোধ্য সাঁথৰ। জোনাকীৰ ঘৰৰ পৰাই ফণিধৰ পেগাক চিঞৰি মাতি আনিলে পেহীয়ে। দিগন্তলয়ত সূৰ্য্যোদয়ৰ বেঙুনি পৰিছে। চৰাই-চিৰিকটিয়ে বাহ এৰি ওলাইছে। পাৰই লাক-পাকুৰ দিছে। হালোৱা হাললৈ পথাৰ লৈ ওলাইছে। তালৈ আহিয়েই বিচূৰ্তি হ'ল ফণিধৰ। চকুৰে-মুখে অবিশ্বাসৰ ভাব। কি কৰিলে তগৰে এই এইবোৰ উত্তৰ বিচাৰি নাপায় ফণিধৰে।

কান্দি কান্দি ভাগকুৱা হৈ জোনাকী নিচ্চুপ হ'ল। পোহৰ হোৱাৰ লগে লগে গোটেই গাঁৱতে জনাজনি হ'ল। গাঁৱৰ মানুহে আহি চোতালত ভৰি পৰিলহি। জোনাকীৰ মুখৰ আগতে নানা জনে নানা মন্তব্য কৰিলে। জোনাকীৰ দুখত দুঃখীত হোৱা মানুহ নোলাল।

কান্দি কাটি থকা জোনাকীক সান্ত্বনা দিবলৈ কাৰোবে আজৰি নাই এটা সময়ত জোনাকীক অকলে এৰি সকলো ঘৰাঘৰি গ'ল ?

নিঃসঙ্গতাৰ বেদনা কিমান কষ্টকৰ। খৰস্ৰোতা জোনাকীৰ জীৱন বাতি-টোৰ ভিতৰতে হৈ পৰিল স্ৰোতহীন মৰা নৈ। নাই ইয়াত প্ৰাণ, নাই যৌৱনৰ উত্তাল তৰঙ্গ, নাই আনন্দ। কেৱল আছে গুমৰি উঠা বিষাদ মনৰ দীৰ্ঘশ্বাস। গাকত মূৰ গুজি উচুপি উচুপি পৰি ৰ'ল জোনাকী; ভিতৰলৈ কোনোবা সোমাই অহাৰ পদ-শব্দত গাকৰ পৰা মূৰ তুলি চালে জোনাকীয়ে। বভাহীক দেখিয়েই উঠি আহি সাবটি ধৰিলে জোনাকীয়ে। বভাহীয়েই তাইৰ আশা-ভৰসা, বিপদৰ বন্ধু। ফেকুৰি ফেকুৰি জোনাকীয়ে কিবা ক'বলৈ বিচাৰিলে। বভাহীয়েও হিয়ালি-জিয়ালিকৈ কান্দিলে তাইক সাবটি ধৰি।

## পোন্ধৰ

প্ৰশান্ত গভীৰ সাগৰৰ নীলা পানীবোৰ ঠেলি ঠেলি জাহাজখনে গতি কৰিছে। ভিতৰত নাবিকসকলৰ ব্যস্ততাৰ অন্ত নাই। জাহাজৰ ভিতৰত হোৱা ধুমধাম শব্দই সিহঁতক অশান্তি কৰিছে। হুলস্থুল পৰিবেশে তাৰ চিন্তাৰ সাগৰত কিন্তু বাধা দিব পৰা নাই লেশমানো, গোসাঁইৰ কথাবোৰেই তাৰ কাণত বাজি আছে মুহূৰ্ত্তে মুহূৰ্ত্তে। এবা, গোসাঁয়ে ভবা কথাবোৰ সকলো অসমীয়াই ভবা হ'লে হয়তো অৱস্থাৰ পৰিবৰ্ত্তন হ'লহেঁতেন কাহানিবাই।

—সি ভাবিলে

পুৰণা দিনৰ কথাবোৰে চিন্তাৰ আঁত হেকৰাই পেলাইছে।

তাৰ মনত পৰিছে গোসাঁয়ে এদিন কৈছিল :

কেতিয়াবা উন্নতি গ'লে চাহাবে কৰা নিয়ম-কানুন লণ্ড-ভণ্ড কৰি আমাৰ নিয়মবোৰ ঘূৰাই অনাৰ যত্ন কৰিবি। বগা বঙালহঁতক পাৰিলে কৰি গৈ, সিহঁতকৈ ভাৰতৰ সভ্যতা বেচি পুৰণি। সিহঁত যেতিয়া গছৰ বাকলি পিন্ধি অনাই-বনাই হাবিয়ে-বননিয়ে ঘূৰি ফুৰিছিল, ভাৰতৰ মানুহে তেতিয়া ঘৰ-দুৱাৰ সাজি শান্তিৰে থাকিব জানিছিল। পাৰিবি জানো তহঁতৰ চাম ডেকাই ?

—অলপ বৈ আকৌ কৈছিল :

বুজিছ ৰক্তবীজ, পাৰিলে তইহে ভাঙ্গি-চিঙ্গি থানবান কৰিব পাৰিবি। আগতে ভাঙ্গ। সজাৰ দায়িত্ব লব লাগিব অন্যই। কিন্তু ইয়াৰ পৰা ওলাই যাবি কেনেকৈ ?

—গোসাঁয়ে এটা দীঘল হুমুনিয়াহ পেলাইছিল।

কৃষ্ণ গোসাঁই আৰু ৰহিয়াল বৰুৱাৰ কথাবোৰ, কাম-কাজ, চিন্তাৰ

সম্পূৰ্ণ মিল। তেওঁলোক দুয়োকে সি শ্ৰদ্ধা আৰু সন্মান কৰিছিল, কাৰণ সি ভাল পোৱা কামবোৰকে তেওঁলোকেও ভাল পাইছিল। তাৰ দৰেই গোসাঁই আৰু বৰুৱায়ো কেচাঁ মাটিৰ গোন্ধত বলিয়া, ব্যাকুল। এই গোন্ধ যাউতি-যুগীয়া হৈ অসমখন আমোল-মোলাই থকাটো বিচাৰে। দুয়োজনে ভাঙি-চিঙি পেলাব খোজে অসমীয়াক মুগুজা-নেমানা ইংৰাজে জাপি দিয়া নিয়ম-নীতি, আইন-কানুনবোৰ। তেওঁলোকে জগাই তুলিব বিচাৰে অসমীয়াৰ গৌৰব-বোধ, ৰক্ষা কৰিব বিচাৰে তেওঁলোকৰ স্বকীয়তা। তেওঁলোকে বিচাৰে সমূদায় অসমবাসী একগোট হৈ খেদি দিব লাগে ইইঁতক অসমৰ সীমামূৰলীত সি পাৰলৈ। পুনৰ পাতিব বিচাৰে অসমীয়াৰ মনে খোজা নিজৰ মানুহৰ শাসন, ঘূৰাই আনিব খোজে আগৰ নিয়ম, অসমীয়াৰ চিন্তা-চৰ্চাৰ এখন স্বয়ং-সম্পূৰ্ণ অসমীয়া সমাজ। তাহানিয়েই কৃষ্ণ গোসাঁয়ে ৰহিয়াল বৰুৱাক লগ পোৱা হ'লে কিবা এটা কৰিলেইহেঁতেন ইমান দিনে।

ৰহিয়াল বৰুৱায়ো গোসাঁয়ে কোৱা কথাবোৰকে কৈছিল সিইঁতক। সি যেন টোপাকুছিৰ ৰজা পোৱালিৰ টোলত ৰহিয়াল বৰুৱাৰ কথাহে শুনিছে :

সকলোটি আহি উপস্থিত হোৱাত বৰ আনন্দ পাইছোঁ। আমি সকলো অসমীয়া প্ৰজা আজি ডাঙৰ বিপদৰ মুখামুখি হৈছোঁ। ৰজা-পোৱালিসকলৰো সকলো সা-সুবিধা, সন্মান কাঢ়ি নি চৰকাৰে নগুৰ-নাগতি কৰিছে। যিমানে দিন আগবাঢ়িছে ইংৰাজইঁতেও সিমানে ইটোৰ পিছত সিটোকৈ অসমীয়া প্ৰজাই যুগ যুগ ভোগ কৰি থকা ধৰ্ম-কৰ্ম, সামাজিক নীতি-নিয়ম, ধ্বংস আৰু বিলোপ কৰাৰ লগতে প্ৰজাই দাঙিব নোৱাৰাকৈ কৰ বহুৱাইছে। দিনে দিনে কৰৰ মাত্ৰা বাঢ়িহে গৈছে। মাটিৰ উপাৰ্জিত আৰ্জনতকৈ কৰৰ পৰিমাণ বেছি হৈছে। সমাজৰ কোনো চাপৰ মানুহ—ৰজা-পোৱালি, ডা-ডাঙৰীয়া, সন্ত-মহন্ত, সাধাৰণ প্ৰজা, পাইক, কাঢ়ী যিয়েই নোবোলক, কেৱে ইইঁতৰ কোপৰ পৰা ৰক্ষা পোৱা নাই। প্ৰজাই আজি ন্ধলা-কলা দেখিছে, ইয়াৰ পৰা

উদ্ধাৰৰ পথ বিচাৰি ফুৰিছে। আমি কিবা এটা উদ্ধাৰৰ পথ দেখুৱাব লাগিব। তাৰ বাবে সকলো প্ৰজাক প্ৰথমতে বুজ দিব লাগিব, আমি যি কৰিব বিচাৰিছোঁ তাৰ দ্বাৰা প্ৰজাৰ পূৰ্বৰ সুখ-শান্তি ঘূৰি আহিব। তাৰ বাবে প্ৰজাক একত্ৰিত কৰিবলৈ ইংৰাজে কৰা অন্যায়-অত্যাচাৰবোৰৰ এটা এটাকৈ হিচাব দিব লাগিব আৰু সেইবোৰ তেওঁলোকৰ আগত দাঙি ধৰি ফহিয়াই ফহিয়াই দেখুৱাব লাগিব। বুজাব লাগিব— কেনেকৈ পদে পদে ইংৰাজে আমাক শুহি খাই আছে আৰু প্ৰতিটো প্ৰজাৰ কষ্টৰ বাবে যে ইংৰাজেহে দায়ী।

আমাৰ সকলোতকৈ ডাঙৰ অসুবিধাতো হৈছে প্ৰজাৰ শিক্ষা-দীক্ষাৰ-অভাৱ। তেওঁলোকে ইংৰাজৰ কামৰ বাবে হোৱা কষ্টবোৰৰ কাৰণ বিচাৰিব নোখোজে। সকলো কামৰ বাবে কপালকে দোষী কৰি বহি থাকে। ঈশ্বৰৰ ইচ্ছাতহে, কপালৰ দোষতহে, তেওঁলোকৰ কষ্ট হৈছে বুলি ভাগ্যক দোষী প্ৰতিকাৰৰ ব্যৱস্থা নিবিচাৰে। কানি খোৱাৰ ফল স্বৰূপেও মানুহবোৰ অধিক ধোদ আৰু লোৰোপা হ'ল। আমি যি কোনো উপায়েৰে কানি খোৱা বন্ধ কৰিব লাগিব, আফিং খেতি কৰা বন্ধ কৰিব লাগিব। মানুহক বুজাই বঢ়াই প্ৰথমতে কানিৰ প্ৰচলন আৰু আফিঙৰ খেতি কৰা কমাই আনিব লাগিব। একেবাৰে আফিং খেতি কৰা বন্ধ কৰিবলৈ, কানি খোৱা বন্ধ কৰিবলৈ বিচাৰিলে ওলোটা ফলহে হ'ব। আফিং-তলী, বাম-বাকৰিবোৰত মাহ-সৰিয়হৰ খেতি কৰিবলৈ প্ৰজাক বুজনিৰে মান্তি কৰিব লাগিব। সবাহ-উৎসৱত কানি খোৱা নিয়মটো ধৰ্মৰ পৰিপন্থী বুলি সন্ত-মহন্তসকলে সকলোকে বুজাব লাগিব। বিশেষকৈ শিষ্যসকলক কানিৰ অপকাৰিতা আৰু ধৰ্মানুষ্ঠানত ইয়াৰ প্ৰচলনটো অধাৰ্মিক বুলি প্ৰতিপন্ন কৰাব লাগিব। মৌজাদাৰসকলেও খাজনা তোলোতে প্ৰতিজনকে আফিং খেতি বন্ধ কৰিবলৈ কব পাৰে। তেওঁলোকৰ টেকেলাই যিমান মানুহক লগ পায়, অন্য কোনোৱে পাব নোৱাৰে। সকলোৱে যতে যেনেকৈয়ে পাৰে কানি খোৱাৰ উপকাৰিতাৰ কথা ক'ব লাগে।

কানিয়ে অসমীয়াক সোপোৰা কৰিয়ে নেৰে, একেবাৰে নিচিহ্ন কৰিব। বৰুৱাই শত্ৰুৰ লগত যুঁজিব লাগিব, লগতে কানিয়াৰ লগতো যুঁজিব লাগিব।

কিন্তু প্ৰথম আৰু প্ৰধান কথাটো হ'ল প্ৰজাক সংগঠিত কৰা। সংগঠিত শক্তিয়েহে প্ৰতিক্ৰিয়া বন্ধ কৰিব পাৰিব। আমাৰ কাম হ'ল তেওঁলোকৰ মনত আত্ম-বিশ্বাস জন্মোৱা যে, তেওঁলোকে ইচ্ছা কৰিলে বিপদ মুক্ত হ'ব পাৰে। ইংৰাজক অসমৰ চাৰিসীমাৰ বাহিৰ কৰাটো একো টান কথা নহয়। লগতে প্ৰজাই বুজিব লাগিব তেওঁলোকৰ দুখ-কষ্টৰ বাবে তেওঁলোক যিমানে জগৰীয়া, তেওঁলোকৰ দুৰৱস্থাৰ বাবে ইংৰাজ তাতোকৈ এশ গুণে জগৰীয়া। ইংৰাজে কৰা আইন-কানুন আৰু কৰ-কাটলৰ হেঁচাতহে প্ৰজাৰ ৰাজহাড় পোন কৰিব নোৱাৰা অৱস্থা হৈছে, তাক প্ৰতিজন প্ৰজাই বুজিলেই আমি আমাৰ কামত বহুতো আগুৱাইছোঁ বুলি ধৰিব লাগিব। প্ৰজাই বুজাৰ পিছত যুঁজৰ তৈয়াৰীৰ বাবে ব্যৱস্থা হ'ব আৰু আমি তাৰ বাবে প্ৰস্তুতি কৰি আছোঁ।

ৰহিয়াল বৰুৱাৰ কথা কোৱা ভঙ্গি, মাতৰ সুৱলা সুৰে সকলোকে মুহিত কৰি পেলালে। এনেয়ে সুন্দৰ শৰীৰৰ সভা-শুৱনী লোক, লগতে বিষয়-বাবৰ গাম্ভীৰ্য্যই সোণত সুৱগা চৰাইছে। কাহ পৰি জিন যোৱা অৱস্থা, কোনোৱে লৰা-চৰা কৰা নাই, এক মন, এক ধ্যানেৰে তেওঁৰ কথা শুনি আছে।

মানৰ অত্যাচাৰে অসমীয়া প্ৰজাক নিশকতীয়া কৰিলে। মান কিন্তু নিজে অহা নাছিল। আহোম ডা-ডাঙৰীয়াসকলে কৰা গৃহ-কন্দলৰ ফলত বিশ্বাসঘাটক কেইজনমান আহোম ডা-ডাঙৰীয়াই তেওঁলোকক মাতি আনি ঘৰ-ঘৰত সোমাৱাৰ বাট চিনাই দি মাজবাতি শোৱা ঘৰত ফেটিগোম মেলিলে। ষড়যন্ত্ৰ, গৃহ-কন্দল, অভিসন্ধি আদিৰ ফলতে ছশ বছৰ মহাপ্ৰতাপেৰে ৰাজত্ব কৰা সূৰ্য্য-বংশী আহোমৰ খুনলুং, খুনলাই বংশধৰসকলৰ ৰাজত্বৰ অন্ত পৰিল। তেওঁলোকৰ শক্তি, ক্ষমতা আৰু

গৌৰব চিৰকাললৈ লোপ পালে। ১৮১৬ চনৰ পৰা ১৮২৫ চনলৈ মানে যি নির্মম অত্যাচাৰ, হত্যা, লুণ্ঠন কৰিলে, সি হিয়া বিদীর্ণ হৈ যোৱা ঘটনা। তাহাঁতৰ অত্যাচাৰত অসম মৰিশালী হ'ল। সমূদায় জন-সংখ্যাৰ আধা লোক সিহঁতৰ হাতত নিহত হ'ল। প্রতি বর্গমাইলত মাত্র ন জন মানুহৰ বসতি ৰ'ল। মানহঁতক খেদাই বৃটিশে আমাক ডাঙৰ উপকাৰ কৰিলে।

ইংৰাজ আৰু ব্ৰহ্মদেশ দুটা বিদেশী জাতিৰ ভিতৰত সন্ধি হ'ল— ইয়াণ্ডাবু সন্ধি। ইষ্ট-ইণ্ডিয়া কোম্পানীৰ বিষয়া আৰু আভাৰ ৰজাৰ মাজত হোৱা চুক্তি ১৮২৬ চনৰ ২৪ ফেব্ৰুৱাৰীত সম্পন্ন হয়। সেই সন্ধি অসমীয়াৰ লগত হোৱা নাছিল। সেয়ে সেই চুক্তিমতে অসম ইংৰাজৰ হাতলৈ যোৱাত আমি অমত। চুক্তিৰ ফলশ্রুতি হিচাপে ঘটা কোনো পৰিণতি আমি নেমানো, গৃহস্থত নোসোধাকৈয়ে বাহিৰা মানুহে সা-সম্পত্তি ভগাই লোৱা ব্যৱস্থাত আমি মান্তি হম কিয়? ইয়াণ্ডাবু সন্ধিৰ চর্ত্ত সেয়ে আমি মানিবলৈ বাধ্য নহওঁ। আমাক আমাৰ ইচ্ছাত আহোমে শাসন কৰিছিল।

১৮২৮ চনৰ ৭ মার্চত ইংৰাজ সকলে অন্যায় ঘোষণাৰে অসমক বৃটিশ সাম্রাজ্যৰ অন্তভুক্ত কৰা কথা আমি মানি নলওঁ। এই অন্যায় কার্যাক আমি সকলো শক্তি প্রয়োগ কৰি বাধা দিব লাগিব। অসমীয়া চিৰ-স্বাধীন আছিল আৰু চিৰ-স্বাধীন হৈয়ে থাকিব। মাতৃ-ভূমিক বন্ধন-শৃঙ্খলৰ পৰা মুক্ত কৰা দায়িত্ব আমি অসমবাসী সকলোৰে— মোৰ, আপোনালোকৰ আৰু ভৱিষ্যত বংশধৰসকলৰ।

১৮২৮ চনত গোমধৰ কোঁৱৰে ধনঞ্জয় বৰগোহাঁই, হৰনাথৰ সাহায্যত বাচাত সিংহাসনত উঠিছিল। কিছুদিনৰ পিছতে মৰিয়নীত ইংৰাজ সৈন্যৰ মুখামুখী হৈছিল। বিদ্রোহৰ অগনি জ্বলাইছিল। কৃতকার্য্য ন'হল সচাঁ কিন্তু অসমে পৰাধীনতা মানি নোলোৱাৰ প্রমাণ অন্ততঃ কৰিলে। বাকী কাম আমালৈ থৈ গ'ল।

১৮২৯ চনত তিৰৎসিঙৰ নেতৃত্বত খাচিয়াসকলে ইংৰাজ বিষয়া

লেফটেনেণ্ট বার্টন আৰু বেডিংচ ফিল্ডক হত্যা কৰি নংখ্লাও বঙলাত জুই দি বিপ্লৱৰ ঢৌ তুলিছিল। ১৮৩৯ চনৰ ১৯ জানুৱাৰীৰ দিনা খামটিসকলে কৰ্ণেল এডাম হোৱাইট সহ ৮০ জন ইংৰাজ সৈন্যক সদিয়াত কচু কটা দি অসমে বিদেশীৰ বশ্যতা মানি নোলোৱাৰ চিন্থ থৈ গৈছে। আবৰ, অকা, নগাসকলেও ইংৰাজ-শাসন মানি নলৈ তেওঁ লোকৰ বিৰুদ্ধে মূৰ দাঙ্গি উঠিছিল।

জয়পুৰৰ তৰাতলীত সদলবলে যুদ্ধৰ আখৰা পাতি ইংৰাজে খাৰ-ঘৰত জুই দিছিল ১৮৩০ চনৰ ২৫ মাৰ্চত এজাক বিপ্লৱী অসমীয়া ডেকাই। পিয়লী ফুকন, জিউৰাম দিহিঙ্গীয়া বৰুৱাক চাহাবহঁতে ফাঁচি দিলে। হৰনাথ, ৰূপচাঁদ, বোমচিংফৌক কলীয়াপানীত দিলে, কিন্তু বিপ্লৱৰ জুই মুমুমাল। জ্বলিয়ে থাকিল, জ্বলিয়ে থাকিব।

উজনি অসম স্বৰ্গদেউ পুৰন্দৰ সিংহৰ হাতত গটাই দিবলৈ বাধ্য হৈছিল চাহাবহঁতে ১৮৩৩ চনৰ ২ মাৰ্চ তাৰিখত। অথচ অসত্য চেলু উলিয়াই ১৮৩৯ চনৰ ৩১ জুলাই তাৰিখে পুৰন্দৰৰ পৰা সেই শাসনৰ ভাৰ সিহঁতে পুনৰ কাঢ়ি লৈ ইংৰাজৰ তলতীয়া কৰিছে। ইয়াৰ উদ্দেশ্য কিন্তু পৰিষ্কাৰ। উজনি অসমৰ চাহ-তেল-কয়লা-কাঠ আদি প্ৰাকৃতিক সম্পদৰ ওপৰত অনা অসমীয়াৰ লুভীয়া চকু ; যাতে অসমক সম্পূৰ্ণ ভাবে তলতীয়া কৰি এই সম্পদবোৰ লুটিব পৰা হয়। কিন্তু প্ৰজাই সিহঁতৰ বশ্যতা মানি লোৱা নাছিল। ১৮৪৩ চনৰ ১০ জানুৱাৰীত চিংফৌহঁতে চাহাবৰ সৈন্য-বাহিনীক এসেকা দি পৰাজিত হ'ল। কিন্তু স্বাধীনতাৰ আশা এৰা নাছিল।

বৃটিশসকলে অন্যায় আৰু ষড়যন্ত্ৰৰ আশ্ৰয় লৈ ইখনৰ পিছত সিখন ৰাজ্য বৃটিশৰ ৰাজ্যৰ ভিতৰত লৈ থকা কথা প্ৰজাই তেতিয়াও মনা নাছিল, এতিয়াও আমি মানি নলওঁ। কাচাৰক বৃটিশ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰা কাহিনী লজ্জাকৰেই নহয়, অগ্ৰহণীয়ও। তুলাৰাম সেনাপতি আৰু মনিপুৰৰ ৰজা গম্ভীৰসিঙৰ মাজত হৈ থকা শত্ৰুতাই কাচাৰৰ ৰজা গোবিন্দ চন্দ্ৰৰ অৱস্থা নিৰাপত্তাহীন কৰি পেলাইছিল। গম্ভীৰ সিঙেও লাহে লাহে

কাচাৰ ৰাজ্যৰ সীমা ঠেলি আছিল আৰু সম্পূৰ্ণ কাচাৰ হস্তগত কৰাৰ সুবিধা বিচাৰি আছিল। তুলাৰাম সেনাপতিয়েও গোবিন্দ চন্দ্ৰৰ কাচাৰ দাবী কৰি আছিল। গম্ভীৰ সিঙৰ মানুহে গোবিন্দ চন্দ্ৰক হত্যা কৰাত বিভিন্নজনে সিংহাসনৰ দাবী কৰি বহাৰ সুবিধা লৈয়ে কোনো প্ৰকৃত উত্তৰাধিকাৰী নাই বুলি ১৮৩১ চনৰ ১৪ আগষ্টত বৃটিশে এই ৰাজ্য সিহঁতৰ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিলে। ১৮৩৪ চনৰ নবেম্বৰ মাহত সিহঁতৰ কামত আহিব বুলি তুলাৰাম সেনাপতিক ৰাজ্য ভাৰ দিছিল।

১৮৫০ চনত তুলাৰাম সেনাপতিৰ যুদ্ধত মৃত্যু হ'ল। তুলাৰামৰ মৃত্যুৰ পিছত তেওঁৰ পুত্ৰদ্বয় নকুলৰাম আৰু ব্ৰজনাথৰ দুৰ্বল শাসনত বাৰে বাৰে আঙ্গামী নেতাসকলে লুটপাট কৰিবলৈ ধৰাত বৃটিশ ৰাজ্যলৈ অসুবিধা হৈছে বুলি ১৮৫৪ চনত অন্যায় ভাৱে পুনৰ ৰাজ্যখন বৃটিশে কাঢ়ি ললে। কি যুক্তিমতে বৃটিশে উত্তৰ কাচাৰৰ ৰাইজৰ স্বাধীনতা হৰণ কৰিলে ?

আকৌ অভিসন্ধি আৰু নিকৃষ্ট উপায়েৰে ১৮৩৫ চনৰ ২৩ ফেব্ৰুৱাৰীত ৰজা ৰাজেন্দ্ৰ সিংহৰ পৰা জয়ন্তীয়া ৰাজ্য কাঢ়ি আনি বৃটিশ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিলে।

১৮৪০ চনৰ পৰা ১৮৫০ চনৰ ভিতৰত নগা, গাৰো, মিৰি, খামতি, ভোট, অঁকা, জয়ন্তীয়া, মণিপুৰী—সকলো পৰ্বতীয়া জাতিয়েই বিদ্ৰোহী হৈ উঠিছিল। নগাসকলে ভৈয়ামত সোমাই মানুহ মাৰি লুটপাট কৰি ইংৰাজক ব্যতিব্যস্ত কৰিয়েই থকা নাছিল, সৌ সিদিনাও ১৮৫১ চনতে ২৭৮ জন মানুহক নগাইঁতে হত্যা কৰে, বহুতক নগা পৰ্বতলৈ ধৰি লৈ যায়। ইংৰাজ সেনাপতি হুলকম্ব চাহাবকো সেই বছৰতে নগাইঁতে পশু চিকাৰ কৰা দি নৃশংশভাবে হত্যা কৰে।

চাহাবহঁতে অকল অন্যায়, ষড়যন্ত্ৰ আদিৰে ৰাজ্যৰ পিছত ৰাজ্য সিহঁতৰ তললৈ আনিয়েই ক্ষান্ত নাথাকি সিহঁতে অসম ৰাজ্য লোৱাৰ পৰা আজিলৈকে থকা পৰ্বত-ভৈয়ামৰ সম্প্ৰীতি ভেদনীতিৰ জৰিয়তে ছিন্ন-ভিন্ন কৰি চিৰকলীয়া মিলা-প্ৰীতি বিনষ্ট কৰিছে। ভৈয়াম আৰু পৰ্বতীয়া

জাতিৰ মাজত পাৰম্পৰিক ভয়, ঘৃনা ভেদ জগাই তুলি আমাৰ পৰা ক্রমান্বয়ে আঁতৰাই লৈ গৈছিল।

ইংৰাজৰ অত্যাচাৰে শেষ সীমা পাইছেহি। মণিৰাম বৰভাণ্ডাৰ বৰুৱাক সিহঁতে অপমানিত, লাঞ্ছিত কৰিছে। অসমীয়া প্ৰজাৰ দুখ-দুৰ্গতি বৰ্ণাই দিয়া আর্জি গ্ৰহণ কৰাৰ পৰিবৰ্ত্তে দেৱানৰ বিৰুদ্ধে কন্দৰ্পেশ্বৰ সিংহক ৰাজপাট ঘূৰাই দিবলৈ দাবী কৰিবলৈ ওলাইছে। চৰকাৰে যদি সেই দাবী মানি নলয় আমি মুখামুখিকৈযে সিহঁতৰ ওপৰত জপিয়াই পৰিব লাগিব।

পৰ্বত-ভৈয়ামৰ সকলো অসম বাসীয়ে একে মুখে বিদ্ৰোহৰ পাগনি মেলিবলৈ পোৱা নাই, তাৰ কাৰণ হ'ল বিপ্লবৰ নেতৃত্ব দিয়া লোকৰ অভাব। কিন্তু ইতিমধ্যে অসমৰ বিভিন্ন প্ৰান্তত যিবোৰ বিদ্ৰোহ হৈছে; বৃটিশ কুশাসনৰ বিৰুদ্ধে জ্বলি-পকি উঠিছে, তাৰ মূল কথাটো লক্ষ্য কৰিলে স্পষ্ট হৈ দেখা দিয়ে প্ৰজাৰ স্বাধীনতাৰ প্ৰতি থকা অসীম আগ্ৰহ মুক্ত হোৱাৰ চৰম বাসনা। পৰ্বত আৰু ভৈয়ামৰ লোকৰ স্বাধীনতাৰ বাসনা দীপ্ত হৈ উঠিছিল, প্ৰকাশিত হৈছিল দুখ-ক্ষোভ-ঘৃণাৰ মাধ্যমেৰে হোৱা এই বিদ্ৰোহবোৰত।

ইংৰাজ চৰকাৰৰ অন্যায-অত্যাচাৰ যিমানে বাঢ়িছে, কুশাসন কৰ-কাটলৰ হেঁচাই-যেতিয়া মানুহক জৰ্জৰিত কৰিছে, মানুহৰ মনত পূৰ্বৰ স্বাধীনতাৰ দিনত, আহোম ৰাজত্বৰ দিনত পোৱা সুখ-সুবিধাবোৰ মনত পৰি মানুহক বেছিকৈ অশান্ত আৰু বিদ্ৰোহী কৰি তুলিছে। এই বিদ্ৰোহী লোকক—পৰ্বতৰে হওক বা ভৈয়ামৰে হওক একত্ৰিত কৰি উপযুক্ত নেতৃত্ব দি আগুৱাই নিব পাৰিলেই শাসকহঁতৰ হ'ব চৰম পৰাজয়—অসমে দলিযাই পেলাব বন্ধনৰ শৃঙ্খল, অসমীয়া আকৌ হ'ব মুক্ত, স্বাধীন। এই নেতৃত্ব দিব পাৰিব মণিৰাম দেৱানে। তেওঁ নেতৃত্ব দিবলৈ আগুৱাই আহিছে। আমি সকলোৱে তেওঁক কৰিব লাগিব মনে-প্ৰাণে সহায়-সাহাৰ্য্য। সাজু হ'ব লাগিব আত্ম বলিদানৰ বাবে। সেই সময় অতি সমীপতে আৰু তাৰেই চলাইছোঁ

আমি প্রস্তুতি। প্ৰতিজনেই নিজৰ সামৰ্থ অনুসাৰে আমাক সহায় কৰিব লাগিব। দেৱানৰ ইঙ্গিত পালেই চূড়ান্ত বলিদানৰ বাবে আমি জপিয়াই পৰিব লাগিব।

মেলা শেষ হওঁতে পুৱাৰ কুকুৰা-ডাক পৰিল। এন্ধাৰৰ ভিতৰতে সকলোৱে ভাগে ভাগে সভা-স্থল এৰিব লাগিব বনমালী বাহু ভ্ৰমৰকৈ ওলাই আহিলে আলিলৈ।

লক্ষণ চিং ডেকা যে সিহঁতৰ সেনাপতি আছিল, ভাবিলেই সি গৌৰৱ বোধ কৰে। লক্ষণ, বনমালী আৰু সি ৰহাৰ পাঠশালাত পঢ়িছিল। ১৮৪৩ চনত সিহঁতে পঢ়াশালিত নাম লিখাইছিল। সিহঁতৰ শিক্ষক আছিল পুৰন্দৰ গোসাঁই। তেওঁ সিহঁতক বৰ মন দি পঢ়ুৱাইছিল। তেওঁৰ মুখতে সিহঁতে প্ৰথম জানিছিল যে চাহাবহঁতে দেশ লোৱাৰ কিছু দিন আগলৈকে মোৱামৰীয়া বিদ্ৰোহ আৰু মানৰ আক্ৰমণৰ সময়তো—আনকি সত্ৰ, টোল আৰু পাঠশালাত আপোন প্ৰথাৰে শিক্ষা-দীক্ষা দিয়াৰ ব্যৱস্থা আছিল। এইবোৰত সাধাৰণতে সৎজীৱন যাপন কৰাৰ বাবে ধৰ্মীয় কথা-বতৰা শিকোৱা হৈছিল। মানুহৰ মন বহল কৰিব পৰা শিক্ষা-ব্যৱস্থা বৰকৈ নাছিল।

১৮২৬ চনৰ অক্টোবৰত স্কট চাহাবে ভাৰত চৰকাৰৰ অনুমতি লৈ ১১ খন পঢ়াশালি পাতে। প্ৰায়বোৰ টোল অসমতে পাতিছিল আৰু তাত সংস্কৃত আৰু শাস্ত্ৰ পঢ়াইছিল। ১৮৩১ চনত জেমচ্ ৰে নামৰ পাদুৰী এজনে গুৱাহাটীত আৰু এখন পঢ়াশালি পাতিছিল। ইয়াত অন্যান্যবোৰৰ বাহিৰেও সাধাৰণ বিজ্ঞান, ইংৰাজীৰ পৰা বঙ্গালীলৈ ভাঙনী কৰি পঢ়াইছিল। ১৮৩৫ চনত চৰকাৰে ২১ খন পঢ়াশালি কামৰূপত পাতে। ১৮৪৩ চনত দৰঙত দুখন আৰু নগাঁৱত ১২ খন প্ৰাথমিক পঢ়াশালি চৰকাৰে পাতে। সিহঁতে পঢ়া এই ৰহাৰ পঢ়াশালি-খন ১৮৪২ চনত পতা হয়। খৃষ্টিয়ান পাদুৰী নাথান ব্ৰাউন আৰু ওলিভাৰ কাট্টাৰে ১৮৩৭ চনৰ ৬ জানুৱাৰী তাৰিখে সদিয়াত এখন সুন্দৰ পঢ়াশালি পাতে। ১৮৪৫ চনত এমেৰিকান বেপাটিষ্ট মিছনেৰীয়ে নগাঁৱত তিনিখন, কামৰূপত পাঁচখন আৰু শিৱসাগৰত চৈধ্যখন পঢ়াশালি

পাতে। এওঁলোকে অসমীয়া মাধ্যমেৰে পঢ়াইছিল। তাৰ বাবে অসমীয়া শিকি বুজি লৈছিল। ব্ৰনচন চাহাবে নামচাং আৰু নগাঁৱত একোখনকৈ কাৰিকৰী পঢ়াশালি পাতিছিল। লাট চাহাব মাকোলেই জেনকিন্স চাহাবৰ আঁচনিত অনুমোদন দি ১৮৩৫ চনৰ জুন মাহত গুৱাহাটীত পোন প্ৰথমে ইংলিছ স্কুল পাতিবলৈ ঠিক কৰিলে। পিছৰ মাহতে চিঙ্গাৰ চাহাবক হেডমাষ্টৰ পাতি দৰমহা দিলে মাহে এশ পঞ্চাশ টকা। সেই বছৰৰে শেষৰ ফালে স্কুলৰ নাম ভৰ্ত্তি আৰম্ভ হ'ল। স্কুলত ল'ৰা আহিবলৈ ধৰিলে। ১৮৩৮ চনত ছাত্ৰ সংখ্যা ১৫০ হ'ল আৰু ১৮৪০ত ছাত্ৰ সংখ্যা ৩৮০ পালেহি। ১৮৪৮ চনত সি ইয়াতে নাম লগালে। লক্ষন চিং সেনাপতিক ইয়াত পঢ়ুৱাবলৈ কিমান যত্ন কৰিছিল পিতায়েকে, কিন্তু মান্তি কৰাব নোৱাৰিলে। ইংলিছ শিকিলে হেনো মানুহ বিজতৰীয়া হ'ব, নিজক পাহৰিব। সেই সময়তে ৰাহিয়াল বৰুৱাৰ পুতেক শিৱৰাম তাতকৈ দুই শ্ৰেণীৰ ওপৰত ইয়াতে পঢ়িছিল। গুণাভিৰাম বৰুৱাক সি শিৱৰাম বৰুৱাৰ লগত তাতে প্ৰথম দেখা তাৰ ভালকৈ মনত পৰে। ছবছৰ থকাৰ পিছতেই তাৰ পিতায়েক ঢকুৱাত শিক্ষা সাং নকৰাকৈয়ে সি উভতি আহে। ১৮৪১ চনত আনখন ইংলিছ স্কুল ডি চৌজা চাহাবক হেডমাষ্টৰ ৰূপে শিৱসাগৰৰ প্ৰতিষ্ঠা হয়।

তাহাঁতৰ হেডমাষ্টৰ আছিল ৰবিন্‌চন চাহাব। চাহাব বৰ দয়ালু আৰু কাঢ়া শিক্ষক আছিল। তাক চাহাবজনে বৰ মৰম কৰিছিল। বঙ্গালী শিক্ষকজনে শ্ৰেণীত কেতিয়াও এটাও অসমীয়া মাত নামাতিছিল যদিওবা তেওঁ অসমীয়া ভালকৈ জানিছিল। চাহাবে বৰঞ্চ অসমীয়াৰে কথা-বতৰা পাতিছিল।

তাৰ ভালকৈ মনত পৰে ১৮৫২ চনত নগাঁৱত ১৩ খন প্ৰাথমিক পঢ়াশালি আছিল। শিক্ষকে কৈছিল গোটেই অসমত সৰ্বমুঠ ৭৪ খন পঢ়াশালি আছিল, তাৰে ২৬ খন কামৰূপত শিৱসাগৰত ৯ খন আছিল।

অসমত ছোৱালীৰ শিক্ষা-দীক্ষাৰ ব্যৱস্থা নাছিল। বোটিয়েকহঁতৰ পৰা ছোৱালীয়ে বৰলৈ-কাটিবলৈ, ঘৰুৱা কাম-কাজ কৰিবলৈ শিকিছিল

যদিও ছোৱালীৰ মুকলিকৈ শিক্ষা-দীক্ষা লোৱাৰ কোনো ব্যৱস্থা নাছিল। ধনী আৰু আগবঢ়া পৰিয়ালৰ বোৱাৰী-জীয়াৰীক ঘৰত পঢ়া-শুনা শিকাইছিল। তিৰোতা মানুহে পঢ়া-শালিত শিক্ষা লোৱাটো মাৰাত্মক বেয়া কথা বুলি সকলোৱে ভাবিছিল। পঢ়া-শুনা কৰা কোনো ছোৱালীক কেৱে বিয়া-বাৰু নকৰাইছিল পাদ্ৰীসকলে তিৰোতাৰ শিক্ষাৰ বাবে অহোপুৰুষাৰ্থ কৰিছিল আৰু 'অৰুনোদই'ৰ যোগে এই বিষয়ত প্ৰচাৰ চলাইছিল। শ্ৰীমতী ব্ৰাউন আৰু শ্ৰীমতী কাৰ্টাৰে ১৮৪০ চনত পোন প্ৰথম শিৱসাগৰত, ১৮৪৩ চনত ব্ৰনচন চাহাবে নগাঁৱত, ১৮৫৩ চনত শ্ৰীমতী কাৰ্টাৰে গুৱাহাটীত ছোৱালীৰ পঢ়াশালি পাতে। উচ্চ জাতৰ গোড়া হিন্দুৱে সম্ভ্ৰান্ত আৰু ৰক্ষণশীলসকলে পঢ়া-শালিলৈ ছোৱালী নপঠোৱাত, পাদ্ৰীসকলৰ তত্বাৱধানত ৰাখিবলৈ ইচ্ছা নকৰাত, আনহাতে তেওঁলোকে ইংৰাজী পঢ়াটোও ঘিণ কৰাত এটা সমস্যা হৈছিল। উপায়ন্তৰ হৈ পাদ্ৰীসকলে মাউৰা, দুখীয়া-নিছলাৰ ছোৱালী বিচাৰি পঢ়াশালিলৈ আনিব লগা হৈছিল। এই পঢ়াশালিবোৰত লিখা-পঢ়াৰ বাহিৰেও চিলোৱা, কাপোৰ বোৱা, গোঠা-মোঠা আৰু ঘৰুৱাহী কাম-কাজো শিকাইছিল। নগাঁৱৰ মিচন পঢ়াশালিত ছোৱালীয়ে পঢ়িছিল। ছোৱালী তেওঁলোকে বিচাৰি আনিছিল। পাদ্ৰীৰ পঢ়া-শালিত অসমীয়া মাধ্যমত পঢ়া-শুনা হৈছিল, অথচ চৰকাৰে পতা পঢ়াশালিত বঙ্গালী মাধ্যমত পঢ়িব লাগে। সিহঁতৰ বহাৰ পঢ়াশালিত ছাত্ৰ আছিল মুঠতে দেৰ কুৰি। পঢ়াৰ মাধ্যম বঙ্গালী হোৱাত উপায়ন্তৰ হৈ সিহঁতে ভাটৌৰ দৰে বুজাই নুবুজাই মুখস্থ কৰিছিল।

দেশৰ, দহৰ সকলো কথা শিকিবৰ আৰু জানিবৰ একমাত্ৰ স্থল আছিল এই পঢ়াশালিবোৰ। সিহঁত তৃতীয়মান শ্ৰেণীত থাকোঁতে ৰহিয়াল বৰুৱাৰ ঘৰৰ পৰা পুৰণি অৰুনোদই আনি শিক্ষকে তেওঁলোকক পঢ়ি শুনাইছিল। সি এইবোৰত বৰ ৰস পোৱা নাছিল, কিন্তু লক্ষণ চিং সেনাপতিয়ে ভেবা লাগি বাতৰিবোৰ শুনিছিল। সেইবোৰ হ'লে তাৰ বৰ মনত ৰৈছিল। পঢ়াশালি ছুটীৰ পিছত সি সিহঁতক অৰুনোদইৰ বতৰাৰ ওপৰত প্ৰশ্ন কৰিছিল। উত্তৰ দিব নোৱাৰিলে

চিটিকনি লৈ কোবাইছিল। নিজৰ দেশত ঘটা ঘটনাবোৰ সকলোৱে জানিব লাগে। এয়া তাৰ আছিল মতামত। সি যে পঢ়া কিতাপৰ কথা একোকে নাজানে তাৰৈ তাৰ মুঠেই খিয়াল নাছিল।

অন্য বিষয়ত লক্ষণ চিং বেয়া হ'লেও কিছুমান পাঠ সি মুঠেই নাপাহৰিছিল। শিক্ষক মহোদয়ে নগাঁও জিলাৰ দিয়া বিবৰণ তাৰ কণ্ঠস্থ আছিল। ১৮৫৩ চনত নগাঁও জিলাৰ আয়তন আছিল ৮৭৬৯ বৰ্গমাইল। ইয়াৰ উত্তৰে ব্ৰহ্মপুত্ৰ নদী, পূৱে ধনশিৰি আৰু দৈয়াং আৰু আঙ্গামীসকলে দখল কৰি থকা অনিৰ্দিষ্ট সীমা, পশ্চিমে কামৰূপ জিলাৰ দুমৰীয়া মৌজা, দক্ষিণে জয়ন্তীয়া আৰু কাছাৰৰ ত্যলিঙ্গু নদী আৰু অসমক মণিপুৰৰ পৰা পৃথক কৰা পৰ্বতমালা।

নগাওঁ জিলাৰ জনসংখ্যা কিমান লক্ষণ চিঙৰ মুখস্থ আছিল। কিয় জানো জিলাখনৰ সকলো কথা খৰচি মাৰি জনাৰ বাহিৰেও গোটেই ৰাজ্যখনৰ খা-খবৰ সি ৰাখিছিল আৰু এবাৰ শুনিলে কেতিয়াও নাপাহৰিছিল। সিহঁতক বাৰে বাৰে নগাঁৱৰ জনসংখ্যাৰ কথা কওঁতে সিহঁতে মনত ৰাখিব নোৱাৰিছিল, কিন্তু সেনাপতিয়ে কৈ দিব পাৰিছিল ২৪১৩০০ জন। শিক্ষকে এবাৰ কৈছিল নগাঁৱত একলাখ আঙ্গামী নগাই বাস কৰিছিল পাহাৰীয়া অঞ্চলবোৰত কুকি নগা-বছাৰী লালুং-মিৰিৰ আদিৰ বসতি আছিল। কিলিঙৰ পৰা ধনশিৰিলৈকে ৰেঙ্গামী নগাসকলে বস-বাস কৰিছিল। তাত ৫২ খন গাঁৱত মাত্ৰ ৫২৫ ঘৰ মানুহে কৰ দিছিল। বাকী অঞ্চলৰ কথা চৰকাৰেও নাজানিছিল। আঙ্গামী নগা বাস কৰা অঞ্চলটো মণিপুৰ পৰ্যন্ত নগাঁও জিলাৰ ভিতৰত আছিল। ইয়াৰ ৭৮ খন মান গাঁৱত ২,০১৩৯ ঘৰ মানুহ আছিল, লোক সংখ্যা ১০০৬৯৫ জন আছিল। তেওঁলোকে কৰ-কাটল দিব নেলাগে, ভৈয়ামলৈ আহিলে উপহাৰ আদি দি কৰ্তৃপক্ষক চালাম দিব লাগিছিল। নগাঁৱত ভৈয়ামলৈ আহি নগাই মাজে-সময়ে বয়-বস্তু কাঢ়ি-হুঢ়ি নিছিল। মানুহৰ মূৰ কাটি নিছিল, অথচ তাৰ একো বিচাৰ নহৈছিল। এবাৰ সি পঢ়াশালিলৈ যাওঁতে বাটত লক্ষণচিঙে তাক সুধিছিল, নগাঁৱৰ আটাইবিটা

মহলৰ নাম তাৰ মুখস্ত হ'লনে নাই। সেইদিনা বোলে শিক্ষকে পঢ়াশালিত সুধিব। সি বিপাণ্ডত পৰি তাক নামবোৰ সোধোতে সি সল-সঙ্গীয়াকৈ কৈ যোৱাৰ বাহিৰেও, কোন মহলত মানুহ বেছি, খেতি-বাতি ভালকৈ হয়—আদি এনে ভাবে কৈছিল বুলিবা সি দেখিহে আহিছে।

বুজিছ বাপু, নগাঁও জিলাৰ চেধ্যাটা মহলৰ ভিতৰত নগাঁও মহলটোৱেই অতি ধুনীয়া আৰু ইয়াৰ গাঁওবোৰ কলঙৰ দুয়ো পাৰে বিয়পি থকা জনবহুল অঞ্চল। খেতি-বাতি ভালকৈ হোৱাৰ লগতে এই মহলটো বাকী মহল কিটাতকৈ উন্নতিশীলো। আমি থকা ৰহা মহলটো সেনচোৱাৰ পৰা বোকনী-চাপৰিলৈকে।

—লগতে সি কৈছিল।

হেৰ' আমাৰ মহলটো পাঁচজন ৰজাক ৰহিয়াল বৰুৱাৰ অধীনত শাসন কৰিবলৈ দি আহোম ৰজাই আমাক কিছু স্বাধীনতা অন্ততঃ দিছিল। চাহাবহঁতেহে তাক লোপ কৰি আনিছে।

শিক্ষকেতো আমাক পাঁচো ৰজাৰ কথা একো কোৱা নাছিল, এয়া তই পালি ক'ৰ পৰা?

—বাহুৱে সুধিছিল।

ৰহা মহলৰ প্ৰত্যেকটো বুঢ়া মানুহে জানে। সি টোপাকুছিৰ ৰজাৰ পৰা শুনা বুলি বুকু ফিন্দাই কৈছিল। মায়ং চাপৰি, কলিয়াবৰ, যমুনামুখ, মিকিৰ পাহাৰ, উত্তৰ কাছাৰ, জাগী আদি সৰ্বমুঠ ১৪ টা মহল আছে।

ক'তা, তইচোন ৯ টা মহলৰ নাম হে কলি। বাকী পাঁচোট কি?

— বাহুৱে সুধিছিল।

বাকীকিটাৰ সীমা চৰকাৰেই নিৰ্দ্ধাৰণ কৰি দিয়া নাই, নাম জানি কিটো হ'ব?

—লক্ষণচিঙে গেঙেৰী দি কৈছিল।

আন এদিন সি কৈছিল। নগাওঁ জিলাত হেনো চাৰিখন থানা আছে। শিক্ষকে থানাৰ কথা পঢ়োৱাই নাই বোলাত সি দম্ভ কৰি

কৈছিল।

আজি সুধি লবি—ৰহা, জাগী, যমুনামুখ আৰু কলিয়াবৰ মুঠতে চাৰিখন হয়নে, নহয়। শিক্ষকক বাছুৰে নোসাধা দেখি সেনাপতিয়েই সুধিছিল আৰু তাৰ উত্তৰটোৱেই শুদ্ধ হোৱাত সি তাৈল কেৰাহিকৈ চাই সন্তুষ্টি প্ৰকাশ কৰিছিল।

পঢ়াশালিত সদায়েই তাক লৈ শিক্ষকে বিচাৰ কৰিব লগাত পৰিছিল। সি আহোঁতে যাওঁতে সদায় লগৰ ল'ৰাক মাৰ-কিল কৰিছিল। সি কোনটো ল'ৰাৰ কিমান বল আছে, প্ৰমাণ কৰিবলৈ মল্ল-যুদ্ধলৈ আহ্বান কৰিছিল। এদিন সি তাৰ লগতো ফেপেৰি পাতিছিল। পিছত বাৰুকৈ এসেকা পালত সি তাৰ লগত পিছলৈ কেতিয়াও ফেপেৰি পতা নাছিল। দুৰ্বল ল'ৰাই তাৰ ওচৰত নতি স্বাকীৰ কৰিলে সি তাক মাৰ-ধৰ নকৰিছিল। এবাৰ সি শিক্ষকৰ ল'ৰাজনকো যুঁজলৈ আহ্বান দিছিল। বেচেৰা শান্ত-শিষ্ট ল'ৰাজনে যুঁজৰ আহ্বান গ্ৰহণ নকৰি শিক্ষকক গোচৰ দিয়াত পিছৰ দিনা আলিৰ ওপৰতে গুৰু-পুত্ৰক বহুত সময় আঠু কঢ়াই থৈছিল, কিন্তু তাক আনবোৰৰ দৰে মাৰ-ধৰ নকৰাৰ কাৰণ সোধাত সি হাঁহি হাঁহি কৈছিল:

ইহঁত যুঁজাৰু নহয়, বুজিছ দেখিলেই ধৰিব পাৰি। হয় সি শিক্ষক হ'ব, নহয় চৰকাৰৰ কেৰাণী-মহৰী হ'ব। সি শিক্ষকক গোচৰ দিয়াৰ বাবেহে তাক তেনে শাস্তি দিছিল। অতিকৈ আচৰিত কথা গুৰু-পুত্ৰই এই কথা শিক্ষক পিতাকৰ পৰা লুকুৱাই ৰাখিছিল। কেবাদিনৰ মূৰত লক্ষণ চিঙে তাক আকৌ আগুৰিলে আৰু তাৰ ওচৰত নতি স্বীকাৰ কৰিবনে নকৰে সোধাত গুৰু-পুত্ৰই কোৱা কথাষাৰ আজিও তাৰ মনত পৰিলে আচৰিত লাগি যায়।

তই মহা যুঁজাৰু লক্ষণ। তই যুঁজিয়েই মৰিবি। যুঁজেই তোৰ ধৰ্ম। মই তোৰ ওচৰত পৰাজিত কাৰণেই তই ৰাজ-আলিত আঠু কঢ়াই থওঁতেও মই কাকো নকলোঁ।

সকলোকে আচৰিত কৰি লক্ষণ চিঙে তাৰ মুখত এটা চুমা খাই কৈছিল:

তই ঠিক কৈছ সূৰ্য্য। মই যুঁজহে বিচাৰোঁ। সমানৰ লগত মই যুঁজ কৰি ভাল পাওঁ। আমিতো যুঁজিবলৈহে জনম লৈছোঁ। মই যুঁজিম বাহু-বলেৰে, শকতিৰে; তই যুঁজিবি বুদ্ধিৰে। তই বুদ্ধিৰ বলেৰেই আজি মাৰ খোৱাৰ পৰা বাচিলি। সেয়ে তোৰ বুদ্ধিৰ প্ৰশংসা কৰিলোঁ। তোৰ-মোৰ দৃষ্টি সম্পূৰ্ণ বেলেগ, কিন্তু দুয়োটাই যুঁজৰ কুকুৰা। আমি যুঁজিয়েই মৰিব লাগিব।

ভয়ত পেপুৱা লগা সূৰ্য্যাই তাৰ কথাত হোঁহোঁকৈ হাঁহি দিছিল। আমি চাই থকা বোৰেও লক্ষণ চিঙক বাঃ বাঃ দিছিলোঁ অন্তৰেৰে, তাৰ বিচাৰ-বুদ্ধিৰ বাবে।

পঢ়াশালিত সি আমি নভবা-নিচিন্তা কথাবোৰ শিক্ষকক সোধে। সি প্ৰায়েই কৈছিল ঃ

যি নিজৰ দেশৰ ইতিবৃত্ত নাজানে, জানিব নোখোজে, যি নিজৰ জাতিৰ নামত গৌৰব-বোধ নকৰে—সি মানুহ নহয়। বুৰঞ্জী জানিবলৈ হ'লে দেশখনৰ ভৌগোলিক পৰিস্থিতি গুৰি-গছ মাৰি জানিব লাগিব। ঘৰখনৰ কথা জানিবলৈ হ'লে গাঁওখনৰ কথা, গাঁওখনৰ কথা জানিবলৈ হ'লে অঞ্চলটোৰ কথা জানিব লাগিব। অঞ্চলটোৰ কথা জানিলেই ক্ৰমান্বয়ে দেশখনৰ কথাও জানিবি।

তাৰ কথাবোৰ শুনি বনমালীয়ে এদিন পেংলাই কৰি তাক কৈছিল ঃ

পঢ়াশালিলৈ গলে পঢ়া-শুনা কৰিব লাগিব, পঢ়া-শুনা শিকিব খুজিলে অঙ্কও জানিব লাগিব, তেহে দোকান-হাট কৰিব পাৰি; নহ'লে দোকানীয়ে ঠগিব, তিৰোতায়ো ঠগিব।

সি পঢ়া-শুনাত বিশেষকৈ অঙ্কত ওদা কাৰণেই বনমালীয়ে ঠাট্টা-মস্কৰা কৰিছে বুলি সিয়ো জানিছিল। আমি সকলোৱে ভাবিছিলোঁ, সি বনমালীক গুকলা-গুকল কৰিব। কিন্তু সকলোকে আচৰিত কৰি সি নম্ৰভাবে উত্তৰ দিছিল ঃ

অঙ্ক জানিলে দোকান-হাটেই নহয়, বহুতো কিবা-কিবি কৰিব পাৰি। ঋষি-মুনিসকলে পল-দণ্ডৰ হিচাব কৰি গ্ৰহ-নক্ষত্ৰৰ অৱস্থানৰ কথা

উলিয়াৰ পৰা কথা মই জানো। মোৰ তেনে মেধা নাই, সেয়া গুৰু-পুত্ৰহঁতে কৰিব। দোকান-হাটৰ হিচাবৰ কাৰণে অঙ্ক নাজানিলেও চলিব। অঙ্ক জানি পঢ়া-শুনা কৰি মই চৰকাৰৰ ঘৰত গোলামীও নকৰোঁ। নিজৰ ভাই-ককাই, আত্মীয়-কুটুম্ব, পৰিয়াল-পৰিজন কিটাই মূৰ দাঙি থাকিবৰ হ'লে তয়ো কিন্তু নিজৰ জাতিৰ বুৰঞ্জী, দেশৰ ভৌগোলিক পৰিস্থিতিও জনাৰ একান্ত দৰ্কাৰ। তই মোক ঠাট্টা কৰিছ বুলি মই বুজিছোঁ, কিন্তু কি কৰিবি, মোৰ মূৰে সেইবোৰ নধৰে। মল্ল-যুদ্ধ কৰিবলৈ ক, মই আছোঁ।

ইমান উদণ্ড লক্ষণ চিঙে ইমান বিনয়েৰে এইবোৰ গুৰু-গম্ভীৰ কথা ক'ব বুলি সিহঁত কোনেও ভবা নাছিল।

—এইবাৰ বনমালীক জব্দ কৰিবলৈ সি সুধিলে :

বোলো পণ্ডিত, নগাঁৱৰ আগৰ নাম আৰু ইয়াৰ সদৰ ঠাই আগতে ক'ত আছিল কোৱাচোন ?

বনমালী কিয় সি নিজেও এই বিষয়ে নাজানে। বনমালী চুপে-চাপে থকা দেখি ময়েই তাক সুধি পেলালোঁ :

কচোন লক্ষণ, আমি কিন্তু নাজানো। নগাঁৱৰ পুৰণি নাম খাগৰিজান বুলি জানো।

সি একোকে নক'লে।

সদৰ ঠাই ক'ত আছে কচোন তয়েই ?

এদিন শিক্ষকে কৈছিল :

ঘৰৰ কথা নাজানিলে, নগৈ নগাঁৱৰ কথা জানিবি ক'ৰ পৰা। ঘৰখনৰ ভাল কৰিব নোৱাৰিলে সমাজৰ ভাল কৰিবি কেনেকৈ ? পিতা-য়েৰৰ কথা নাজানিলে জাতিটোৰ কথা জানিবি ক'ৰ পৰা ? লক্ষণে মোক কৈছে নহয়--সি তেনে কথা উলিয়ালে বোলে তাৰ ইমান দীঘলীয়া কথা শুনিবলৈ তহঁতে নিবিচাৰ ?

শুনিব মুখুজিবিতো। বনমালীহঁতে হেনো অঙ্ক শিকি আমলা-কেৰাণী হ'ব বিচাৰিছে ! তহঁতৰ এইবোৰ জানিয়েই বা লাভ কি ? বাৰু শুন,

প্ৰথমতে নগাঁৱৰ সদৰ ঠাই নগাঁৱতে পাতিছিল। ১৮৩৩ চনত কিছু দিনৰ কাৰণে পুৰণিগুদামলৈ সদৰ ঠাই তুলি নিয়া হৈছিল। তাত সৰহীয়াকৈ ওখ ঠাই নথকাত ১৮৩৫ চনত ৰঙাগড়ালৈ সদৰ ঠাই পৰিবৰ্ত্তন কৰিছিল। পিছে ৰঙাগড়াও অস্বাস্থ্যকৰ বুলি প্ৰমাণ পাই ১৮৩৯ চনত পুনৰ নগাঁৱলৈ সদৰ ঠাই তুলি অনা হয়। ১৮৩৪ চনত নগাঁও জিলাৰ লোক সংখ্যা মাত্ৰ ৯০,০০০ জনহে আছিল। সেই বছৰেই অসমত ডাঙৰ ভূমিকম্প হৈ প্ৰভূত ক্ষতি কৰে। তেতিয়া নগাঁৱৰ বৰচাহাব আছিল ব্ৰডী চাহাব। বুজিছ বাচ্চু-বনমালী-ৰবি, এইবোৰ কথা তহঁতে জানি থোৱা ভাল। সময়ত কামত আহিব। এইবোৰৰ যথেষ্ট প্ৰয়োজনো আছে।

এতিয়া স্কুলচহে নগাঁৱৰ বৰচাহাব?

— বাচ্চুৱে সুধিলে।

লক্ষণে ব্ৰডী চাহাবৰ কথা আমাক কৈছিল। মাজৰ কিজন বৰচাহাবৰ নাম কি? নে ব্ৰডীৰ পিছতে স্কুলচ আহিছে?

— বনমালীয়ে শিক্ষকক সুধিলে।

কিয়, অঙ্ক-শাস্ত্ৰৰ মানুহে এইবোৰ জানিনো লাভ হ'ব কিটো? বাৰু শুনহঁক! ১৮২৬ চনৰ ২৪ ফেব্ৰুৱাৰী তাৰিখে ইষ্ট-ইণ্ডিয়া কোম্পানীৰ বিষয়া আৰু আভাৰ ৰজাৰ মাজত হোৱা সন্ধি-চুক্তিমতে অসম ইংৰাজৰ অধীনলৈ যায়।

মহাশয়, আহোম স্বৰ্গদেউসকলে এই চুক্তি-পত্ৰত চহী কৰিছিলনে নাই?

— ৰবিৰামে মাজতে সুধিলে।

স্বৰ্গদেউৰ কথা বাদেই, সেই সন্ধিত কোনো অসমীয়া মানুহেই চহী কৰা নাই। আনকি তেওঁলোকৰ মতামতো লোৱা নাছিল। সেই সন্ধি ইংৰাজ আৰু ব্ৰহ্মদেশ—দুই বিদেশী জাতিৰ ভিতৰতহে হৈছিল। সেই সন্ধি আমি মানি লব নেলাগে।

— লক্ষণে মাজতে চিঞৰি ক'লে।

মান বা নেমান সেয়া পিছৰ কথা।

—শিক্ষকে ক'লে।

অসম ইংৰাজৰ অধীনলৈ গ'ল। ইংৰাজে আজিও শাসন কৰি আছে। ইংৰাজে অসম লৈ়ে কেপ্তেইন মেথি, কেপ্তেইন ৰাদাৰ ফ'ৰ্দ আৰু কেপ্তেইন ব'গল চাহাবক দৰং, নগাঁও আৰু কামৰূপ জিলাৰ কলেক্টৰ পাতিলে। এওঁলোকে গভৰ্ণৰ জেনেৰেলৰ এজেন্ট ডেভিদ স্কট চাহাবৰ অধীনত কাম কৰিছিল। ১৮৩৪ চনৰ পূৰ্বলৈকে এই তিনিওখন জিলা এজন প্ৰিন্সিপাল এচিষ্টেণ্টৰ দ্বাৰা শাসিত হৈছিল। ১৮৩৪ চনতহে এই তিনিওখন জিলা পৃথক কৰা হয়।

গোৱালপাৰা জিলাখনৰ কথা দেখোন নকলেই।

— লক্ষণচিঙে মাজতে মাতিলে।

তেতিয়াৰ দিনত এই তিনিখন জিলাৰ লগতে গোৱালপাৰা জিলাখনো জিলা কলেক্টৰ চাহাবসকলৰ অধীনত ১৮৩৫ চনৰ ২ নং আইন অনুসৰি কলিকতাৰ সদৰ আদালতৰ তত্বাৱধানত ফৌজদাৰী আৰু দেৱানী বেঙ্গল বোৰ্ড অব ৰেভিনিউৰ জৰিয়তে কলেক্টৰী সংক্ৰান্তীয় কথাবোৰ নিষ্পত্তি কৰিছিল। তহঁতে এইবোৰ ৰবকৈ উৱাদিহ নাপাবি বুলি মই গোৱালপাৰাৰ কথা থাওকতে কম বুলি ভাবিছিলোঁ। ই লক্ষণ চিঙে নেৰিব বুলি জানিহে ভাঙ্গি-পাতি কৈছোঁ। তহঁত কোনে সুধিছিলি স্কনচ চাহাবৰ আগৰ নগাঁৱৰ বৰচাহাবৰ কিজনৰ নাম? শুন। বগলৰ পিচত প্ৰথম ব্ৰডী নগাঁৱৰ বৰচাহব বা জিলা বিষয়া হয়। ব্ৰডীৰ পিছত ৰবাৰ্টচন, ৰবাৰ্টচনৰ পিছত জেনকিন্স, জেনকিন্সৰ পিছত বাটলাৰ আৰু বাটলাৰৰ পিছত লেফটেনেণ্ট স্কনচ বৰচাহাব হয়।

লক্ষণ চিং সেনাপতিয়ে টোপাকুছিৰ বজাৰ পৰা এইবোৰ শুনি শুনি শিক্ষককো শ্ৰেণীত নানা প্ৰশ্ন সুধিছিল আৰু অসমৰ—বিশেষকৈ নগাঁৱৰ সকলো কথা সি ভালকৈ জানিছিল। সি আনকি আগতে মাটিৰ খাজনা, অন্য কৰ-কাটল আগতে কিমান আছিল, এতিয়া কিমান গুণ বাঢ়িছে, তাৰো খবৰ ৰাখিছিল। কিছুমান মানুহক কিছুমান বিশেষ গুণেৰে বিভূষিত কৰি কিবা নিৰ্দিষ্ট কাম সম্পাদন কৰিবলৈকে ঈশ্বৰে পৃথিবীলৈ পঠায়। লক্ষণ

চিণ্ডক আমাৰ সেনাপতি হৈ চাহাবৰ লগত যুঁজিবলৈকে সৃষ্টিকৰ্ত্তাই নগাঁৱলৈ পঠাইছিল হবলা। যিটো সময়ত সকলোৱে হা-ধন, হা-মাটি, হা-ঘৰ, সংসাৰ বুলি উফৰি ফুৰিছিল, লক্ষণ চিং সেনাপতিৰ ৰণ-প্ৰস্তুতি আৰু অসম আইক শৃঙ্খলমুক্ত কৰাবৰ বাবে কিবিজিইঁতক খেদি নি অসমৰ সীমা পাৰ কৰি দিয়াৰ চিন্তাতে ব্যস্ত আছিল ; ৰণৰ ভৰ-দুপৰতে সি আমাক এৰি ফাঁচী কাঠত ওলমিল। ভাবিলেই মনটো বেজাৰে ভাৰাক্ৰান্ত কৰি পেলায়। আৰু এটা লক্ষণ চিং নহ'বই, দুপজিবও।

– সি ভাবিলে।

ৰাতিপুৱাই জোনাকী আহি কাগজ এটুকুৰা কোনেও নেদেখাকৈ তাৰ হাতত দিলেহি। বৌটিয়েক ৰাধিকা গা ধুবলৈ পুখুৰীলৈ গৈছে। মনধন ঘৰত নাই। হাতত সাৰে ভৰি সাৰে ওলাই যোৱা বতাহীৰ চকু—তাইক যেন টেকেলা মহীধৰে দেখা নাপায়।

গধূলি কটহগুৰিৰ হেবেৰা লালুঙৰ ঘৰত বনমালী, নাৰায়ণ, মনেশ্বৰ, তিলৌ, জয়ধন. কেৰপাইকো খবৰ দিবা। যথা সময়ত পাবাহি। কাগজখন জাপি-কুচি ভালকৈ চুৰিয়াৰ খোচনত সুমুৱাই সি বাহিৰলৈ ওলাল। এতিয়াই সকলোকে খবৰ দিব লাগিব। তুপৰীয়া ভাত খোৱাৰ পিছতে যাত্ৰা কৰিব লাগিব। ভাগে ভাগে আটাইকিটা যাবলৈ মাজত যথেষ্ট সময়ৰ প্ৰয়োজন হ'ব। সি আৰু বনমালী একেবাৰে পিছত যাব। —বাহুৰে ভাবিলে।

বনমালীয়ে, সিয়ে হেবেৰা লালুঙৰ ঘৰ পাওঁতে গাঁৱৰ মানুহে খাই-বৈ শুলে। মানুহ প্ৰায় একুৰি পাঁচজনমান গোট খাইছে। জুইৰ চাৰিও-কাষে আটাইবোৰ বহিছে। লক্ষণ চিং সেনাপতি, ৰূপচিং; বংবৰ, মেৰচিং, চাংবৰ, চিবচিং, নৰচিং, মোলানকটাৰ ভিবি কমাৰ, লক্ষেশ্বৰ গাওঁ-কাকতি—মুখিয়াল আটাইবোৰ গোট খাইছেহি। নবাম চাউল-খোৱা এতিয়াও পোৱাহি নাই। বহা মহলৰ প্ৰায়বোৰেই আহিছে। দুৱাৰত শলখা মাৰিলে। কেৰকন, বীৰচিঙক নঙলা মুখত চকু ৰাখিবলৈ গোহালি ঘৰত থাকিবলৈ পঠোৱা হ'ল। গুৱা-পাণৰ যোগান ধৰি হেবেৰা লালুঙেও সেনাপতিৰ ওচৰ চাপি বহিল।

—লক্ষণ চিং সেনাপতিয়ে ভিবি কমাৰলৈ চাই সুধিলে ঃ

কমাৰশালৰ কাম শেষ হ'লনে ভিবি কাই? হাতত সময় একেবাৰে কম। জোৰ পুৰি হাত পালেহি। ধুঁৱৰ সঁজুলি আমাক লাগেই।

মোলানকটাৰ বৰ আহঁতৰ তলতে ডাঙৰকৈ ঘৰ সাজি ভালকৈ

আঁৰ-বেৰ দি শাল পতা হৈছে। বাৰজন ডেকাক কামত লগোৱা হৈছে। সঁজুলিৰ বাবে চিন্তা কৰি অন্য ফালেহে মন দিব লাগে।
—সেনাপতিৰ কথাত ভিবি কমাৰে ক'লে।
বাৰ-শ সৈন্যৰ বাবে অস্ত্ৰ-সস্ত্ৰ যুগুতাবলৈ ভিবি কমাৰৰ বাহিৰেও আৰু এখন কমাৰশালৰ ব্যৱস্থা কৰিবলৈ চাওবৰৰ ওপৰত দায়িত্ব পৰিল। খাৰ-বাৰুদ আৰু অন্যান্য সামগ্ৰীৰ তৈয়াৰ কৰিবলৈ বাঢ়ৈ, খনিকৰ নিয়োগ কৰাৰ দায়িত্ব আছিল হেবেৰা লালুঙৰ ওপৰত। কাৰফাই, চুতিয়া, ধেনু, যাঠি আদিৰ দায়িত্ব আছিল মহীকোঁচৰ ওপৰত। সকলোৰে যথাযথ খা-খবৰ লোৱাৰ পিছত সেনাপতিয়ে সকলোকে উদ্দেশ্য কৰি ক'লে:
—ৰণুৱাই ইংৰাজৰ ছিলৈ-বৰটোপলৈ ভয় কৰিব নালাগে। মই বৰুণৰ বাণেৰে সেই সকলোবোৰ ক'লা কৰি অকামিলা কৰি পেলাম।
—সেইদিনা লক্ষ্মণ চিং সেনাপতিৰ কথাৰ মূৰত সি কৈছিল।
সেনাপতিয়ে ঢালৰ চাটত ডাবিয়া তামোলৰ থুৰিপাত কটাৰ কথা আমি জানো নাজানো? সেনাপতিক দাৰে ঘপিয়ালেও নাকাটে।
—লক্ষ্মণ চিং সেনাপতিয়ে আকৌ ক'লে।
আমি শুনিছোঁ বহুতে কোৱা—বোলে ইংৰাজৰ উন্নত ধৰণৰ বন্দুক, বৰ-টোপৰ আগত পুৰণি কলীয়া অস্ত্ৰ-সস্ত্ৰৰে যুদ্ধ কৰি ইংৰাজক ঘটুৱা টান হ'ব। সেয়া কাপুৰুষৰ কথা। মনে-প্ৰাণে মাতৃ-ভূমিৰ বাবে লাগিলে বগা বঙালো মোগলৰ দৰে উফৰি পৰিব। সোতৰ বাৰ জানো মোগলক অসমীয়াই ঘটুৱা নাই? লাচিত সেনাপতিৰ হাতত মোগলে জুইৰ আওনি দেখাৰ দৰে ইংৰাজে লক্ষ্মণ চিং সেনাপতিৰ হাতত দেখিব। ৰণুৱা সকলে ঠিকমতে ঢাল-তৰোৱালে, কাৰফাই চলোৱাত পাৰ্গতালি দেখুৱাওক। ধনবল, জনবল, ৰচদৰ যোগানৰ চিন্তা নাই।
বিপ্লৱৰ জুয়ে লক্ষৌ, দিল্লী, আগ্ৰা, কানপুৰ, ঝাঁচি, অযোধ্যা, ব'ৰানসী, জৌনপুৰ, ফৈজাবাদ, এলাহবাদ আদি সকলো ঠাইকেই আগুৰি পেলাইছে। মুক্তি সংগ্ৰামত সকলো জপিয়াই পৰিছে। নানা চাহেব তান্তিয়া, টোপী কুমৰসিং, ভূপালসিং, আহমদছাহ, আজি মোল্লাহ খান, বঙ্গ বাপুজী

বাহাদুৰ ছাহ, ঝান্সী ৰাণীহঁতৰ সৈন্য দলক পৰাভূত কৰি ইংৰাজ সৈন্য আমাৰ ওপৰত জপিয়াই পৰাৰো সম্ভাৱনা নাই। নগাঁও জিলাত চাহাব-হঁতৰ যি কিটা সৈন্য আছে, তাক ফু-তে উকৱাই দিব পৰা হ'ব। অন্য ঠাইৰ পৰা চিপাহী অহাৰ পথ আগতেই বন্ধ কৰিব লাগিব। লুইত আৰু কলংখনত চোকা পহৰা থাকিব।

—সেনাপতিয়ে অনৰ্গল কৈ গল ঃ

মণিৰাম দেৱান থকালৈকে বগা বণ্ডালে আমাৰ কুটা এগছো অপকাৰ কৰিব নোৱাৰে। ৰহিয়াল বকৱাই প্ৰতি খোজতে আমাক সহায় কৰাৰ প্ৰতিশ্ৰুতি দিছে। আ চল যুঁজৰ বাবে আৰু বেচি পলম নহ'ব। প্ৰতিজনে সাজু হ'বৰ হ'লহি। অস্ত্ৰ-শস্ত্ৰ সম্পূৰ্ণ হ'লেই অস্ত্ৰ চালনাৰ শিবিৰ। ই শেষ হ'লেই দেৱানৰ ইঙ্গিত পোৱা মাত্ৰকে আমি কামত লাগি যাব লাগিব। আমাৰ সৈন্যসকলে প্ৰায়বোৰ অস্ত্ৰ চালনাৰ কৌশল ইতিমধ্যে আয়ত্ব কৰিছেই।

তেতেলিয়া ৰজাৰ বহাগী মেলালৈ হাতত দিন নায়েই। এই মেলা উপলক্ষে হোৱা ঢাল-তৰোৱাল, যুদ্ধ শিক্ষা দহ দিনৰ আগৰে পৰা হ'ব বুলি ৰজা-পোৱালিয়ে জনাইছে। এই কিদিনতে আমাৰ যুদ্ধ শিক্ষাৰ শেষ পৰীক্ষা পোৱা হ'ব। বাকী কিটা অংশই বাৰপুজীয়া, খাইগড়, টোপাকুছি, পৰাগাওঁ, মিকিৰ গাঁৱৰ পাঁচোৰজাৰ বহাগী মেলাতে যুদ্ধ শিক্ষাৰ সমাপ্তি হ'ব। দায়িত্বত থকা সকলে নিৰ্দিষ্ট দিনত মেলাত যোগ দিবলৈ ব্যৱস্থা-বোৰ সমাপ্ত কৰিব। আটাই কিখন বহাগী মেলাত মই পাল পাতি উপস্থিত হ'ম। সেয়ে ইয়াত সকলো সময়ত মোক নাপাব।

কুকুৰা ডাক পৰাৰ লগে লগে মেল ভাগিল। জোৰা জোৰ কৈ বিভিন্ন পথেদি বন্দুৱাসকল অন্তৰ্ধান হ'ল। বনমালী আৰু সি পাক-ঘৰৰ কাণৰ নওলাইদি ডাঙৰ আলিত ওলাল। বনমালীয়ে বাটত কোৱা কথাষাৰ তাৰ আজিও আখৰে আখৰে মনত আছে।

বাহু, অ' বাহু—লক্ষণ চিং সেনাপতিৰ চকুকিটা কেনেকৈ তিৰবিৰাই থাকে দেখিছ। সি পাৰিব অ' বাহু, সি পাৰিব।

## উত্তৰ

সেই দিনটোৰ কথা মনত পৰিলত বাস্তৱ আজিও আনন্দৰ সীমা নে'হোৱা হয়। ১৮৫৭ চনৰ চেপ্তেম্বৰ মাহৰ পহিলা তাৰিখ। দুৰ্গা-পূজাৰ সময়তে সিহঁতে আচল কামটো সমাধা কৰাৰ কথা। বকুৰাই লক্ষণ চিং সেনাপতি আৰু সিহঁতক স্পষ্টকৈ কৈছিল। কি আনন্দ সিহঁতৰ সেইদিনা। দেৱানো কলিকতাত লেফ্টেনেণ্ট গৱৰ্ণৰক লগ ধৰিবলৈ সেই চনৰ প্ৰথম ভাগতে গৈছিল। সঠিক তাৰিখ খাটাঙকৈ নজনালেও দেৱানে গৈ ভাত শেষবাৰৰ কাৰণে যত্ন কৰিবলৈ যোৱাৰ কথা সিহঁতে জানে। মণিৰাম দেৱান কলিকতাত থকা সময়তে মীৰাট, লক্ষ্ণৌ, কানপুৰত বিদ্ৰোহৰ অগনি দপদপকৈ জ্বলি উঠে। মোগলৰ শেষ বংশধৰ বাহাদুৰ-শ্বাহক দিল্লীৰ সম্ৰাট বুলি বিদ্ৰোহীসকলে ঘোষণা কৰে। ৰহিযাল বকুৰাৰ কি আনন্দ, কি স্ফুৰ্তি। ইংৰাজৰ শাসন-শোষণৰ বিৰুদ্ধে গঢ়ি উঠা কোটি কোটি ভাৰত-বাসীৰ শতবৰষৰ পুঞ্জীকৃত বেদনা কেনেকৈ বিদ্ৰোহৰ মাজেৰে ফুটি ওলাইছিল—বকুৰাই অনৰ্গল কৈ গৈছিল। অতি অলপ দিনৰ ভিতৰতে আগ্ৰা, দিল্লী, কানপুৰ, ঝান্সী, অযোধ্যা, বাৰানসী, জৌনপুৰ, ফৈজাবাদ, এলাহাবাদ আদি ঠাইত বিদ্ৰোহৰ অগনি জ্বলিছিল।—উশাহ নসলোৱাকৈ বকুৰাই কৈ গৈছিল মুক্তি-সংগ্ৰামত প্ৰাণাহুতি দি যাউতিযুগলৈ খিয়াতি ৰখা নানাচাহেব তান্তীয়া টোপী, ভূপাল সিং কুমৰসিং আজিমুল্লাহ খান, বঙ্গবাপুজৰী কথা। ১৮৫৬ চনৰ ২৯ মাৰ্চত ইংৰাজ কমাণ্ডাৰ এজনক মঙ্গল পাণ্ডেই বৰাকপুৰত গুলী কৰি বিদ্ৰোহৰ অগ্নি-শিখা জ্বলালে আৰু লাহে লাহে কেনেকৈ সকলো ঠাইতে বিদ্ৰোহ বিয়পি পৰিল, তাৰ কথা শেষ নহয় বকুৱাৰ মুখত। কেনেকৈ বীৰাঙ্গনা ঝান্সী ৰাণী লক্ষ্মীবায়ে মূৰত ৰেচমী

শিৰস্ত্ৰাণ পৰিধান কৰি, যেনেহৰ বালক দামোদৰ ৰওক পিঠিত বান্ধি লৈ ঘোঁৰাত উঠি যুদ্ধ কৰিছিল, কেনেকৈ নিজৰ ঝাঞ্চীক ইংৰাজৰ হাতত সমৰ্পণ নকৰিবলৈ "মেৰী ঝাঞ্চী নহি দুংগী" বুলি ইংৰাজ সৈন্যক অলা-কলা কৰিছিল, তাকো বক্তৰাই বৰ্ণনা কৰিছিল তেওঁৰ বিশ্বাস ভাজনসকলৰ সন্মুখত।

—স্বদেশৰ মুক্তিকামী বীৰ চিপাহীক প্ৰশংসা কৰি থকাৰ মাজতে বক্তৰাই কৈছিল :

দেৱানে বতৰা পঠাইছে।

এতিয়া আমাৰ পাল ; আবেদন-নিবেদনৰ সময় শেষ হৈ গ'ল। এতিয়া আমাৰ উদ্দেশ্য সমাপন হ'ব তৰোৱালৰ দ্বাৰা। মই আগতেই সময় সঙ্কেত আহি পৰাৰ লগে লগে তোমালোক জপিয়াই পৰাৰ কথা কৈছিলোঁ। সেই সময় আহি পৰিছে। ৰাতিক দিন কৰি নিজক তৈয়াৰ কৰা ৰণুৱাসকলক সাজু কৰা। এই দুৰ্গাপূজাতে সেই কাম সমাপন হ'ব।

কেতিয়া আমি শেষ কৰ্ত্তব্যৰ বাবে খোঁজ পেলাব লাগিব ?

—সেনাপতিয়ে সুধিলে।

এই দুৰ্গাপূজাৰ ভিতৰতে।

অকল নগাঁৱতে এই কাম হ'বনে, সমুদায় ৰাজ্যতে ইয়াৰ বাবে প্ৰস্তুতি সম্পূৰ্ণ হৈছে ?

অধৈৰ্য্য নহ'বা চান লক্ষণ চিং। তাকে কবলৈহে তোমালোক বাৰজনক মাতি আনিছোঁ। সুন্দৰ বতৰাত ময়ো আত্মহাৰা হৈ পৰিছোঁ। এতিয়া যে কামৰহে সময় মই পাহৰিয়েই গৈছোঁ। সকলো কথা বিতংকৈ আলোচনা আৰু প্ৰতিটো খোঁজ, প্ৰতিটো কামৰ দায়িত্বৰ কথা আজিয়েই পাতিম। ইমান দিনে তোমালোকক সকলো কথা ভাঙ্গি-পাতি কোৱা নাছিলোঁ। আজি কথৰ সময় উপস্থিত হৈছে। সেয়ে তোমালোকক মাতিছোঁ। ইমান দিনৰ পৰিশ্ৰম আৰু যা-যোগাৰ আৰু তোমালোকৰ ৰণ-শিক্ষাৰ প্ৰকৃত পৰিচয়ৰ সময় অতি সমীপতে। মাত্ৰ হাতত কেটামান দিন বাকী। অকল ৰণুৱাসকলৰ বাৰটা ভাগৰ বাৰজন মুৰব্বীক মাতি আনোতেই

সিহঁতে কিবা এটা বিশেষ সময় আহি পৰাৰ কথা অনুমান কৰিয়েই আহিছে। বকৰাৰ ইমান পৰৰ কথাই কিন্তু তেনে ইঙ্গিত দিয়া নাছিল। দেশৰ বিভিন্ন অঞ্চলৰ কথা কৈ কৈ আচল কথালৈ আহিল বকৰা। সিহঁত বাবোজনে বকৰাৰ মুখলৈ চাই কি কয় অপেক্ষাত ৰ'ল। বকৰা আকৌ গহীন-গম্ভীৰ হ'ল। কিবা বিশেষ কথা কব বুলি ধৰি লোৱা বাবেই সিহঁতে একোকে নক'লে।

—বকৰাই প্ৰথমতে আৰম্ভ কৰিছিল:

মই প্ৰথমতে লক্ষণ চিং সেনাপতিৰ পৰা জানিব বিচাৰোঁ আমাৰ ৰণ-প্ৰস্তুতি সম্পূৰ্ণ অৱস্থাত আছে বুলি ধৰি লব পাৰোঁনে নোৱাৰো? আজি চাৰি বছৰে কৰা যুদ্ধ-শিক্ষা আৰু অস্ত্ৰ-সস্ত্ৰ, খাৰ-বাৰুদৰে লাগ বুলিলেই জপিয়াই পৰিব পৰা অৱস্থাত আছে বুলি ধৰিব পাৰিনে নোৱাৰি?

আমি সকলো ফালে সাজু আছোঁ। যি কোনো সময়তে আমি সদৰৰ চিপাহীৰ চকী দখল কৰিব পৰা অৱস্থাতে আছোঁ।

মই তেনেকৈয়ে বুজি আছোঁ। অহা সপ্তাহৰ পৰা দুৰ্গাপূজালৈকে ৰণুৱাসকল ঘৰে ঘৰে নাথাকি এঠাইত গোট খাই থকাৰ ব্যৱস্থা কৰিব পৰা হ'বনে নহয়?

ৰচদ-পাতিৰ ব্যৱস্থা হ'লে ন'হবৰ কি কাৰণ আছে? বাৰ-শ ৰণুৱাৰ তিনি মাহৰ ৰচদ-পাতিৰ ব্যৱস্থা সম্পূৰ্ণ হৈ আছে বুলিব পাৰি। ভিৰি কমাৰৰ শালৰ ওচৰৰ বুঢ়ামোলানকটাত থকা ঘৰবোৰত সোমবাৰৰ পৰা ৰণুৱাবোৰ সোমাই পৰিব লাগে। তাৰ ৰখীয়াজনক আগতে জনোৱা ভাল।

আগতীয়াকৈ গোট খালে কথাটো জনাজনি হৈ যায় নেকি?

—বাহুৰে মাতিলে।

টোপাকুছি গাঁৱৰ পৰা মণিপুৰ টোপ গাঁৱলৈ যোৱা পথৰ কাষৰ বুঢ়ামোলানকটা নিৰ্জন ঠাই। হাবি-বনেৰে আগুৰা ঠাইখনত সকলো সময়তে সোমাই থাকিলে কেৰে দেখা নাপায়। লগতে তাত গোট খোৱাৰ কিবা এটা অজুহাতো উলিয়াব লাগিব। আনহাতে সেই ফালে মানুহ নাযায়।

—ৰূপচিঙে নিজৰ মতামত প্ৰকাশ কৰিলে।

তেন্তে সেইমতেই হ'ব। টোপাকুছিৰ ৰজাই সকলোবোৰ কৰিব। ইমান অটব্য-অৰণ্যলৈ অন্য মানুহ নাযায়, সেইবাবেই তাত আমাৰ চকী পতা হৈছে। তোমালোক নিশ্চিন্তে থকা। ওচৰৰ মানুহ যাতে চুপে-চাপে থাকে তাৰহে ব্যৱস্থা কৰিব লাগিব। পূজালৈ মাথোন সোতৰ দিনহে বাকী। ভিৰি কমাৰক অস্ত্ৰ-শস্ত্ৰ চোৱা-চিতা কৰিবলৈ কোৱাই আছে। সোমাবাৰৰ আগতেই বন্দ-পাতি তাত গোট খাবগৈ। সেইবাবে ভাবিব নেলাগে। সোতৰ দিন নতুন উত্তমেৰে লাগিব লাগিব। বিশেষকৈ মনোবল অটুত ৰাখিব লাগিব।

—বকৰাই ক'লে।

পূজাৰ দিনতে কাম আৰম্ভ কৰিবলৈ দেৱানে জনাইছেনেকি ?

—লক্ষ্মণ চিং সেনাপতিয়ে সুধিলে।

হয় ; সেই দিনটো আমাৰ কাৰণে জীৱন-মৰণৰ দিন। দেৱানো সেই সময়তে আহি পাবহি। গোটেই ভাৰতবৰ্ষ জুৰি চিপাহী বিদ্ৰোহত দেশ তল-ওপৰ হৈছে। নগাওঁ কিম্বা অসমত চাহাবহঁতৰ বেচি সৈন্য-বল নাই। বাহিৰৰ পৰাও নতুনকৈ সৈন্য আনিবৰ উপায় ইহঁতৰ নাই। দেৱানে সেইদিনটোকে নিৰ্দিষ্ট কৰিছে। কাৰণ ইংৰাজৰ ভৰিৰ তলৰ পৰা মাটি ইতিমধ্যেই আঁতৰি গৈছে। এইটোৱেই সুবৰ্ণ সুযোগ। এই সুযোগ নষ্ট কৰিলে আৰু তেনে সুযোগ কেতিয়াও নাহিব। তিনিদিন হ'ল, ওপৰ অসমৰ পৰা বতৰা আহিছে। কলিকতাৰ পৰা পঠোৱা দূতজনে সাতোৰজা, পাঁচোৰজা, গোহাই-লস্কৰ-সকলৰ লগত আলোচনা কৰি কালি মাত্ৰ উভতি গৈছে। দেৱানে স্বৰ্গদেউ কন্দৰ্পেশ্বৰ সিংহলৈ দিয়া পত্ৰৰ বিৱৰণ আমাক জনাইছে। সেয়া ৰণুৱাৰ জনাৰ প্ৰয়োজ নহ'ব।

ওপৰ অসমৰ প্ৰস্তুতিৰ বিষয়ে জানিলে যোগসূত্ৰৰ ক্ষেত্ৰত সুবিধা হ'ব।

—মহীকোঁচে অসম জুৰি প্ৰস্তুতিৰ বিষয়ে জানিব বিচাৰিলে।

যোগসূত্ৰ মই ৰক্ষা কৰিম। তথাপি প্ৰস্তুতিৰ সম্যক বিৱৰণ মই

তেওঁলোকক কওঁ :

এই চিপাহীসকল বিদ্ৰোহৰ আগলৈকে ডিব্ৰুগড় আৰু গুৱাহাটীৰ অসম লাইট ইনফেনট্ৰি বেটেলিয়ন চৰকাৰৰ প্ৰভুভক্ত, আজ্ঞাৱাহী আৰু বিশ্বাসী আছিল। এই বেটেলিয়নটো বিভিন্ন জাত-পাত আৰু গোষ্ঠীৰ লোকেৰে গঠিত আছিল। তেওঁলোকে নেপালী, মণিপুৰী, ৰাভা, জৰোৱা, ডৱানিহাসকল ইমান বুজা-পৰাকৈ চলিছিল যে তেওঁলোকক চৰকাৰৰ বিৰুদ্ধে অনা কঠিনেই নহয়, সাধ্যাতিতো আছিল বুলিব পাৰি। দেৱানে কিয়, আনকি চিপাহী বিদ্ৰোহৰ আনবোৰ নেতায়ো তেওঁলোকৰ সাহায্য আশা কৰিব পৰা নাছিল। এই বেটেলিয়ন কিটাৰ আনকি দেছুৱালী চিপাহীবোৰেও উত্তৰ ভাৰতত হোৱা বিদ্ৰোহৰ প্ৰতি অন্যমনস্ক আছিল। কিন্তু অৱস্থাৰ পৰিবৰ্তন ঘটিল আশাতীত ভাবে। জগদীশপুৰৰ কোঁৱৰ কুনাৰ সিং ইংৰাজৰ পৰা আতৰি অহাত আৰু বিহাৰৰ দানাপুৰ ৰেজিমেণ্টৰ চিপাহীবোৰে বিদ্ৰোহ ঘোষণা কৰাত অসমৰ লাইট ইনফেন্ট্ৰিত থকা চিপাহীবোৰো অশান্তিত ভুগি ধৰফৰাবলৈ ধৰিলে। সন্ন্যাসী-কবিৰাজ আদিৰ যোগে, বাতৰি-কাগজৰ যোগে, চিপাহীবোৰৰ ঘৰৰ পৰা অহা চিঠি পত্ৰবোৰৰ দ্বাৰা সিহঁতে জানিলে উত্তৰ ভাৰতত জাকে জাকে চাহাব-মেমবোৰক হত্যা কৰি সিহঁতৰ নিজা-মানুহে হিন্দুস্থানৰ সৰহবোৰ ঠাই দখল কৰিছে আৰু শীঘ্ৰে চাহাবহঁত অসম আৰু বেঙ্গলৰ পৰাও খেদা খাবলৈ বাধ্য হ'ব। গোলাঘাটৰ চিপাহীৰ বেৰেকলৈ স্বৰ্গদেউ কন্দৰ্পেশ্বৰ সিংহই দেৱানৰ পৰামৰ্শমতে দুজন বিশ্বাসী দূত পঠাই সিহঁতক জনাই দিয়াইছে যে স্বৰ্গদেৱে সিহঁতৰ দৰমহা দুগুণলৈ বঢ়াব, থলুৱা বিষয়াসকলক জংগী পল্টনৰ সমানে দৰমহা দিব —যদিহে সিহঁতে একেলগ হৈ তেওঁক ৰজ্য ঘূৰাই দিব পাৰে। একে ধৰণৰ বতৰা শিৱসাগৰ, ডিব্ৰুগড় আৰু চৈখোৱাত থকা চিপাহীসকললৈও পঠোৱা হৈছে। চাৰিং ৰজাৰ পত্ৰ লৈ চিপাহীয়ে আহাৰ মাহৰ শেষৰ ফালে কিম্বা শাওণ মাহৰ আৰম্ভতে থলুৱা বিষয়া আৰু হুকুমদাৰী চিপাহীক লগ ধৰি কথা আদায় কৰিছে; লগতে বিভিন্ন অঞ্চলৰ মুখিয়াল

লোকসকলেও একে সময়তে বিদ্ৰোহত জপিয়াই পৰাৰ কথা চূড়ান্ত হৈছে। ঠিক দুৰ্গাপূজাৰ সময়তে সকলো ঠাইতে চাহাবহঁতৰ ওপৰত জপিয়াই পৰাৰ ব্যৱস্থা নিৰ্দিষ্ট হৈছে। অসম লাইট ইনফেনট্ৰিৰ জমাদাৰ নুৰ মহম্মদ ডিব্ৰুগড়ৰ পৰা যোৰহাটলৈ নিজা কামত অহাৰ ছলেৰে আহি চাৰিং ৰজাক দৰ্শন দিছে আৰু তেওঁক সিংহাসনত বহুৱাওঁতে সাহায্য কৰা চিপাহীৰ বাবে আৱশ্যকীয় ধনৰ পৰিমাণো ঠাৱৰ কৰি গৈছে। এই শাওণ মাহত ৰুস্তমসিং জমাদাৰ দুজন চিপাহীসহ ৰাতি ভাগত ৰজাক দৰ্শন দি পিয়লীৰ সৈতে গোলাঘাটত হোৱা বন্দোবস্তৰ কথা বুজা-বুজি কৰি গৈছেহি।

শিৱসাগৰৰ মুছলমানসকলৰ হাতত বহুতো বন্দুক আছে; তেওঁলোকৰ লগতো তেওঁলোকৰ সহায়-সাহায্য পাবৰ বাবে সঘনাই আলোচনা হৈ আছে। এই আহাৰ-শাওণ মাহত বিভিন্ন গোপন-মেল যোৰহাটত হৈ আছে আৰু পিয়ালী, মধুমল্লিক, সেনচৌ বৰুৱা, কুমলা চাৰিঙ্গিয়া বৰুৱাই অংশ লৈছে। এই গোপন মেলত বাহাদুৰ গাঁওবুঢ়া, শেখ ফৰমুদ আদি মুছলমান প্ৰতিনিধি সকলো উপস্থিত আছে আৰু ৰজাই ভবাৰ দৰে সকলোবোৰক একত্ৰিত কৰিবৰ যত্ন কৰি আছে। ৰজা কন্দৰ্পেশ্বৰ সিংহৰ পৰা যোৰহাটৰ মুছলমানসকলক বৰভোজ দিবৰ বাবে বাহাদুৰ গাঁওবুঢ়াই ১১ ভৰি সোণো নিছে। তেওঁলোক ৰজাৰ লগত থাকিব।

এই শাওণ মাহত দেৰগাঁও মন্দিৰৰ ঠাকুৰৰ ভাযেক লুকিদত্ত শৰ্মাবৰুৱাই মন্দিৰত ৰজাৰ হৈ পূজা-অৰ্চনা কৰিবলৈ ৰজাৰ পৰা সোণবান লৈছে আৰু পূজাভাগ কৰাও হৈছে। বিভিন্ন মন্দিৰ, সত্ৰত ঘিউৰ চাকি-বন্তি দিবলৈ চাৰিং ৰজাই টকা-পইচা আগ কৰিছে।

ঈশ্বৰে কৰালে এইবাৰ আমাৰ সপোন ফলিয়াব। ডিব্ৰুগড়, চৈখোৱা, শিৱসাগৰ, যোৰহাট, গোলাঘাট, নগাঁৱৰ চিপাহীকো যদি একেলগে সেই অঞ্চলৰ প্ৰজা আৰু আমাৰ বাৰশ ৰণুৱা আৰু প্ৰজা জপিয়াই পৰোঁ, ভাৰতৰ বাকী অংশৰ দৰে চাহাবহঁতে এই দেশ আমাক গটাই দিবলৈ বাধ্য হ'ব। স্বৰ্গদেউ কন্দৰ্পেশ্বৰ সিংহক সিংহাসনত বহুৱাব পাৰিলেই

প্ৰজাৰ দুখ-কষ্ট লাঘৱ হ'ব। প্ৰজাই আকৌ পূৰ্বৰ দিন ঘূৰাই পাব। স্বাধীন অসমৰ হেৰোৱা গৌৰৱ পুনৰ উভতি আহিব।

আমি ৰণুৱাবোৰে প্ৰথমতে কি কৰিব ল'গিব ?

—ৰূপচিঙে সুধিলে।

নিৰ্দিষ্ট সময়ত তাক ঠিক কৰা হ'ব। মূলতঃ ৰণুৱাবোৰ কলং নৈৰ উত্তৰ আৰু দক্ষিণ পাৰে দুটা ভাগত ভাগ হৈ ৰাতিৰ ভিতৰতে সদৰ পাবগৈ লাগিব। ৰাতিয়েই এটা দলে চিপাহীৰ চাউনীত জপিয়াই পৰিব। এটা দলে বৰচাহাব স্কনচৰ ঘৰ ঘেৰাও কৰিব। এটা দলে ট্ৰেজাৰী দখল কৰিব। আনটো দলে বাকীসকল চাহাবৰ ঘৰ আক্ৰমণ কৰিব, জেলখানা মুকলি কৰি দিব। ইতিমধ্যে অন্য ঠাইৰ লগত যোগাযোগে ভৱিষ্যত কৰ্ম-পন্থা নিৰ্ণয় হ'ব প্ৰতিটো কাম কৰিবৰ বাবে আমাৰ যিহেতু বাৰজন উপ-সেনাপতি আছেই, বাৰটা ভাগত ভগাই সহজে কাম সমাপন কৰিব পৰা যাব। কোনটো দলে কি কাম সমাপন কৰিব প্ৰকৃত যাত্ৰাৰ আগতে স্পষ্টকৈ জনাই দিয়া হ'ব। আচল দিনটোৰ তিনিদিনৰ আগতে চূড়ান্ত নিৰ্দেশ দেৱানে পঠাব। বুঢ়ামোলানকটাৰ চাউনীলৈ যোৱাৰ আগতে ৰণুৱাসকলে ঈশ্বৰৰ কৃপা ভিক্ষা কৰি সেৱা-পূজা পাতক। শনিবাৰে যোগান দায়িত্বত থকা সকল আৰু বাকীসকল ৰবিবাৰে ৰাতিৰ ভিতৰতে চাউনী পাবগৈ লাগিব।

আন এটা বিশেষ কথা হ'ল, এতিয়াই ৰণুৱাৰ বাহিৰে আমাৰ যিমানেই বিশ্বাসী সহযোগী নাথাকক কিয় আমাৰ এই সিদ্ধান্তৰ কথা তেওঁলোকক কোনো পৰিস্থিতিতে নজনাই অতি গোপনে ৰাখিব লাগিব। সাহায্যৰ বাবে আৱশ্যক হোৱা বিভিন্ন জনক জনোৱাৰ দায়িত্ব একমাত্ৰ মোৰ হাতত হে থাকিব। আমি সকলোটি মাতৃভূমি উদ্ধাৰৰ বাবে এই কামত লিপ্ত হৈছোঁ—সেয়ে গোপনীয়তা আমি ৰক্ষা কৰিব লাগিব। চৰকাৰৰ চৰ আমাৰ মাজতেই আছে। সেনাপতি-সকলে নিজৰ ভিতৰত আলোচনা কৰক। মই এতিয়া উঠিবহে বিচাৰোঁ।

বৰুৱা উঠি টোলৰ ভিতৰলৈ সোমাই গ'ল। সেনাপতিসকলে আলোচনা কৰি ঘৰাঘৰি উভতিল।

## উনৈশ

আগতে নভবা-নিচিন্তা পুৰণা অভিজ্ঞতাবোৰৰ কথা তাৰ মনৰ দাপোণত প্ৰতিবিম্বিত হৈছে। বেছিকৈ মনত পৰিছে জীৱনৰ চৰম বিপৰ্য্যয়ৰ লগৰীয়া অথচ নিয়তিৰ বিধানত কলীয়াপানীত এৰি অহা লগৰীয়াবোৰৰ কথা। ঘৰলৈ উভতি আহিছে সি। ওলাওঁতে সোমাওঁতে সদায় দেখা পোৱা মানুহবোৰক হয়তো আজিও পাবগৈ, সিহঁতৰ সুখৰ দুখৰ ভাগি হ'বগৈ, হাঁহি মাতৰ লগ হ'বগৈ, সেয়ে হয়তো সিহঁতবোৰৰ কথাই মনলৈ আহিছে তাৰ বেছিকৈ। লগৰীয়া লক্ষণ চিং, ৰূপচিং, হেবেৰা, ৰঙাইহঁতৰ কথাবোৰ মনত পৰিছে সবাতকৈ বেছি। মনত পৰিছে বিভিন্ন ঘটনা প্ৰৱাহৰ কথা।

দুৰ্গাপূজাৰ ভিতৰতে অসম জুৰি বিদ্ৰোহৰ সূচনা হ'ব, মণিৰাম দেৱানে নিজে শিৱসাগৰলৈ উভতি আহি এই কাৰ্য্য পৰিচালনা কৰিব। ৰছিয়াল বৰুৱাই সকলো ৰণুৱাকে আগতীয়াকৈ বুঢ়ামোলানকটাৰ গোপন চাউনীত সোমাবলৈ কৈছে। জয়যাত্ৰাৰ হ'কে ঈশ্বৰৰ কৃপা ভিক্ষা কৰিবলৈ সকলোকে জনাইছে। সি আৰু বনমালীহঁতে গাঁৱৰ নাম-ঘৰতে শৰাই দি যুৰ দোৱাবৰ কথা ভাবি থৈছে, শনিবাৰে কটহগুৰিত ৰূপচিংহঁতে বহুতকৈ ভিতৰ সেৱা পাতিছে। সিহঁতকিটাকো তালৈ নিমন্ত্ৰণ জনাইছে। ভিতৰ সেৱা কালুংসকলৰ বিপদ-বিঘিনি কটাবলৈ ঈশ্বৰৰ ওচৰত জনোৱা, মনোবাসনা পূৰণৰ সকাম। পকা বিধৰ খেলেহে এইবিধ সবাহ পালন কৰে বুলি ৰূপচিঙৰ পৰা জানিছিল। সিহঁত দুয়োটাকে সন্ধিয়াৰ আগতে সেইখিনি পাবলৈ দঢ়াই দঢ়াই কৈছে। সিহঁত গৈ বাৰেপূজীয়া পাওঁতে বেলি লাহি দিছে। হেবেৰাৰ ঘৰ গাঁৱৰ সিটো মূৰত। সিহঁত দুটাই ৰূপচিঙৰ ঘৰতে বহাটোকে ঠিক

কৰিলে। এই গাওঁখনলৈ আহিলেই মনটো বৰ ভাল লাগি যায়। এই গাঁৱৰ লালুং সমাজৰ যিমান মিলা-প্ৰীতি, বুঢ়াপৰা ওচৰে-পাজৰে দেখিবলৈ নাই। মানুহখিনিও তুলনামূলক ভাৱে বুঢ়া-শুনা মানুহ। গাঁওখন দেখিয়েই বেছিখিনি মানুহৰ অৱস্থা বেয়া নহয় বুলি ধৰিব পাৰি। গাঁও সোমাই সিহঁত দুঘৰমান পাৰ হৈছে। মনচিঙে ভঁৰালৰ পৰা ধান উলিয়াই তাৰ তিৰোতাজনীৰ সৈতে মৰণা দিবলৈ যো-জা কৰিছে।

—চোতালৰ পৰাই সি চিঞৰি মাতিলে:

তহঁত সকামলৈ আহিলি হ'বলা? আহ, নবহ জানো?

তাহাঁতৰ কাণ-সমনীয়া মনচিঙে বেয়া পাব বুলি চোতাললৈকে সোমাই আহিল সিহঁতে। কথা পাতি মনচিঙৰ সময়নষ্ট নকৰিবলৈ থিয়ৰ পৰাই ভাল-বেয়াৰ খবৰ লৈ দুয়োটা যাবলৈ ওলাল। এখন্তেক বহিবলৈ জোৰ কৰাত চোতালতে উলিয়াই দিয়া মুঢ়া কিটাত বহিল সিহঁত। সাঁজ-পানী এৰাতিৰে সোধ-পোচ কৰা সিহঁতৰ নিয়ম। সাঁজ-পানী খাই নিচা ধৰাৰ ভয়তকৈ নিচা জাতীয় বস্তুক ঘিণ কৰে বাহুৱে। শপত ভঙ্গ হোৱাৰ ভয় আছেই।

—বনমালীয়ে বাহুৰ মন বুজি আগতেই ক'লে.

শুনিছ মনচিং; তামোল পাণকে আন। ঘৰে ঘৰে সাঁজ-পানী খাই আমনি লাগিছে। ধান উলিয়াই ধূলি-বালি লগা গাটো হাতেৰে চপৰিয়াই; চুৰিয়া জাৰি-জোকাৰি, দুয়োখন তলুৱাৰে হাত-চাপৰি দুটামান মাৰি সি পৰিষ্কাৰ হ'ল। ঘৈণীয়েকে গাহৰি জাকক কিবা খাবলৈ নাওঁৰাখনত ঢালি দিছে। হাঁহ-কুকুৰাবোৰেও খোৱা বস্তু দেখি ইফালে সিফালে উৰি হাঁই-উৰুমি লগাইছে। এজাক পাৰ, কেটামান কুকুৰা মৰণাৰ ধানত লাগিছেহি।

মনচিঙৰ গান্ধ-পাণবোৰ দেখিছনে? গান্ধ-পাণৰ তামোল বৰ জুতি লগা। আমাৰহে পাণবোৰ লতীয়া, ছাগলীৰ লাড দিয়ো গান্ধ-পাণৰ শাৰীলৈ আনিব পৰা নাই।

—বনমালীয়ে ক'লে ।

মনচিঙৰ ঘৈণীয়েক কিমান পৰিশ্ৰমী মানুহ, সৌখন তাঁত দেখিছ ? কিবা বৰ-কাপোৰ লগাইছে । তাই দিনটো ঘৰৰ কামতে লাগি থাকে । ইহঁতৰ কথাই বেলেগ, তাই মৰণা উলিয়াইছিল, মানুহ অহা দেখি গাহৰিক আহাৰ-পানী দি আজৰি হ'বলৈ গৈছে । তামোলৰ গুৰিত পথকুৰা মাটি দিছে, দেখিছ ? তামোল নালাগি পাৰেনে ?

মনচিঙে তামোল-পাণ উলিয়াই বটা এটাতে দিলেহি । তামোল কাটি থাকিয়েই বনমালীয়ে উলিয়ালে :

বোলো মনচিং, তহঁতৰ গাওঁখনৰ অৱস্থা ভালেই দেখিছোঁ । কিন্তু তহঁতে যে সৰু সৰু কেবাটাও ঘৰ থুপতে সাজ, কিয় ডাঙৰকৈ ওখ ভেটি দি সাজিব নোৱাৰ ? ভেটি ওখ হ'লে শুকান হৈ থাকে, পানীয়েও সহজে নাপায় ।

তই ঠিকেই কৈছ, ভহঁালটোৰ ওখ চাংখনৰ সমানে এইবাৰ পানী উঠিছিল । ঘৰৰ ভেটিবোৰ তলেই গৈছিল । ৰূপচিংহঁতে কৈয়ে আছে তই কোৱাৰ দৰে । যি ওখ ভেটিৰ দীঘল-ডাঙৰ ঘৰ সাজিছই ।

তই গৰুহাল ক'ৰ পৰা আনিলি ? বেচ মজাৰ গৰু ঔ ।

—বাসুৰে ক'লে ।

ফুলগুৰি হাতত লৈছোঁ । সাত পুৰা মাটিৰ খেতি উঠাব । আমাৰ গাঁৱৰ মাটিবোৰো দ' নহয় । দেখিছই, ভাল গৰু ন'হলে খেতি উঠিব কেনেকৈ ?

মনচিঙে ক'লে ।

এই, তোক কথা এটা কওঁ, বেয়া নেপাবতো ! তহঁতৰ গাঁওখনৰ অৱস্থা ইমান ভাল, তহঁতে কিয় লাগি সাঁজ-পানী খোৱাটো এৰিব নোৱাৰ ?

ভাল কথা কলি দে ।

—মনচিঙে হোঁ-হোঁকৈ হাঁহিলে ।

সাঁজ-পানী এৰিলে লালুংমথা মৰিব বুজিছ । তহঁতৰ নিচিনা শুকান-উবান হ'ব লাগিব । এনেকৈ গাল-মুখ ৰঙা কৰি ৰাখিবলৈ এইটো

লাগিবই বুজিছু। আমি মতা-তিৰোতাবোৰে জানো পৰিশ্ৰমো কৰো কম, সাঁজ-পানী নহ'লে সকামত খাবি কিটো?

কিয় সকাম আমিবোৰে নকৰোঁ?

তহঁতবোৰতকৈ আম্মাৰ গাঁৱৰ অৱস্থা ভাল। পৰিশ্ৰম কৰোঁ বেছি, আনন্দ-স্ফুৰ্তি নকৰি উপায় আছে ক'ত?

মনচিঙৰ পৰা বিদায় লৈ ৰূপচিঙৰ ঘৰত সময় মতে উপস্থিত হৈছিল গৈ সিহঁত।

লালুং সম্প্ৰদায়ৰ সকাম-নিকামত সিহঁত দুটাই আগতেও অংশ লৈছে। বিহুৱে-সংক্ৰান্তিয়ে অহা-যোৱা কৰিছে, খাইছে, আনন্দ কৰিছে, সিহঁতৰ লগত। ভিতৰ সেৱা ভাগলৈ অৱশ্যে কেতিয়াও যোৱা নাই আগতে। ভিতৰ সেৱাৰ প্ৰতি লালুংসকলৰ ভক্তিৰ পাৰ নাই, ভয়ৰ পৰিমাণো কিন্তু কম নহয়, সি সেই কথা জানে। নীতি-নিয়মো বৰ কঠোৰ ভাবে পালন কৰা হয়, সিহঁতে শুনিছে। সিহঁত দুটাৰো বুঢ়া ডাঙৰীয়াৰ ৰোষত পৰাৰ ভয় আছে। তথাপি ৰণৰ কৃতকাৰ্যতা কামনাৰ বাবে ৰূপচিংহঁতে যোগাৰ কৰা সেৱালৈ সিহঁতে অহাটোকে পাতিলে। ৰূপচিংহঁতেও সিহঁত দুটা আহি পোৱাৰ পিছতে যোগাৰৰ পৰা আৰম্ভ কৰি তেতিয়ালৈকে হোৱা বিভিন্ন কথাৰ লেখ এটা দিলে। সিহঁতে তাহাঁতৰ ইচ্ছাৰ কথা তামল-পাণ আদি আগ বঢ়াই দি যথা নিয়মে লাচনি-পাচনি আৰু তেওঁলোকৰ যোগে বুঢ়া ভকতক জনাইছিল, আৰু আজিৰ দিনটো বুঢ়াভকতেই নিৰ্দিষ্ট কৰিছে। তাহাঁতৰ যে নীতি-নিয়ম ঢেৰ আৰু অৱণো ইফাল-সিফাল হ'লেই বুঢ়া ডাঙৰীয়াৰ জগৰ লাগিব, তাকো কৈছিল সিহঁতক। তিনিটা ডাঙৰ গাহৰি, একুৰি কুকুৰা চৰাই, পোন্ধৰজনী হাঁহ, দহযোৰ পাৰ চৰাই, একুৰি সাঁজ-পানীৰ কলহ, সেই পৰিমাণৰ চাউল-মাহ, লাও-কোমোৰা যোগাৰ কৰাৰ কথাও তাৰ পৰা জানিব পাৰিলে সিহঁতে। যথেষ্ট পৰিমাণৰ মানুহ নিমন্ত্ৰণ কৰিছে সিহঁতে অনুমান কৰিলে। বুঢ়ী-পাচনি গৰাকীৰ বাহিৰে তিৰোতা মানুহ নামঘৰলৈ যাবলৈ সাহসেই বোলে নাপায়; অতবোৰ বস্তু কোনেনো

খাব বুলি মন্তব্য কৰাত ৰূপচিঙে হাঁহি এটা মাৰি কৈছিল :
দেখিবি নহয় বলচোন। অকণো পেলনী নাযায়।
মহীকোঁচহঁতৰ দলো আহি ওলালহি। লালুঙৰ বাহিৰেও অন্য সম্প্ৰদায়ৰ মুখিয়াল ৰণুৰাকো মাতিছে ৰূপচিংহঁতে। চৰাই-চিৰিকটি বাহত সোমোৱাৰ লগে লগে ৰূপচিঙৰ কথামতে যথানিয়মে ভৰি-হাত ধুই-মেলি ভয়ে ভয়ে নামঘৰৰ চোতাল পালেহি সিহঁত। চুনিমুনি সময়ত মানুহ বহুতো হ'ল হি কোনো নামঘৰৰ ভিতৰলৈ যোৱা নাই। মাথোন এগৰাকী বুঢ়া আৰু এগৰাকী বুঢ়ীয়ে নামঘৰৰ ভিতৰত কিবা-কিবি কৰি আছে। তেওঁলোক সমাজৰ লাচনি-পাচনি। নামঘৰটো ডাঙৰ আহল-বহল; দুৱাৰ মাত্ৰ এখন, চাৰিওফালে আগুৰা আৰু আঁৰ-বেৰ দিয়া। খোলা দুৱাৰেদি সিহঁতে ভিতৰলৈ চাই দেখিলে তাত সিহঁতৰ খেলৰ নামঘৰৰ দৰে কোনো থাপনা আদি নাই। মাত্ৰ এটা ওখ কাঠৰ গছাত এগছি মিঠাতেলৰ চাকি জ্বলি আছে। নামঘৰৰ উত্তৰ ফালে মাটিৰ পৰা ৪।৫ হাত ওপৰত দুখন বাহৰ চৰা আৰু এটা কাপোৰে বন্ধা টোপোলাৰ বাদে একোকে নাই। সিহঁতে বৰ ভালকৈ চায়ো অন্য একো দেখা নাপালে। নামঘৰৰ লগতে বেৰেবে বেলেগ কৰা এটা খোটালি আছে। তাতে নামঘৰৰ কামত লগা যাৱতীয় বয়-বস্তু আছে আৰু আজিৰ সবাহৰো বয়-বস্তুবোৰ ৰাখিছেহি। কেটামান মানুহে বাহিৰতে গাহৰি, কুকুৰাদি ধৰি থকা দেখি এতিয়াও কটা-চিঙা নকৰাত সিহঁতে সোধা-পোচা কৰি জানিলে যে সেইবোৰ বুঢ়া ভকতে নামেৰে শুদ্ধ নকৰালৈকে তেনেকৈয়ে থাকিব। আহিন মাহৰ দিন নিযৰো পৰিছে অলপ অচৰপ। লক্ষণ চিং ডেকা, ৰূপচিং, হেৰেৰা, এই-বোৰে চুটিকৈ পিন্ধা চুৰিয়া আৰু কান্ধত একোখনকৈ গামোচা লৈ শুদা গাৰে কিহবালৈ অপেক্ষা কৰা যেন অনুমান হ'ল। ইতিমধ্যে বুঢ়া, অথচ থূলন্তৰ এজন লোক আহি নামঘৰৰ ওচৰ পালেহি, কিছু সময় দক্ষিণ দিশৰ একমাত্ৰ দুৱাৰ মুখতে নাম জপি কিছু সময় বৈ নাম শুনাকৈ গাই গাই ভিতৰত সোমাই অতি মন্থৰ খোঁজৰে প্ৰথমতে উত্তৰ

দিশে ওলোমাই খোৱা ঢৰা এখন আনিলে আৰু মাটিৰে অলপ ওখকৈ টিপৰ দৰে আবৃত কৰি ৰখা ঠাই টুকুৰাতে থলে।

ইতিমধ্যে লাচনি-পাচনিয়ে সেইদিনা আগ কৰিব লগা বয়-বস্তু নি ওচৰতে থলেগৈ। এটা ডাঙৰ বাটিত সাঁজ-পানীও ৰখা হ'ল। বুঢ়া ভকতে এইবাৰ পুনৰ নাম গাই গাই আনখন ঢৰা আনি পাৰিলে। আকৌ নাম গাই গাই ওপৰত আঁৰি খোৱা টোপোলাটো আনি দ্বিতীয় বাৰত পৰা ঢৰাখনৰ ওপৰতে থলে। বুঢ়াভকত সেই ওখ টিপটোৰে আবৃত কৰি ৰখা ঠাই টুকুৰাত বহিল। লাচনি-পাচনিয়ে সেৱা জনালে। ইতিমধ্যে অন্যান্য বয়সীয়া মানুহে নামঘৰত হাতে হাতে ৰামতাল লৈ কলাপাত, ধানখেৰৰ জুমুঠি আদিত বহিলহি। লক্ষণ চিং সেনাপতি, ৰূপচিং আৰু কেবাজনে নামঘৰৰ ভিতৰত গাহৰি-কুকুৰা-পাৰবোৰ লৈ শাৰী পাতি আগ কৰা জীৱ-জন্তুবোৰক মাটিত থিয় কৰাই ধৰি ৰ'ল। বুঢ়া ভকতে নাম গাই গাই এবাৰ জ'ক উঠাৰ নিচিনা হ'ল। বুঢ়া ভকতে ওচৰতে থকা তুলসী আৰু অন্যান্য গছপাত, ফুলপাত ভৰাই ৰখা পাত্ৰৰ পৰা ভকতসকলৈলে পূবফাললৈ পানী ছটিয়াবলৈ ধৰিবলৈ। সকামলৈ আগ কৰা জন্তু-জানোৱাৰবোৰৰ গাতো পানী ছটিয়ালে।

আচৰিত কথা, ইমান পৰে অশান্তি কৰি থকা জন্তুবোৰ বুঢা-ভকতৰ পানীৰ ছিটিকনি পৰাৰ লগে লগে মৃত-জন্তুৰ দৰে শান্ত হৈ ৰ'ল। এসময়ত জন্তুবোৰ বাহিৰলৈ লৈ যোৱা হ'ল। প্ৰথম বাৰৰ নাম শেষ হোৱাৰ পিছতে সেৱা-সৎকাৰ, মনৰ কামনা পূৰণৰ আশীৰ্বাদ আদি হ'ল। ঠিক পিছতে নামঘৰৰ ভিতৰত থকা মানুহখিনিয়ে খাজীৰ আৰু কম পৰিমাণে সাঁজ-পানী খোৱা সিহঁতে দেখিলে। বাহিৰৰ মানুহখিনিৰ মূৰৰ ওপৰত কলাপাত দিয়া ছালি। ডাঙৰকৈ জুই ধৰি পোহৰ কৰি ৰাখিছিল ঠাইখন। অলপ তলপ জাৰৰ ভাবো হোৱাৰ বাবে মানুহে জুইকুৰাৰ বাবে আনন্দ পাইছিল। গোটেই নিশা জুৰি নাম আৰু ধৰ্মালোচনা, খোৱা-বোৱা চলিল। যথেষ্ট মানুহ শান্তিৰে, সুস্থিৰে ৰাতিটো অতিবাহিত কৰিলে। সাঁজ-পানী মুখত দিয়েই সিহঁতে

অনুমান কৰিছিল বৰকৈ নিচা ধৰিব বুলি। কলহে কলহে সাঁজ-পানী আৰু গাহৰি, কুকুৰাৰ মাংস খায়ো কেৱে নিচাত বৰকৈ মাতলামি কৰা চকুতম্লপৰিল। পোহৰৰ আগেযে ভিতৰ সেৱাৰ কাম শেষ হ'ব লাগে। ৰাতিৰ ভিতৰতে ডাঙৰকৈ গাঁত খান্দি জন্তু-জানোৱাৰৰ ছাল-বাকলি, পোৰা খৰি, কলপাত, সাঁজ-পানীৰ শুদা কলহ আদি চিন-মোকাম নোহোৱাকৈ পুতি পেলোৱা হ'ল। বাচন বৰ্ত্তন ঘঁহি-পিহি চিক্‌চিকীয়া কৰা হ'ল। শেষ ৰাতি নামঘৰ এৰি সকলো ঘৰাঘৰি উভতিল। সকলোকে মাত লগাই সিহঁত দুটাও উভতিল গাঁৱলৈ। বাটত ভৰি দিয়েই বনমালীয়ে ক'লে :

বুঢ়া-ভকতৰ গাত বুঢ়া-ডাঙৰীয়া জঁকোতে গা-শিয়ৰি গৈছিল ঔ।

এৰা, বৰ গহীন-গম্ভীৰ এই ৰাতিৰ ভিতৰ সৰা।

সকলো লালুঙে ভিতৰ সৰা নেপাতে নেকি?

ৰূপচিঙে দেখোন ক'লেই এই সেৱা বৰ পাতলকৈয়ে হয়।

পকা-পন্থত বিশ্বাসীসকলেহে এই সৰা পাতে। নদেখিলি কিমান বোৰ নীতি-নিয়ম কথা বতৰা?

ক'তা, প্ৰায়বোৰ মানুহকে চোন খোৱা-বোৱাত দেখিলোঁ।

তই জানো লালুং সম্প্ৰদায়ৰ? তই অহাৰ দৰেই সকলো আহিছে।

বুঢ়া-ডাঙৰীয়া উঠাৰ সময়ত মানুহবোৰে যে নানা প্ৰশ্ন কৰিছিল, উত্তৰো দিছিল, সেইবোৰ ফলিয়াবনে বাৰু?

তোৰ বিয়া হ'ব বুলিছে নহয়, বিয়া জানো নকৰিবি? কৰ যদি ফলিয়াব।

তই যে কিবোৰ কৰ? ৰণৰ কথা ওলালত চোন বুঢ়া-ডাঙৰীয়া বহুত সময় নিমাতে ৰ'ল? শুনা নুশুনাকৈহে ক'লে প্ৰজাৰ দিন বৰ বেয়া, শেষলৈ ভাল। কিয় কিবা ......

থ—থ, এইবোৰ কথাৰ বিভিন্ন অৰ্থ হয়। শেষলৈ ভাল বুলিছে সেয়ে যথেষ্ট। আশাৰ জানো শেষ আছে? আশা আছে বাবেই আমি আছোঁ। এদিন যদি অসমীয়াৰ মুক্তি হয় আমাৰ কষ্টৰ সফল

হ'ব। তাতকৈ একো বেচি মই নিবিচাৰোঁ।

লক্ষ্মণ চিং সেনাপতিক তাৰ দিনকাল বেয়া বুলি ক'লে কিয়? সেনাপতিৰে যদি দিন বেয়া আমাৰনো ... ...

হয়তো তাৰ থকুৱা অসুবিধাৰ কথা কৈছে। এইবোৰ কথা কোনে কেনেভাৱে গ্ৰহণ কৰে, নকৰে তাৰ ওপৰতহে নিৰ্ভৰ কৰে। এই সম্প্ৰদায়ৰ মানুহৰ এইবোৰ কথাত বৰ বিশ্বাস। সেয়ে সিহঁতৰ ক্ষেত্ৰত হয়তো মিলি যায়। যুগ যুগ ধৰি তেওঁলোক তেনেকৈয়ে চলি আহিছে।

আগতে হয়তো প্ৰতিটো কথাই মিলি গৈছিল। দিন পুৰণি হোৱাত ...

তই সেইবাবেই হবলা একোকে নুসুধিলি?

নহয় অ, মোৰ সুধিবলৈ কিটো আছে? যিবোৰ কাম কৰিবি তাৰ ফল পাবি। মই সেয়েহে কামতহে বিশ্বাস ৰাখোঁ বেছি। ফলাফল কাম অনুযায়ী পোৱাটো আশা ৰাখোঁ, ঠিক মতে কৰিলে ঠিক ফলকে পাওঁ। নেপালেহে বুজোঁ কৰবাত ভুল হৈ গৈছে। সেয়ে ভবিষ্যতৰ কথা সুধি নিজৰ মনক দুখ দিয়াৰ কথা নাভাবিলোঁ আৰু। সিমানেই।

বুজিছোঁ, তোৰ ডাঙৰ কথা। তই মুঠতে এইবোৰ নামান। সেইবোৰ এৰ, ৰবিবাৰে ৰাতি ৰাতি চাউনি পাবৰ হ'লে মাজত দেখোন দিনটোহে বাকী কৰিব, লগা কামো বহুত আছে। সেইবোৰ শেষ কৰিম কেতিয়া? লেঠাই লাগিব যেন পাওঁ।

এই, মইনা পেহীক পাইছ নে আজি-কালিৰ ভিতৰত?

মাজতেচোন পেহীৰ খবৰ উলিয়ালি? জোনাকীয়ে কিবা বতৰা পঠাব হবলা?

এৰা, চাউনিৰ পৰা বাহিৰে বাহিৰে ৰণলৈ যাব লগা হ'লে তাইক হয়তো নেদেখিমেই। লগ পোৱাৰ মনটো আছেই, তই জানো বতাহীক লগ পাব নিবিচাৰ? বিচাৰিবও নালাগে, খবৰো দিয়াৰ দৰ্কাৰ নাই। মই কৈছোঁ, আজিয়েই সিহঁতে লগ দিবই দিব।

জানো, তই কেনেকৈ কৈছ, সিহঁত জানো সৰবজান?

ও, সৰবজানতকৈয়ো একাছি চাৰ।

# ত্রিশ

উদাস নীল আকাশ। মূৰৰ ওপৰত অবশ বেলিটো, ভৰিৰ তলত কোমল কেঁচা মাটি। ছুকা-মকাকৈ ব'দ জাক ওলাইছে। চেঁচা বতাহ এজাক বলিছে। বতাহত উঁাহি আহি মন বলিয়া কৰা কেঁচা মাটিৰ গোন্ধটো তাৰ নাকত লাগিছেহি। মধুৰ সুন্দৰ হিয়া শাঁত পৰা গোন্ধ। এই গোন্ধৰ মাদকতাই সদায়ে তাক বলিয়া কৰে, উত্ৰাৱল কৰে, জীয়াই থাকিবলৈ সাহস যোগায়। ক'তো বিচাৰি নোপোৱা গোন্ধ-টোৰ স্বকীয়তাৰ বাবেই সি ইয়াত জীয়াই থাকিব বিচাৰে। এই গোন্ধটোৱে সদায়ে আমোল-মোলাই থকাটো সি কামনা কৰে। তাৰ ভালপোৱা ঠাইখনৰ ইটো মূৰৰ পৰা সিটো মূৰলৈ সকলোৱেই এই গোন্ধত সজীৱতা পাওক।

মনটো তাৰ উদং উদাস। কান্ধত তাৰ বয়-বস্তুখিনি লৈ এখন ওন্দোলা মন মৰা মুখেৰে ইফালে সিফালে চাই সাউতকৰে বুঢ়ামোলাং-কটাৰ সুককীয়া বাট এৰি ডাঙৰ বাটত উঠিলহি সি। কিছু দূৰ আহি আহঁত জোপাৰ তলতে পূৰ্ব নিৰ্দিষ্ট মতে তাতে ব'লহি সি। কিছু পিছতে অহা বনমালীয়ে তাতে তাক লগ দিলেহি। দুয়ো খোজ ললে ঘৰলৈ। ইমান দিনৰ আশা-ভৰসা ধূলিস্যাৎ হ'ল। অত পৰিশ্ৰম, অতবোৰ ক্ষতি সিহঁতে এনেয়ে কৰিলে। দেৱানক বন্দী কৰাৰ পিছত আৰু কিটো হব? শীঘ্ৰে নতুন লোকে আহি দেৱানৰ খালী ঠাই লবহি; তাৰো তিলমানো আশা নাই। হয়তো চিৰদিনৰ কাৰণেই সিহঁত চাহাবৰ বহতীয়া হ'ল।

—সি ভাবিলে।

দুয়োটাৰে মনবোৰ মৰা; মুখত কথা-বতৰা নাই। শৰ দাহনৰ

পিছত ঘৰলৈ ওভোটা মানুহৰ দৰে মাটিৰ পৰা মূৰ নোতোলাকৈয়ে গৈ আছে দুয়োটা। চিন্তাত দুয়োটা যেন অথিৰ-অবিৰ।

—মৌনতা ভঙ্গ কৰি বনমালীয়ে সুধিলে ঃ

বাহু, এইবোৰ কি হ'ল ?

সি একো নামাতিলে। মাতিবলৈয়ো একো নাই। সি নিজেই ইয়াৰ উত্তৰ পোৱা নাই, তাক কব কিটো। বনমালীৰ মনত খেলি থকা ভাবৰ ই বহিঃপ্ৰকাশ, সি বুজিছে। বহা পাওঁতে নেপাওঁতেই সিহঁতৰ ওচৰ পালেহি সম্মুখৰ ফালৰ পৰা অহা কামপুৰৰ লস্কৰৰ পুতেক—একালৰ বাহুৰ সহপাঠী বীৰেণ। ওচৰ পায়েই দুয়োটাক আগতে নেদেখাৰ দৰে এটা বিদ্ৰূপ ভৰা চাৱনিৰে চালে। কাম-কাজ নকৰা পৰিয়ালৰ ওপৰত নিৰ্ভৰশীল বীৰেণৰ সেই চাৱনিটোৰ অৰ্থ বাহুৱে হৃদয়ঙ্গম কৰিলে। তাৰ পিছতনো কি কৰে সতৰ্ক ভাৱে লক্ষ্য ৰাখিলে দুয়োটাই।

বৰ দূৰণিলৈ ডাঙৰ কামত যোৱা যেন লাগিছে ?

—শ্লেষ মিহলি মাতেৰে বীৰেণে ক'লে।

হয়, তেনেকুৱাই বুলিব পাৰ।

—বাহুৱে সহজ ভাবে তাক এৰাই যোৱাৰ মনেৰে ক'লে।

সমাজ উদ্ধাৰৰ কামতেই যেন লাগে।

—বীৰেণে ঠাট্টাৰ সুৰত ক'লে।

বনমালীয়ে বাহুলৈ কৰাহিকৈ চাই সি যে তাৰ কথাবোৰ ভালপোৱা নাই, তাক বুজাবৰ চেষ্টা কৰিলে। সেইদিনা নহৈ আগতে হোৱা হ'লে ইতিমধ্যে বাহুৰ হাতত বীৰেণ খালে-ডোঙে পৰিলগৈহেঁতেন আজি বাহুৰ আৰু উচ্ছাস আৰু মনোবল নাই। এনেয়ে সিহঁতৰ মনচন ভাল নহয়, তদুপৰি বহু দূৰ সিহঁতে খোজ কাঢ়ি আহিছে।

বহি-শুই পৰৰ মূৰত কঠাল ভাঙি খোৱা মানুহেও যে নিজৰ নিজৰ বাহিৰে অন্যৰ কথাও ভাবিব পাৰে আজিহে বুজিলোঁ।

—মস্কৰাৰ সুৰত বনমালীয়ে বাহুক কোৱাদি ক'লে।

কোনেও একো নকৰিলেও সমাজখন জহিখহি নাযায়, আগৰ ঠাইতেই থাকিব। কিবা কৰিছোঁ বুলি নিজে প্ৰশংসিত হোৱাৰ কাৰণ নাই। —বীৰেণে পুনৰ ক'লে।

সি নিজে সমাজৰ কাম, কৰা দূৰৰ কথা, পৰিয়ালটোৰ খোৱা-বোৱাৰ জীয়াই থকাৰ কথাও নাভাবে। নিজেটো কুটা এগচ ছুটুকুৰা নকৰে —এটা সমাজৰ আবৰ্জনা। সি যদি সমাজৰ কাম কৰিব খোজা মানুহক ওলোটাই পেংলাই কৰে তাক আচলতে ক্ষমা কৰা অনুচিত। তাক ভালকৈ ঠকেছা এটা মাৰি মুখত যি আহে তাকে কোৱা অনুচিত বুলি বুজাব লাগিছিল, কিন্তু সি জানে আজিৰ সমাজত এইজাক মানুহৰ সংখ্যাই বেছি। সংসাৰ গছকা বয়সীয়া মানুহ জাকতকৈয়ো খোদ, অলস, বাপেকৰ মূৰত খোৱা অকৰ্মা ডেকাজাকৰ সংখ্যা বাঢ়িছে। আজিৰ দিনত লালিত-পালিত হোৱা এইজাক লৰা-ছোৱালীয়ে ত্যাগৰ তেজ লগা স্মৃতিবোৰ বিশ্বাসেই নকৰিব। সমাজক আগুৱাই নিবলৈ নিজৰ সাধ্যমতে কিবা এটা কৰিবটো নিবিচাৰেই, আনে কিবা এটা কৰাটোকো চকু পাৰি দেখিব নোৱাৰে। গাঁৱৰ আলিটো-পদূলিটো-নামঘৰটো ভালকৈ লোৱা কামটো বেয়া হ'ব কেনেকৈ ? এইবোৰ ভাল-ভুল কৰিবলৈ কোনোবা ডুজনমানে আগভাগ লবই লাগিব। কোনোবাই যদি গাঁওখন, খেলখন, সমাজখন ভাল-ভুল কৰি অঞ্চলটোৰ, ৰাজ্যখনৰো ভাল কৰিব পাৰে, সি ভালৰ কথাহে। আত্ম-চেতনাহীন বীৰেণে কোৱাৰ দৰে কেৱে সমাজৰ কাম নকৰিলেও সমাজখন আগৰ ঠাইতে থাকিব সি মুঠেই নহয়। অন্যৰ পৰিয়ালতকৈ কাম-বন নকৰি টিঘিল-ঘিলাই পদূলি-গুঙ্গি ফুৰা বীৰেণৰ পৰিয়ালটো বেয়া হ'বই হ'ব। তাৰদৰে ভাবিলে সমাজখন আগৰ ঠাইতে নেথাকি ভাঙ্গি-চিঙ্গি পৰিব সি খাটাং। —বাহুৱে ভবিলে।

তইনো যাব কলৈ ? পিতায়েৰৰ মূৰত কঠাল ভাঙ্গিবলৈ এৰিলি হবলা ?

—গাত লাগি যোৱাকৈ বাহুৱে সুধিলে। বীৰেণৰো বুজিবলৈ বাকী

নাথাকিল, বাস্তৱে কি অর্থ কৰিছে। বাস্তৱ কথাৰ উত্তৰ নিদি সি লৰালৰিকৈ সিহঁতক এৰি যাব বিচৰা যেন অনুমান কৰি বনমালীয়ে ক'লে ঃ

বোলো বীৰেণ, বালিগাঁৱৰ জেউতিৰ তাৰ পৰাই আহিছ হবলা ?

নাই—নাই, জেউতিয়ে তাৰ দৰে ধিতিঙা ডেকাও বিয়া নবহোঁ বুলি কেতিয়াবাই তাক বিদায় দিলে নহয় !

—গেলাত টেঙাদি বাস্তৱে তাক আকৌ এখোঁচ মাৰিলে।

বীৰেণে অৱস্থাতো অনুভৱ কৰিলে আৰু সেইবোৰ একো নুশুনাৰ ভাও ধৰি আগলৈ খোঁজ পেলালে, সিহঁতেও নিজৰ পথত পাৰি দিলে সন্তুষ্টিৰে, অন্ততঃ বীৰেণক সিহঁতে হাত নোতোলাকৈয়ে ভালকৈয়ে এশিকনি দি'লে। কিছু বাট মাতবোল নকৰাকৈয়ে দুয়োটাই ভাবি চিন্তি আগুৱাই আছে।

—এইবাৰ বাস্তৱে মাতিলে প্ৰথমতে।

হেৰ' বনমালী, তেন্তে ৰণৰ যা-যোগাৰ আমাৰ এনেয়ে গ'ল। যুদ্ধ-চালনা, শৰীৰ চালনাৰ শিক্ষা-দীক্ষাবোৰৰ একো কাম নাহিব ?

তই বৰ ভাগি পৰিছ অ' মিছাতে। এইবাৰলৈ নহ'ল সঁচা; আগলৈ হ'ব। কোনোবা আকৌ ওলাব, আকৌ আমিবোৰ ওলাম। অসমীয়া মানুহে মূৰ দোৱাই নেথাকে অ'। মিছাতে তই মন ভাঙ্গি পেলাইছ। আমিবোৰে চেষ্টা এৰি দি এইদৰে হতাশ হৈ পৰিলে সমাজখন আৰু জাতিটো ধ্বংস হবলৈ কিমান দিন লাগিব ?

তইতো কৈছ; পিছে কোন ওলাব অ'। ৰহিয়াল বৰুৱাকো ধৰক আৰু সকলো শেষ। সমাজ, জাতি আৰু আইক বচাবলৈ ওলাব কোন ?

হেৰ' বৰুৱাক নধৰে চাবি। তেওঁ ইমান কেঁচা মানুহ নহয়। তেওঁ বিদ্ৰোহত জড়িত বুলি চাহাবহঁতে বোধহয় জনাই নাই। তই এনেয়েহে হতাশ হৈছ।

অ' যদি বৰুৱা থাকে কিবা এটা হয়তো হ'ব পাৰে। তেওঁ শুই যোৱা বিধৰ কিন্তু নহয়।

বৰুৱাক ধৰি নিনিবও পাৰে বুলি কোৱা বনমালীৰ কথাত সি

আস্থা ৰাখিছে। সেয়ে মনটো তাৰ অলপ পাতল হ'ল, মুখৰ ওন্দোলা ভাবটো কমিছে। মাটিৰ পৰা মূৰ তুলি খোঁজ কাঢ়িছে বাহুৱে।

ৰহাৰ পৰা সিহঁতৰ গঁৱলৈ যোৱা বাটটোৰে আগুৱাই চমু কৰাৰ ইচ্ছাৰে পথাৰৰ বকিয়াত ভৰি দিয়েই মনটো আগতকৈয়ো উজ্জ্বল হ'ল দুয়োটাৰে। চাৰিওফালে পকা ধানবোৰে 'মোক তোল মোক তোল' কৰিছে। সেউজীয়া ধৰণী সোণ বৰণীয়া হৈছে। বাম বাওৰিৰ ধানবোৰ দাৱনীয়ে দাইছে। ক'ৰবাত ক'ৰবাত ডাঙৰি বান্ধি হোলোঙাত ভৰাই পথাৰতে কঢ়িয়াবলৈ সাজু কৰি থৈছে; দাৱনীক লগতে লৈ গিৰিহঁত ঘৰমুৱা হ'বলৈ অপেক্ষা কৰিছে। চাৰিওফালে খেতি চপোৱাৰ ব্যস্ততা, কপালৰ কেঁচা ঘাম মাটিত পেলাই খেতি-বাতি কৰি পথাৰ উপচি পৰা ধানবোৰ চপাব পৰাৰ সাৰ্থকতাৰে এটা মন খোলা হাঁহি মাৰি বনমালীয়ে ক'লে:

হওক দে; ৰণ নহ'লেই যেতিয়া খেতি-বাতিকে চপাই লওঁ। এলাই-এথানি নোহোৱাকৈ ধানকিডাল চপাব পাৰিলেও তেও··· ·····

এইবাৰেই বতাহীক ঘৰলৈ আনিব পাৰিম।

—বাহুৱে বনমালীৰ কথাষাৰৰ শেষৰ কণ অন্যফালে পেলাই দিলে।

তইতো ঠিকেই কৈছ বাহু। এইবাৰ খেতি-খোলাও হৈছে, বিয়া পাতিব নোৱাৰিলেও বিয়াৰ নামত দুপদ-এপদ গহনাটো গোটাব পৰা যাব। তই মন কৰিলে এইবাৰেই কিবা এটা কৰিব পাৰ; তোৰটো সকলোবোৰ হৈয়েই আছে।

মোৰ সকলোবোৰ হৈ আছে বুলি তই জানিলি কেনেকৈ? মইচোন নিজেই নাজানো সেইবোৰ। অ' জোনাকীৰ মনটো পাইচোঁ বুলিব পাৰ।

থ—থ,; জোনাকীৰ মনো পাইছ, গহনা-গাঁঠৰিও তোৰ সকলো হ'ল। বতাহীয়ে কৈছে নহয় মোক। লুক-ঢাক কৰনো কিয় বাহু?

হেৰ' লুক-ঢাক কৰিবলৈ কিটো আছে! তই তাইৰ কথা ধৰিবকে পৰা নাই। তই থৰধৰ কৰিবলৈহে বতাহীয়ে মোৰ যা-যোগাৰ হ'ল

বুজিছে, বুজিছ। মই আগতেই কৈছোঁ নহয় যে তাই যেতিয়া আহিব খুজিছে, বিয়াৰ নামত মই সোধ-পোচহে কৰিম সমাজক, যিমানে পাৰোঁ সিমানে। হেৰ, গহনা-গাঁঠৰিৰে তিৰোতা মানুহ সন্তুষ্ট হোৱা শুনিছ? মূৰৰ পৰা ভৰিলৈকে ভৰাই দে, তথাপিও আৰু লাগেহে। গহনা-গাঁথৰিৰ প্ৰতি তিৰোতা মানুহৰ দুৰ্বলতা মান্ধাতাৰ আমোলৰ পৰাই আছে। হেৰ, জোনাকী-বতাহীয়ে গহনা-গাঁঠৰি পিন্ধিব ক'ত? বোকা কৰলৈ যাওঁতেনে, বিহুৱতী সাজোতে? দুয়োটাই দুয়োটাকে মন ভৰি ভাল পাইছোঁ যেতিয়া—তায়েই মোৰ গলপতা……

আৰু তয়েই তাইৰ ঢোলবিড়ি?

—বনমালীয়ে বাহুৰ কথাত পিছৰকণ যোৰা দি দিলে।

দুয়োটাই গিৰ্জনী মাৰি হাঁহিলে। পথাৰখন ৰজনজনাই গ'ল। বকিয়াৰ কাণতে ধান দাই থকা দাৱনী কিজনীয়ে মূৰ তুলি সিহঁতলৈ চালে, ওচৰতে ডাঙৰী বান্ধি থকা মানুহ এজনৰ তমালপাত চিঙিল, সিহঁতৰ হাঁহিৰ হেন্দোলনিত। ধানত পৰা টুনী চৰাই দুজনী ভয় খাই উৰা মাৰিলে তাহাঁতৰ কাণৰ কাষেদিয়েই।

তই জানো ইবাৰেই বিয়া নাপাত?

—বনমালীয়ে আকৌ সুধিলে।

এই বছৰ কিয়, পাৰিলে আজিয়েই পাতোঁ। কিন্তু—

বুজিছোঁ; কিন্তু এটা কাম কৰিলে হ'লে ভাল হ'ব ঔ। বিয়া ইবাৰ হওক নহওক, কথা-বতৰা পাতি দিন-বাৰ এটা ঠিক কৰি পেলোৱা ভাল। নহ'লে—

নহ'লে কি? কাৰোবাৰ লগত গুচি যাবগৈ! তই কি পাইছ নাজানো, মোৰ কিন্তু সিবোৰ ভয় নাই। আগৰে পৰা ওলমি থকা বেপাৰ মই নকৰোঁ দেই! যা-যোগাৰ হ'ব, যাম আৰু দিন-বাৰ ঠিক কৰি পাতি পেলাম।

তই যিয়েই নকৰ কিয়; মইনা পেহীক কৈ কিবা এটা কৰাটোহে ভাল হ'ব।

হেৰ বাহু-বনমালী, আহিলি ক'ৰ পৰা? আজি কেবাদিনো হ'ল তহঁত-

গাল নাই। কাকো নোকোৱা-নেমেলাকৈনো গৈছিলি ক'লৈ ?

পথাৰৰ পৰা বস্ত্ৰ বায়নে মতাওহে সিহঁতৰ সন্বিত আহিল। গাঁওচোন পাৰ্হৈ গৈছিয়েই। ওচৰে-পাজৰে ইহঁতবোৰো থাকিব পাৰে।

—সিহঁতে ভাবিলে।

নকৰা দদাইদেউ; গৈছিলোঁ। ভাল কাম এটাতে, পিছে নহ'ল। আৰু যাবও নালাগে। পিছে পৰে ভাগি-চিগি কম কথা, সিমানেই।

—বাহুৱে বেজাৰ মিহলি সুৰত ক'লে।

ধাননিৰ পৰা বকিয়ালৈ সিহঁতৰ ওচৰ চাপি আহি থকা দদাইটিয়ে তাৰ পৰাই আৰম্ভ কৰিলে :

বুজিছো; মই সকলো ধৰিছোঁ। তহঁত ৰণৰ কাৰণে গৈছিলি ? কি কলি, ৰণ আৰু নহয় ? আগলৈকো হোৱাৰ সম্ভাৱনা নাই ? কিবা অথন্তৰ ওলাল হবলা ?

অথন্তৰ গুৰুতৰ। মণিৰাম দেৱান দেউতাক বন্দী কৰিলে। বহিয়াল বৰুৱাই আত্মগোপন কৰিছে। স্বৰ্গদেউক গৃহবন্দী কৰিলে, সকলো বিদ্ৰোহী ধৰা পৰিল দদাইদেউ। আমি সিহঁতৰ দাস হৈয়ে দিনবোৰ কটাব লাগিব। অন্য কোনো গত্যন্তৰ নাই।

ৰত্ন বায়ন বহু সময় নিমাতে থাকিল। বয়সে গছকা ৰত্ন বায়নে সংসাৰখন দেখিছে ওচৰৰ পৰা। গোটেই কথাটো তৎক্ষণাৎ উপলব্ধি কৰিলে। উশাহ-নিশাহ লোৱাত কষ্ট পোৱা বেমাৰীৰ দৰে সেহাই সেহাই বায়নে ক'লে :

তেনেহলে আমাৰ দিনবোৰ অন্ধকাৰতে যাবগৈ। পোহৰ আহিবলৈ কেনিও সুৰুঙ্গা দেখা নাই। মন পেলাই নিদিবিহঁক। এদিন আন্ধাৰ আঁতৰিবই লাগিব। পোহৰে সুৰুঙ্গা বিচাৰি উলিয়াব বাহু !

হঠাৎ জাহাজৰ ভিতৰত ব্যস্ততা বাঢ়িল। গুৰুম্ গুৰুম্ শব্দত সি সচকিত হ'ল, বাকীবোৰ যাত্ৰীবো টোপনি ভাগিল। কি হৈছে জানিবলৈ সকলো উৎকণ্ঠিত হ'ল। জাহাজৰো লঙ্গৰ পেলোৱাৰ শব্দ শুনা গ'ল।

দুপৰ নিশাতে জাহাজখনে বঙ্গোপ-সাগৰৰ উত্তৰ সীমাত পাৰ চুলেহি।

জাৰ্মান নাবিক এজনে সকলো ভাৰতবাসীক নামি যাবলৈ নিৰ্দেশ কৰিলে। ততাতৈয়াকৈ কৰা ব্যৱস্থাৰে মানুহবোৰ চুচৰি-বাগৰি নামি পৰিল। অলপ পিছতেই জাহাজ শূন্যত অদৃশ্য হৈ গ'ল। জাহাজৰ পোহৰত ঠাইখন অতি নিৰ্জন আৰু জনশূন্য বুলি বুজিবলৈ কাৰো বাকী নাথাকিল। মুকলি আকাশৰ তলতে সাগৰৰ নাতিদূৰত আটাইবোৰ বন্দী থুপ খালেহি। গভীৰ অন্ধকাৰৰ নিৰ্জনতা আৰু সোঁ-সোঁকৈ বলি থকা চেঁচা বতাহে তেওঁলোকক ভলাব নোৱাৰিলে। মুক্তি পোৱাৰ আনন্দত, আপোনজনক লগ পোৱাৰ হেঁপাহে, উদ্দেশ্য সাধনৰ অপ্ৰত্যাশিত সুবিধাই, দীৰ্ঘদিনৰ বেদনা উপশমৰ আতিশয্যাত, আঠুত মূৰ গুজি তেওঁলোকে পোহৰলৈ অপেক্ষা কৰি ৰ'ল। তেওঁলোকৰ মনত ৰাতিটো বৰ সোনকালে শেষ হ'ল। পূব আকাশত সূৰ্য্যৰ কিৰণে তিৰবিৰাবলৈ ধৰিলে।

## প্ৰৱেশ

ৰ'দ ভালকৈ ওলোৱা নাই। ইফালে হাড় কপোৱা বতাহ। টোপনি ক্ষতি হ'লে বেচিকৈ জাৰ লাগে। সিহঁতবোৰ তুপ মানুহৰ কম নহ'ব। পোহৰ হোৱাৰ পিছত সি লক্ষ্য কৰিছে এটা নতুন মানুহ সিহঁতৰ দলটোত। এই মানুহটো আগতে সি কলিয়াপানীত দেখা নাই। এইটো কলীয়াপানীৰ বন্দী হ'বই নোৱাৰে। পিন্ধনত ধুতি-কুৰ্ত্তা, চকুত চশমা, ভৰিত চেণ্ডেল, গাত চাদৰ। কোনোবা বঙ্গালী ভদ্ৰলোকেই হ'ব।

কলীয়াপানী এৰি আহোঁতে তাৰ হাতত চিকাৰূপ মাত্ৰ কুৰিটাহে আছিল। গোসাঁই ঈশ্বৰে তাৰ হাতত দিছিল। আটাইকিটা অসমীয়াৰ ধনৰ ভৰাঁল হ'ল গোসাঁই ঈশ্বৰ। সেয়ে এয়াও সমূহীয়া টকাই হ'ব। স্বদেশলৈ উভতি অহাৰ আনন্দত কেনেকৈনো খৰছ-ভৰছ নোহোৱাকৈ ঘৰ পাব তাৰ মূৰত নোসোমালেই। অন্য মানুহৰ হাততো পইচা-পাতি সৰহীয়াকৈ থাকিব নেলাগে। কলীয়াপানীত পইচাৰ প্ৰয়োজনো নাই। সিহঁতৰ পৰিশ্ৰমেৰে কৰা ধান, শাক-পাচলি, ধৰি অনা মাছ-পুঠি আদিৰেই চলি যায়। লগা বস্তুৰ ভিতৰত লোণৰ বাদে সিহঁতে একো কিনা নাই। কাপোৰ-কানি কেতিয়াবা কিনিব লাগে, মাথোন লজ্জা নিবাৰণ আৰু জাৰৰ হাত সাৰিবলৈ। দোকান এখন আছে। চৰকাৰৰ ইচ্ছাত চলিছে। কলীয়াপানীলৈ কয়দী আনোতে কিছু সামগ্ৰী লৈ আহে সেই জাহাজতে। সিহঁত থকা দ্বীপটোলৈ আন দ্বীপৰ পুৰণি বাসিন্দা নাহেই বুলিব লাগে। কেতিয়াবা কেতিয়াবা অহা অন্য দ্বীপৰ বাসিন্দা সিহঁতে দেখিছে। যুগ যুগ আগতে অহা বন্দীসকলবো বহুতে নিজৰ ঘৰ-দুৱাৰ পাতি দ্বীপটোৰ স্থায়ী বাসিন্দা হোৱাৰ দৰে হৈছে।

তাহাঁত বোৰৰ পইচা নাই বুলি চাহাবহঁতেও জানিছিল। হয়তো

ৰামানুজমে সিহঁতক কৈছিল। সিহঁতক তাৰ পৰা লৈ যোৱাৰ কথা কওঁতে চাহাবহঁতে সকলোকে ঘৰ পোৱাকৈ পইচা-পাতি দিব বুলি ৰামানুজমে কৈছিল। জাহাজত কিন্তু সিহঁতক কোনোৱে পইচা-পাতি নিদিলে। পইচা-পাতিৰ কথা অৱশ্যে তাৰ মনলৈ অহাই নাছিল।

এতিয়াহে তাৰ পইচাৰ চিন্তা আহিছে। সি তাৰ কঁকালত গামোচাৰে টানকৈ বান্ধি থোৱা পইচা কিটা চুৰিয়াৰ ওপৰতে পিটিকি-পাটাকি চালে। আছে, পইচা কিটা বন্ধা ভাৱতে আছে। কুৰি টকাৰে জানো সি ঘৰ পাবগৈ? যিমান দূৰ আটে গাড়ী-ঘোঁৰাতে খৰছ কৰিব। শেষ হ'লেই সি খোঁজ কাঢ়িবলৈ আৰম্ভ কৰিব। আগতেওতো সিহঁতে খোঁজ কাঢ়িয়েই ফুৰিছিল।

সিহঁতৰ লগত থকা নতুন মানুহজনে সিহঁত সকলোকে খোৱা-বোৱাৰ ব্যৱস্থা কৰি দিব আৰু নিজৰ নিজৰ স্থানলৈ যোৱাৰ সুবিধা লগাই দিব বুলি সিহঁতক জনালে। আন্ধাৰে পোহৰেই সকলোকে তাৰ লগে লগে যাবলৈ ক'লে। হওক তেও, এটা চিন্তা মূৰৰ পৰা আঁতৰিল।

মানুহজনে কোৱা দৰেই পিছে পিছে সিহঁতে খোঁজ পেলালে। প্ৰায় দহ মাইলমান বাট ভোকে-লঘোনে কলোকপৌকৈ যোৱাৰ পিছতে সিহঁতে জনবহুল অঞ্চল এটা পালেগৈ। আৰু কিছু বাট যোৱাৰ পিছতে পোৱা ঠাইখন ডাইমণ্ড হাৰবাৰ বুলি সি আঁতৰতে চিনি পালে। এই ঠাইতে কীলয় পানীলৈ নিওঁতে তাক জাহাজত তুলিছিল। সেই মানুহটোৱে তাহাঁতক এখন হোটেললৈ নিলে আৰু ভোক গুচাই খাবলৈ দিবলৈ ক'লে। সঁচাকৈ ভোক গুচাকৈয়ে সিহঁতে শুকান কটি আৰু ভাজি খালে। সিয়ো পেট ভৰাই খালে।

হোটেলতে প্ৰায় দুঘণ্টামান ৰ'ল। সেই মানুহটোৱে জেপৰ পৰা কাগজ এখন উলিয়াই প্ৰতিজনকে নাম ধৰি মাতিলে আৰু কিবা কিবি সোধা-পোচাও লাগিল। তাকো মাতি আনি সোধ-পোচ কৰিলে। তাৰ বুজিবলৈ বাকী নাথাকিল এইটো জাৰ্মান চাহাবহঁতৰ লোক।

আনবোৰৰ দৰে তাৰো ঘৰ-দুৱাৰৰ ঠা-ঠিকনা লিখি ললে। প্ৰতিজন লোকেই প্ৰথমতে কলিকতালৈ যাব লাগিব আৰু তাৰ পৰাই নিজ নিজ ঘৰলৈ যাবৰ বা-ব্যৱস্থা হ'ব বুলি জনালে। সেই হোটেলৰ পৰাই সিহঁতক কলিকতালৈ বাচ-গাড়ীৰে লৈ যাব বুলিও জনালে।

তৃতীয়খন বাচ-গাড়ীত উঠিবলৈ তাৰ ডাক পৰিল। কলিকতাৰ ক'ত নমাব-কৰিব বাচৰ চালকক তাকো পৰামৰ্শ দিলে। সকলো যাত্ৰীৰ ভাৰা সি একমুঠে চালকক দি দিলে। তাহাতে হোটেল এৰোঁতেও সেই মানুহটো তাতে বৈ যোৱাত সিহঁতক কি কৰিব খুজিছে, সেইলৈ তাৰ কিছু চিন্তা হৈছিল, বিশেষকৈ নিতাই নাম তাৰ পিছতে লিখিছিল, কিন্তু তাক তাহাতৰ লগত বাচত উঠিবলৈ নিদিয়াত সি বেচি শঙ্কিত হৈ পৰিছিল। কিন্তু ইমান পৰে মানুহটোৰ আৱ-ভাব ভালেই দেখাত একো বিপদ নহ'ব বুলি সি মনক প্ৰবোধ দিলে।

বাচ বাটত দুবাৰ বহু সময় ধৰি ৰৈছিল। ইয়াতো সিহঁতক লঘু আহাৰ দিছিল। পইচা চালকে আদায় কৰিছিল। গাড়ী বেগাই চলিছিল। কলিকতা মহানগৰ পাওঁতে ৰাতি হৈছিল। কলিকতাৰ কথা সি আগতেও জানে, ভালকৈ চোৱাৰ সুবিধা হওঁতে পোৱা নাছিল। কলিকতাত কেদিনমান থাকিব লাগিব বুলি সি এটা ধাৰণা কৰিছিল, কাৰণ জাৰ্মানসকলে সিহঁতক এটা উদ্দেশ্যৰ বাবে যিহেতু ওভতাই আনিছে, সেইবোৰ নোকোৱা-নেমেলাকৈ তাহাঁতক যাবলৈ নিদিব। কলিকতাত থাকিলে সি নগৰখন ঘূৰি-পকি চাই লব বুলি মনতে ঠিক কৰিলে। বাটত সি কাৰো লগত কথা পতাৰ সুবিধা পোৱা নাছিল। তাৰ লগত থকা প্ৰায়বোৰে বিহাৰী। ৭/৮ জন মান বঙালী মানুহ আছিল, সিহঁতে ওৰে বাটে লেঠাৰি নিচিঙা কথাৰে টেপটেপাই আহিছিল।

ৰাতি এঘাৰ কি বাৰ মান বজাত ঠেক অকোৱা-পকোৱা বাটেৰে গৈ এঠাইত গাড়ীখন ৰ'লগৈ। চালকে সিহঁতক নামিবলৈ ক'লে। ঠাইখন মহানগৰীৰ, বাহিৰৰ অথচ নগৰৰ ওচৰ-পাজৰৰ ভিতৰুৱা ঠাই বুলি বুজিবলৈ সৰহ পৰ নালাগিল। কালীবাৰী এখনৰ পিছফালে

শাৰী-শাৰীকৈ সজা দীঘল ঘৰবোৰ; খেৰৰ চাল্নী, কাঠৰ দুৱাৰ-খিৰিকী, ভেটিবোৰ কেঁচা। তাতে সিহঁতক থাকিবলৈ দিলে। ঘৰবোৰ চাপৰ, কোঠাবোৰ সৰু, অথচ বেচ পৰিষ্কাৰ-পৰিচ্ছন্ন। প্ৰতি কোঠাতে দুখনকৈ খাট, এখনকৈ মেজ, দুখনকৈ চকী আছে। প্ৰতি কোঠাতে এটাকৈ লণ্ঠন গুলোমাই থোৱাৰ ব্যৱস্থা আছে। এইবোৰ যে বিপ্লবীসকলৰ শিক্ষা দানৰ গুপুত বাহৰ, সি বুজিলে। মুখ-হাত ধোৱাৰ বাবে কেবাজনো বঙালী ডেকাই তৎক্ষণাৎ ব্যৱস্থা কৰি দিলে। খোৱাৰ ব্যৱস্থাও বৰ সোনকালে হ'ল। যা-যোগাৰ কৰি দিয়া-বোৰ বিপ্লৱত বিশ্বাসী ডেকা বুলি সি পিছত জানিছিল। অলপ-অচৰপ বঙলা ভাষা পঢ়াশালিত শিকা এতিয়া তাৰ কামত আহিল।

তাত থকা প্ৰথম দুদিনত সিহঁত থকা ঠাইৰ পৰা বাহিৰলৈ ওলাই নাযাবলৈ কোৱাৰ বাহিৰে কেৱে তাহাঁতৰ লগত একো কথা-বতৰা পতা নাছিল। সময়মতে উঠা-খোৱা, বিপ্লবী প্ৰচাৰ-পত্ৰ যুগান্তৰ পঢ়া আৰু বহি-শুই কথা-বতৰা নিজৰ ভিতৰতে পতাৰ বাহিৰে অন্য একো কাম তাহাঁতৰ নাছিল। সিহঁত দুশজনমান কলীয়াপানীৰ পৰা আহিছিল যদিও তাত এশমান মানুহহে আছিল। বাকীবোৰ অন্য ঠাইত ৰাখিছে বুলি সি ভাবিছিল। নিতাই, ৰামসিংহঁতো তাত নাছিল।

তৃতীয় দিনা দিনৰ দহমান বজাত আটাইবোৰকে একে ঠাইতে গোট খুৱালেহি। আঁতৰৰ পৰা অহা দুজন সুস্থ-সুঠাম মানুহক সিহঁতৰ ওচৰলৈ লৈ আহিল। তাৰে এজনৰ নাম ধীৰেণ চৰকাৰ, আনজনৰ নাম চন্দ্ৰ সেন। অন্য এদিন তেওঁলোকক বুজোৱা-মেলা কৰিছিল আৰু এজনে, তেওঁৰ নাম আছিল অবিনাশ ভট্টাচাৰ্য্য। তেওঁলোকে নিজে নিজৰ পৰিচয় দিছিল। প্ৰথমতে ধীৰেণ চৰকাৰ বোলাজনে বিপ্লৱৰ ধ্বনি দি অতি বিনয়েৰে বঙলা ভাষাৰে ক'লে: ভাৰত ভাৰতীয়ৰ কাৰণে। বগাচাহাবহঁতৰ পৰা আঁতৰত থাকিম। বন্দে মাতৰম্।

বন্ধুসকল! আপোনালোকক আমাৰ বিনম্ৰ সম্ভাষণ জনাইছোঁ। আপোনালোক কেৱে চোৰ-ডকাইত নহয়। সমাজৰ বিৰুদ্ধে অপকৰ্ম

কৰি কলীয়াপানীলৈ যোৱা নাছিল। সেয়ে আপোনালোকক জাৰ্মান বন্ধুসকলৰ সাহায্যত নিজ নিজ ঠাইলৈ উভতি গৈ বিপ্লৱৰ বহ্নি জ্বলাবলৈ কলীয়াপানীৰ পৰা ওভোতাই আনিছোঁ। যিবোৰ সঁচাকৈয়ে অপৰাধী তেনে লোককো আমাৰ কামত কেইটামান দিশত সহায্য কৰিবলৈ কলীয়াপানীৰ পৰা আনিলেও তেওঁলোকক ইয়ালৈ অনা নাই। নিজ নিজ ঠাইলৈ পঠাই দিয়া হৈছে। আপোনালোক ইয়াত এসপ্তাহ থাকি আমাৰ ভবিষ্যত কৰ্মপন্থাৰ বুজ দিয়াৰ পিছত, কৰিব লগা কামৰ আঁতি-গুৰি বুজি লোৱাৰ পিছত, আপোনালোককো নিজ নিজ ঠাইলৈ পঠাই দিয়া হ'ব। আমি আপোনাসকলৰ সকলো খা-খৰছ বহন কৰিম। যিহেতুকে কলীয়াপানীৰ পৰা আপোনাসকল চৰকাৰৰ হুকুম অমান্য কৰি আহিছে, বাহিৰত ওলাই-সোমাই ফুৰিলে চোৰাংচোৱাৰ চকুত ধৰা পৰিলে, আমাৰ গোটেই পৰিকল্পনাটোৱেই বিনষ্ট হ'ব। আপোনালোক প্ৰত্যেকেই একোজন বিপ্লৱী— আপোনালোকে এই কথা বুজাত নিশ্চয় অসুবিধা নেপাব। আমি মাত্ৰ আপোনালোকক কম, আপোনাসকলে ইমান দিনে দুখে-কষ্টে কলীয়াপানীত কটালে আৰু সাতোটা দিন ইয়াত ৰৈ যাব কষ্টৰে— এয়াই আমাৰ একান্ত অনুৰোধ।

নিতাইহঁত কিয় ইয়াত নাই আৰু তাহাঁতক কি উদ্দেশ্যেৰে ইয়ালৈ আনিছে— জনাৰ পিছত মনৰ সকলো শঙ্কা আঁতৰ হ'ল আৰু সাতোটা দিন কটাবলৈ মনত সাহস পালে বাস্তৱে। অফুৰন্ত সময় হাতত থাকিও পুলিচৰ চৰৰ হাতত ধৰা পৰাৰ ভয়তে এদিনলৈকো কোনো বাহিৰলৈ নোলাল।

কলিকতা নগৰৰ সীমা-মূৰলীৰ হাসনাবাদৰ কালীবাৰীত মুঠতে ন দিন কটালে তাহাঁতবোৰে। বিপ্লৱৰ জয়গান, বিপ্লৱৰ সাৰ্থকতা, বিপ্লৱৰ মাধ্যমেৰেহে ভাৰতৰ স্বাধীনতা আহিব আৰু তাৰ বাবে বিদেশী শক্তিৰ সহায় অপৰিহাৰ্য— এইবোৰেই আছিল বুজনি। ভাৰতৰ স্বাধীনতা অৰ্জনত সহায় কৰিব জাৰ্মানসকলে আৰু অতি সোনকালে আৰম্ভ হ'ব পৃথিৱী জুৰি মহাসমৰ। ইয়ে আমাক দিব সেই ইপ্সিত সুবিধা। আমি লব

লাগিব মনে-প্ৰাণে সেই সুবিধা। মাতৃ-ভূমিক কৰিব লাগিব শৃংখল-মুক্ত। জাৰ্মানসকলে অস্ত্ৰ-শস্ত্ৰৰে বিপ্লবীসকলক সহায় কৰিব। যি-সকলে অস্ত্ৰ পৰিচালনা কৰিব পাৰে সেই সকলে প্ৰত্যক্ষ সংগ্ৰামত নামি পৰিব লাগিব আৰু জাৰ্মানক সাহায্য কৰিব লাগিব। জাৰ্মান-সকলে ইংৰাজৰ বিৰুদ্ধে যুঁজিব। ইংৰাজ আমাৰ স্বাধীনতাৰ অন্তৰায়, শত্ৰু। সেয়ে ইংৰাজক যুঁজত সহায় নকৰি তেওঁলোকৰ বিপৰ্য্যয়ৰ সৃষ্টি কৰাটোৱেই, পদে পদে অসুবিধাত পেলোৱাটোৱেই হ'ব বিপ্লবীসকলৰ কাম। বিপ্লবী সকলৰ যোগসূত্ৰ কেনেকৈ ৰখা হয়, তাৰ বিশদ বৰ্ণনা আৰু ভবিষ্যত ব্যৱহাৰ হ'ব লগা কিছুমান গুপ্ত সংকেতৰ ব্যাখ্যা আৰু তাৰ অৰ্থ কৰিও বুজালে সেই বিপ্লবীসকলে। এয়াই আছিল সাত দিনৰ পাঠ্যক্ৰম, বিপ্লবীসকলৰ ভবিষ্যতৰ কাৰ্য্য-সূচী ; বিপ্লবৰ মাজেৰে ভাৰত-মাতৃক মুক্ত কৰাৰ পৰিকল্পনাৰ ইংগিত আৰু তাৰ বাবে কৰিব লগা প্ৰতিজ্ঞা আৰু প্ৰতিশ্ৰুতি।

পাঠ্যক্ৰম শেষ হ'ল। প্ৰতিজনৰ নাম-ঠিকনা টুকি লৈ প্ৰতিজনকে দুশকৈ টকা বাট খৰচৰ বাবে আদায় দিলে এই প্ৰশিক্ষণ শিৱিৰতে। মাজত সময়ৰ ব্যৱধান ৰাখি প্ৰত্যেককে নিজ নিজ ঠাইলৈ যোৱা যান-বাহনৰ সময়, স্থান আদিৰ কথা জনাই বাট-পথৰ সম্যক জাননী দি সাৱধানে সন্তৰ্পণে আহিবলৈ দিয়া হ'ল প্ৰশিক্ষণ শিৱিৰৰ পৰা।

বাহুৰে কালীবাবীৰ পৰা ওলাই আহোঁতে সি এটা কথাই নাজানিলে, বোধহয় আনবোৰেও নাজানিলে—এই বিপ্লবীসকলৰ প্ৰধান কোন, নাম কি, ক'ত তেওঁলোকৰ মূল কাৰ্য্যালয় ? হাসনাবাদৰ এই নিৰ্দিষ্ট ঠাইকণৰনো নাম কি ? তেওঁলোকৰ খোৰ-বোৱাৰ ব্যৱস্থা কৰিলে কোনে ? আৰু প্ৰত্যেককে দুশকৈ টকা দিয়া হ'ল ক'ৰপৰা ?

যাওঁক এইবোৰ অৰ্থহীন চিন্তা। মাতৃ-ভূমিক শৃঙ্খলমুক্ত কৰিব বিচাৰে এওঁলোকে। পৰাধীনতাৰ শিকলি চিঙি স্বাধীন কৰিব খোজে দেশ-মাতৃক, এইখিনিতেই তাৰ লগত মিল। এই বিপ্লবীসকলৰ বাহিৰেও অনেকে মাতৃ-ভূমিক মুক্ত কৰিব বিচাৰিছে। কি পন্থাৰে

এই লক্ষ্যত উপনীত হ'ব—তাতেই মাত্ৰ পাৰ্থক্য এওঁবোৰৰ। লক্ষ্য কিন্তু এটাই—ভাৰত ভূমিৰ স্বাধীনতা। ঘৰলৈ ঘূৰি গৈ যদু গোপাল মুখাৰ্জীক বিচাৰিব লাগিব, গুৱাহাটীৰ ফাঁচী বজাৰ আৰু আঠগাঁৱত লগ ধৰিব লাগিব। নলিনী ঘোষ আৰু তেওঁৰ লগৰীয়া-সকলক। অম্বিকাগিৰীৰ সেৱা-সংঘৰ লগত কিয় তাক যোগাযোগ কৰিবলৈ বিপ্লৱীসকলে পৰামৰ্শ দিলে, সেইটো কিন্তু সি বুজিব নোৱাৰিলে।

## বাইশ

দীৰ্ঘ দিন জিৰণিৰ পিছত তাৰ মনটো আছিল ফৰকাল, উজ্জ্বল। ক'তো ক্লান্তিৰ লেশমানো চিন নাই। ঘৰ পোৱাৰ আনন্দত দুখ-ক্লেশ আঁতৰি গ'ল ক'ৰবালৈ। হাওৰা ষ্টেচনত নমাই থৈ সিহঁত-বোৰো গুচি গ'লগৈ। সি সচাঁকৈয়ে ঘৰ পাবগৈ! ষ্টেচনত নামিলতে তাৰ মনটো বেচিকৈ উৎফুল্লিত হ'ল। অসম মুৱা ৰেল যাবলৈ এতিয়াও তিনি ঘণ্টাৰ ওপৰ আছে। চহৰত এপাক ফুৰি আহিবলৈ তাৰ মন-টোৱে উগুল-থুগুল লগালে। তাতে ইমান দিনৰ মূৰত ঘৰলৈ ওলাইছে, জোনাকীলৈ কিবা এটা লৈ যোৱা ভাল।

ষ্টেচন এৰি নগৰৰ মাজলৈ সি আগুৱাবলৈ লাগিল। কোনো লক্ষ্য নোহোৱাকৈ সি অনাই-বনাই ফুৰিবলৈ ধৰিলে। চকু চাঁট মৰা বিজুলী বাতিৰ পোহৰ, প্ৰকাণ্ড প্ৰকাণ্ড অট্টালিকা; চালে চকু ৰোৱা সজাই-পৰাই থোৱা দোকানবোৰ, লেঠেৰি নিচিগা যান-বাহন। মানুহৰ জুম-বোৰ চাই চাই তাৰ বৰ ভাল লাগি গ'ল। ভাগ্যৰ বলতহে ইমান ডাঙৰ নগৰখন দেখিলে।

এখন কাপোৰৰ দোকানত সোমাই জোনাকীৰ বাবে এটা নীলা ৰঙৰ চেমিজ কিনিলে। নীলা ৰং তাই বৰ ভাল পায়। এখন চুৰিয়া আৰু এযোৰ ছতিও কিনিলে তাৰ কাৰণে। ৰেলৰ সময় ওচৰ চাপি আহিছে। এখন হোটেলত সোমাই পেট পূৰাই খাই ললে গধূলাৰ আহাৰ। মানুহক সুধি সুধি সি উভতি আহিল—হাওৰা ষ্টেচনলৈ।

ৰেল গধূলা আঠ বজাত এৰিব লাগিছিল। এঘণ্টা পলমকৈ এৰিব। ডবা এটাত উঠি লৈ বেঞ্চ এখনৰ এমূৰে চুক এটাত ভালকৈ বহি ললে সি। ৰেল এৰিবৰ আগে আগে ঠেলা-হেঁচা কৰি এজাক মানুহ

তাৰ ডবাটোতে উঠিল। ৰেলে উকি মৰা সময়লৈ মানুহেৰে ডবাটো ঠাহ খাই পৰিল। ইমানবোৰ মানুহনো ক'লৈ যায়, সি বুজিবকে পৰা নাই। মানুহবোৰে যেনেকৈ ঠেলা-হেঁচা লগাইছে, প্ৰত্যেকৰে যেন জৰুৰী কামহে আছে।

—সি ভাবিলে।

ইমানবোৰ মানুহ ডবাটোত উঠিল। তাৰ উশাহ-নিশাহেই বন্ধ হোৱাৰ উপক্ৰম হ'ল।

দীঘলকৈ ছুবাৰমান উকিয়াই ছুচ্-ছুচ্ কৰি শব্দ কৰি ৰেলে হাওঁৰা এৰিলে। বাপুৰ প্ৰথম ৰেল-যাত্ৰা। গাড়ীখন এৰাতহে তাৰ উশাহ-নিশাহ পোৱা যেন লাগিল। সি যে সঁচাকৈয়ে ঘৰ পাবগৈ এতিয়াহে নিশ্চিত হ'ল। স্বস্তিৰ নিশ্বাস পেলালে সি।

প্ৰায় আঠে কুৰি বছৰৰ মূৰত সি তাৰ জন্ম ঠাই দেউবালি পাবগৈ, তাৰ ঘৰ পাবগৈ, জোনাকীক পাবগৈ, লগৰ সমনীয়াবোৰক পাবগৈ—তাৰ আনন্দৰ সীমা নাই, আশাৰ অন্ত নাই। তাৰ মনটো উৰা মাৰিলে দেউবালি গাঁৱলৈ—জোনাকীৰ ওচৰলৈ।

জোনাকীক সি কিমান ভাল পায়, কিমান মৰম কৰে! তায়ো জানো তাক কম ভাল পাইছিল। এদিনো দুয়োটাই দুয়োটাক নেদেখিলে থাকিব নোৱাৰিছিল। তাই হয়তো তাক দেখিলে আচৰিতেই হ'ব, আনন্দত কান্দিয়েই পেলাব। সিয়ো তাইক সাবট মাৰি ধৰি ··· নানা চিন্তাই তাক আগুৰি ধৰিলে। নানা স্মৃতিয়ে তাৰ চিন্তাত খেলি-মেলি লগালে।

জ্ঞান-প্ৰদায়িনী সভা বহাত বহিছিল। তাৰ পৰা উভতিয়েই সি-জোনাকীৰ তালৈ গৈছিল। ফণিধৰ পেহাইতে ঘৰ দুটা ভাঙ্গি জোনাকীক লগলৈ আনিলে। মইনা পেহী জোনাকীৰ আইতাক হ'লহি। জোনাকীক সি বিয়া কৰিব বুলি জনাজনি হৈছে। সি জোনাকীৰ তালৈ গলে পেহীয়ে আটাইতকৈ বেচি ভাল পায়। তাইতো পায়েই। জোনাকীৰ মৰমে তাক তালৈ টানি থাকে। মনে লকলকাই থাকিলে

হ'ব কি। সমাজে বেয়া বুলিব। তাতে অঞ্চলটোৰ দুটা নে তিনটা ইংৰাজী স্কুলত পঢ়া ল'ৰাৰ ভিতৰত সিয়ো এটা। পঢ়ি-শুনি অন্যে বেয়া পোৱা কাম কৰিবলৈ তাৰ মনে নকয়। '৫৬ চনৰ শেষৰ পৰা মাহেকে পষেকে সি দেখদেখকৈ জোনাকীৰ ঘৰলৈ যায়। জোনাকীয়ে প্ৰায়েই ইটো-সিটো কথাৰ মূৰতে দেশৰ, দহৰ কথা-বতৰা উলিয়ায় বেছি। তাই জানেও বহুতো কথা। মিছন স্কুলৰ শিক্ষা-দীক্ষা বোধ হয় ভাল ন'হলে ইমানবোৰ কথা তাই জানিব কেনেকৈ? মাজে সময়ে প্ৰশ্ন সুধি তাকে তাই থোটামোজা খুৱাই দিয়ে। এবাৰ তাক শিবৰাম বৰুৱাই ৰহালৈ মাতিছে বুলি কোৱাত তাইক বৰ চিন্তিত দেখা গৈছিল। কিবা অজান আশঙ্কাত তাই যেন চিন্তিত হৈছিল। মতাৰ কাৰণটো তাইক কোৱা হোৱা নাছিল।

১৮৫৭ চনৰ কথা। বিহুৰ আগে আগে সি গৈছিল কৃষ্ণৰাম ৰহিয়াল বৰুৱাৰ চ'ৰালৈ। ৰহিয়াল বৰুৱাৰ ঘৰলৈ ৰণৰ কামত সি বহুৱাৰ গৈছে। এই সময় ছোৱাত সি-বনমালী বৰ ঘনাই ঘনাই যাব লগা হৈছিল: কিন্তু শিৱৰাম বৰুৱাৰ নিমন্ত্ৰণত সি এই প্ৰথম বৰুৱাৰ টোলৰ ভিতৰলৈ সোমাইছে। আনন্দৰাম ঢেকিয়ালফুকন আৰু গুণাভিৰাম বৰুৱাই ১৮৫৭ চনৰ প্ৰথম ভাগতে মানুহৰ মাজত উন্নত জ্ঞান-বিজ্ঞানৰ চৰ্চা কৰিবলৈ নগাঁও চহৰত জ্ঞান-প্ৰদায়িনী সভাৰ জন্ম দিয়ে। ইয়াৰ সদস্য সংখ্যা পঞ্চাশ কি ষাঠি হ'ব। ইয়াৰ বৈঠকবোৰ সাধাৰণতে ৰবিবাৰে চহৰতে বহে আৰু কমেও তিনিভাগৰ এভাগ ইয়াত যোগ দিয়ে। এই সভাৰ বৈঠক কেতিয়াবা কেতিয়াবা সদৰৰ বাহিৰতো হয়। গুণাভিৰাম বৰুৱাৰ প্ৰতি থকা তাৰ শ্ৰদ্ধাৰ বাবে শিবৰাম বৰুৱাৰ মাধ্যমে সিয়ো এই সভাৰ সদস্য হ'বলৈ সুবিধা পাইছিল শিৱৰামৰ ঘৰত বহা বৈঠকতে। ৰহালৈ আহিহে সি আনন্দৰাম ঢেকিয়ালফুকনৰ কথা-বাৰ্ত্তা শুনি তেওঁৰ মোহত পৰিছিল। সেইদিনা হোৱা তাৰ অভিজ্ঞতা সি জীৱনত পাহৰিব নোৱাৰে। জনা-বুজা মানুহৰ সঙ্গ-সুখ কিমান সোৱাদ লগা এতিয়াহে সি অনুভৱ কৰিছে। ৰণৰ কামত বৰকৈ জড়িত হোৱাত

আৰু এই সভাই মহৎ কিছু কৰিব পাৰিব বুলি তাৰ বিশ্বাস নোহোৱাত মাথো সঙ্গ-সুখ আৰু নতুনক জনাৰ ইচ্ছাতহে সি এই সভালৈ গৈছিল। সি সৰ্বমুঠ ৰহাৰ বৈঠককে ধৰি চাৰিখনত যোগ দিছিল।

সি জোনাকীৰ লগত দীঘলীয়া সময় কটাইছিল। তাক তাই হাঁহিৰে সম্ভাষণ জনাই ৰৰপীৰাখনত বহিবলৈ দিয়েই খৰধৰকৈ সুধিছিল ঃ

তাৰ পৰা কেতিয়া আহিলি ? শিৱৰামেনো মাতিছিল কিয় ?

তই ভয় খাইছিলি হবলা ?

জোনাকীয়ে পোনে পোনে তাৰ চকু দুটালৈ চালে আৰু তাই মনটো মাৰি পেলালে। বাস্তুৰ ধেমালিক তাই সহজকৈ লব নোৱাৰিলে।

—বাস্তুৱেই পুনৰ মাতিলে ঃ

মই তোক চাইচোঁহে জোনাকী। মনটো সেমেকাই দিবৰ কথাচোন মই কোৱাই নাই। তইচোন জানই শিৱৰামৰ লগত মোৰ পূৰ্বৰে চিনাকি। সি দুশ্ৰেণীমান আগত পঢ়িলেও আমি সম-বয়সীয়া বুলিব পাৰ। সি এইবাৰ নতুন কথাতহে মাতিছিল।

তাইৰ মনটো উৎসাহিত হ'ল। মোৰ কোনো অন্য উদ্দেশ্য নাই বুলি তাই বুজিলে।

নতুন কথা ? তাৰ লগত তোৰ কিহৰ নতুন কথাটো ওলাল ?

গুণাভিৰাম বৰুৱাক তই দেখিছোঁ বুলিছিলি নহয় ?

অ' গুণাভিৰাম বৰুৱা আৰু আনন্দৰাম ঢেকিয়াল ফুকনক বৰুৱাৰ ঘৰত দেখিছোঁতো। বৰ জনা-বুজা মানুহ। তেওঁলোকৰ লগৰীয়াজনহে তেওঁ-লোকৰ লগত খাপ নেখালে নেকি ?

তই শিৱৰাম বৰুৱাৰ কথা কৈছ ? মানুহটো আচলতে বেয়া নহয়। ধনী মানুহৰ গাত থকা বেয়া গুণখিনি সি জোকাৰি পেলাব পৰা নাই, ইমানেই। জ্ঞান-বুদ্ধি তাৰো কম নহয়।

স্বভাৱ বেয়া হ'লে জ্ঞান-বুদ্ধি দি কিটো হ'ব ?

তাৰ স্বভাৱ বেয়া বুলি কোৱাটো টান। কিবা নকৰিব লগা কৰিলেও সি শেষলৈ যোৱা নাই। জ্ঞান-বুদ্ধি থকা বাবে, সি উন্নতি

গ'লগৈ। মোৰ লগত তাৰ বন্ধুত্ব হৈছে। এটা কথা কিন্তু ঠিক, টকা-পইচা, ধন-ধানৰ গপ শিৱৰামৰ নাই। সকলোৰে লগত মিলা-মিচা কৰিব পৰাটোৱেই তাৰ ডাঙৰ গুণ জোনাকী। দেউবালিলৈ আহিবলৈ তাক মই মাতি আহিছোঁ।

জোনাকী বহুত সময় নিমাতে ৰ'ল। শিৱৰামক দেখি স্থলি-পুৰি মৰা বাহুৰ মুখতচোন তাৰ প্ৰশংসাৰ শেষ নাই একেবাৰে নিমন্ত্ৰণ কৰি আহিছে দেউবালিলৈ। তাই পূৰ্বৰ ঘটনাবোৰলৈ উভতি যায়গৈ। শিৱৰামে হোৱাই নোহোৱাই সিহঁতৰ ঘৰলৈ আহিছে, কথা-বতৰা পাতিছে, পিঠিয়ে-হাতে ধৰিছে, ফুৰিবলৈ যাওঁতে পিছে পিছে গৈছে, এইবোৰ সঁচা। সি ভাল পোৱাৰ কথাও প্ৰকাশ কৰিছে,কিন্তু সিটো কেতিয়াও তাইক দুঃব্যৱহাৰ কৰা নাই। সি যদি সঁচাকৈয়ে বেয়া হ'লহেঁতেন, তাইক বল প্ৰয়োগ কৰিলেও তাক বাধা দিওঁতা কেও নাছিল। তাক দেউবালিৰ ঘৰলৈ আহিবলৈ মানা কৰাৰ পিছত এদিনো সি অহা নাই সি তেন্তে সঁচাকৈয়ে তাইক ভাল পাই পেলাইছিল নেকি? নানা কথাই মনটো উগুল-থুগুল লগালে। বাহুৰে কোৱা কথাবোৰ তাৰ টকা-পইচা, ধন-ধানৰ গপ-দৰপ নাই—তাইক বাৰে বাৰে ক্ৰিয় কৰিবলৈ ধৰিলে। তাৰ প্ৰতি তাইৰ দুৰ্বলতা নাই, কিন্তু তাক কৰা দুঃব্যৱহাৰৰ বাবে তাই ব্যথিত হ'ল, অনুতপ্ত হ'ল।

কি হ'ল, তইচোন একোকে নকৱ?

শিৱৰামৰ কথা ভাবিছোঁ। তই যে তাক একেবাৰে মাতি আহিব পৰা হলি তাকেহে ভাবিছো।

ভাবিবলৈ কিটো আছে! বন্ধু ঘৰলৈ আহিলে বন্ধুৰ ব্যৱহাৰ পাব। সেইবোৰ যাওঁক। মই বৰুৱাৰ ঘৰলৈ অনেকবাৰ গৈছো। ভিতৰখন দেখা নাছিলোঁ; এইবাৰ দেখিলোঁ। আৰে, সকলোচোন চাহাবী কায়দা। দুখীয়া-দৰিদ্ৰৰ হৈ কিয় তেওঁ বলিয়া হৈ পৰিছে, মই বুজিবকে নোৱাৰা হৈছোঁ। ইমান ধন-ধান প্ৰাচুৰ্য্য বৰুৱাই গোটালে কেনেকৈ? এহাতে বৰুৱাৰ বিৰাট প্ৰাসাদ, ধনধান, ঐশ্বৰ্য্য-বিভূতি, চাহাবী ধৰণ-কৰণ আৰু

ওচৰতে সিঁচৰিত হৈ আছে আধাপেটি মানুহৰ শাৰী শাৰী জুপৰী—দীন তাৰ সাক্ষ্য অৰ্দ্ধনগ্ন পজাঁবোৰ। ইহঁতক শোষণ কৰিয়েই বৰুৱা ঐশ্বৰ্য্যশালী হৈছে।

তই নাজানি বৰুৱাক দোষাৰোপ কৰিছ। এসময়ত বৰুৱাৰ যি ধন-ধান, ঐশ্বৰ্য্য-বিভূতি আছিল, তাৰ তুলনাত এতিয়া একোৱেই নাই। একালৰ আচবাব, ধুমধামবোৰ হয়তো আছে, ভিতৰত মূল্যবান একোৱেই নাই। যি অলপ-অচৰপ আছিল, চাহাবহঁতক শিকাৰলৈ দিনে খৰছ কৰি উদং কৰি পলাইছে। বৰুৱাৰ সা-সম্পত্তি যি সামান্য আছে তাকো শিবৰামক গটাই দিছে। টোলৰ দক্ষিণৰ আলহী ঘৰটোতে বৰুৱাই থকা ঘৰ কৰিছে। তই চোন জানই শিৱৰাম গৃহস্থ হোৱাতহে আমি দেউবালি পালোঁহি।

তই যিয়েই নকৱ বৰুৱাৰ ঘৰৰ বয়-বস্তু, আচবাব দেখি মই আশ্চৰ্য্য হৈছোঁ। এতিয়া কৃষ্ণৰাম বৰুৱা যদি গিৰিহঁত নহয়ো, শিৱৰামে প্ৰজাক শোষণ নকৰিলে এইবোৰ ৰাখিব নোৱাৰে।

শিবৰামে বৰুৱাৰ সা-সম্পত্তি চলোৱা দূৰৰে কথা, সেইবোৰ লৈ যে দুবেলা দুমুঠি খাব তাকো মই বিশ্বাস নকৰোঁ। বৰুৱা জীয়াই থাকোতেই আধা বস্তু নাইকিয়া হ'ল। কেদিন মান ৰ, সি বাটলৈ ওলাব।

সেইটো হয়তো হ'ব পাৰে। শিৱৰামৰ স্বভাবত শোষণৰ চিন্তা নাই, তেনে দুগুণ নাই। ওচৰৰ মানুহে তেওঁক বুজিব পাৰিলে পথৰ ভিক্ষাৰী হোৱাৰো কাৰণ নাই। বহা মহলৰ অৱস্থা টনকিয়াল হৈছে বুলিহে লক্ষ্মণচিং সেনাপতিয়ে মোক কৈছে।

তইনো কি এনে বস্তু দেখিলি, একেবাৰে আচৰিত হৈ গলি? বৰুৱাৰ ঘৰৰ দুৰ্গাপূজা, কালীপূজা, চণ্ডীপূজা, অন্নপূজা দেখিছ? পূজাৰী ব্ৰাহ্মণ আনে কলিকতাৰ; যাত্ৰাগান নৃত্য-নাটিকাৰ দল আনে কলিকতাৰ। শিক্ষিত জনা-বুজা মানুহে বঙালীসকলৰ সাজ-পোচাক, ধৰণ-কৰণ; আনকি খোৱাৰ অভ্যাসো গ্ৰহণ কৰিছে। বঙালী ভাষা অসমৰ পঢ়াশালিত প্ৰচলিত কৰাৰ খণ্ডটোৰ বাহিৰে সকলোৱে সিহঁতৰ মতেই

যোৱা যেন লাগিছে। আনকি গোড়া মানুহখিনিয়েও সিহঁতৰহে অনুকৰণ কৰিবলৈ ধৰিছে।

এৰা, এতিয়া বহুতো অসমীয়াই নামৰ পিছত বাবু বুলি মাতিলেহে ভাল পায়। দেখা নাই, ধনী মানুহবোৰেতো বঙ্গদেশৰ শান্তিপুৰী ধুতি, পাঞ্জাবী, শ্বালহে ব্যৱহাৰ কৰিছে।

অ' কলিকতালৈ যাওঁতে শিৱৰামক তাত পিন্ধিবলৈ চগা চাপকন দি পঠাইছিল। কিন্তু হ'লে হ'ব কিটো? বৰুৱাৰ পিছৰ জনী পৰিবাৰে ৰিহা-মেখেলা এৰি কলিকতাৰ পৰা আনি শাৰীহে পিন্ধিছেহি।

এৰা, চাহাবৰ লগত অহা বঙালীবোৰ দেখিয়েই মানুহবোৰৰ ইমান কৈ অধোগতি হ'ব লাগেনে? মেখেলা এৰি শাৰীতহে সোৱাদটো পালে।

এঃ বৰ ডাঙৰ কথাটো কলি। বৰুৱাৰ ছোৱালীৰ যেতিয়া বিয়া পাতে, যিহে মহাপয়োভৰ হৈছিল ভাবিলেই আচৰিত লাগে। মনোমতী আইদেউৰ সেইখন বিয়া নহয় যেন গোটেইখন নগাঁও ভাগি আহিছিল। যিবোৰহে যৌতুক নিদিছে কাঠৰ পালেঙৰ কলিকতাৰ শাৰীলৈকে। খোৱা-বোৱা কি উভৈনদী ঢুলীয়া-খুলীয়া ইয়াৰতো আছেই, কলি-কতাৰ পৰা বেন-পাৰ্টি আনিছিল; বাঈজী আহিছিল। যিহে নাচৰ চেও তাইহঁতৰ, ঠেলা মাৰি দিম যেন লাগে। বিহু নাচতকৈ ভাল নাচ কিবা আছেনে ক'ৰবাত? অ' পাহৰিছোৱেই, বৰুৱাই বিহু-নৃত্যগীত অশালীন বুলি কোনো নাচনীকে গাবলৈ নাচিবলৈ নিদিলে। কেবা-যোৰা বিহুৱা বেজাৰতে নোখোৱা-নোবোৱাকে উভতি গ'ল।

এৰা, কিবোৰ যে ঘটিছে। ঢেকিয়ালফুকনে যদি কিবা এটা নকৰে তেন্তে ... ......

ফুকনে অসমীয়াৰ উন্নতিৰ বাটহে দেখুৱাইছে। তেৱোঁতো নিজে আমাৰ মিছন স্কুলত দেখা চাহাববোৰৰ দৰে আঙুলি মূৰৰ পৰা চুলিৰ আগলৈকে চাহাব সাজি ফুৰে। কোট-পটলুং জোতাৰ বাহিৰেও মূৰত চাহাবৰ টুপিও পিন্ধে। জেপত সোণৰ চেইনৰ পকেট, ঘড়ীটোও বাদ দিয়া নাই। কিন্তু আমাৰ কাপোৰবোৰ হবলা তেওঁ পিন্ধিব নোৱাৰে? তেৱোঁ

বোলে বিহু গীত আৰু নাচ অশ্লীল বুলিহে কৈছে। তেওঁ কলিকতাত পঢ়িবলৈ যাওঁতেও শালগ্ৰাম-শিলা বান্ধনী বামুণলৈহে গৈছিল। ইমান সলনি হ'ল কেনেকৈ ?

ফুকনৰ কথাটো নধৰিব। ইমান পঢ়া-শুনা কৰা মানুহ, ইমান দেশ-বিদেশৰ কথা জনা মানুহ তেওঁ সেইবোৰ শিকিছে—শিকক। অসমীয়াৰ ভালৰ বাহিৰে তেওঁৰ অন্য চিন্তা কৰিবলৈকে আজৰি নাই। এইটো আকৌ কেনে বিচাৰ ? তেওঁ যদি সেইবোৰ শিকিব পাৰে বৰুৱানীয়ে শাৰী শিকাতনো বেয়া পাইছ কিয় ? শিৱৰামে চাহাবী সাজ শিকাতো কষ্ট পাব নেলাগে। কৃষ্ণৰাম বৰুৱাই ফুকনৰ দদায়েক যজ্ঞৰাম ফুকনক দেখিহে কলিকতাৰ পৰা মিস্ত্ৰী আনি চাহাবী ধৰণে চকী, মেজ, পালেং সাজ-সজ্জা সজোৱাইছে। চাহাবী কায়দাত চ'ৰাঘৰ সজাইছে, জাক-জমক কৰিছে। গিলাচৰ সাজ-সজ্জাবোৰ আৰু সেই বাদ্য-যন্ত্ৰ "অৰগেন"টো তই দেখিলিনে নাই ?

সেইবোৰ দেখিবলৈকে থৈছে, নেদেখিম কিয় ? চ'ৰাঘৰৰ ভেটিত পৰা কাৰপেটখন বোলে কাশ্মীৰৰ পৰা অনোৱাইছে।

সেয়াটো বাদেই। বৌটিয়ে কোৱা শুনিছে বৰুৱাৰ ঘৰত সকলো-ধৰণৰ বিলাতী মদৰো যোগাৰ আছে। পঢ়া-শুনা কৰা জাকে চাহাব সজা দেখিয়েই আনবোৰে প্ৰাচ্যৰ মানুহৰ ভেশ-ভুষা আনি চাহাবি কায়দাক বাধা দিব বিচাৰিছে। বঙালী যেতিয়া চৰকাৰী কামত ৰাজ্যখন ভৰি পৰিছে—ওচৰতে দেখি তেওঁলোকৰ সভ্যতা-সংস্কৃতি গ্ৰহণ কৰিছে। এইবোৰ এৰ, তোকনো শিৱৰামে মাতিছিল কিয় ?

বাহু জাহিলি কেতিয় ?

—গাওঁ ফুৰি উভতি অহা মইনা পেহীয়ে সুধিলে।

এপৰমান হ'ল, তুমিনো গৈছিলা কলৈ ?

দিনটো ঘৰতেনো সোমাই থাকিব কিমান ? তই বেলে বহালৈ গৈছিলি ?

শিৱৰামে আকৌ ভোক মাতিলে কিয় ?

অ' এতিয়াহে বুজিলোঁ, তোমালোক দুজনীয়ে তাকে লৈ পকাই-জকাই

আছাইঁক ? শিৱৰামে ভাল কাম এটাতহে মাতিছিল। জোনাকীয়ে তাকেই সুধিছে।

তামোল-চালি এখন দিলিনে জোনাকী ?

তাইনো মোক তামোল দিবনে ? ভাল কথা কলা পেহী। যাবৰে হ'লহি ইফালে।

—তামোলৰ বটাটো ওচৰলৈ আনি তামোল কাটি পেহীয়ে সুধিলে।

পিছে তেওঁক পালিগৈনে নাই ?

পালোঁ পেহী। পঢ়া-শুনা জনা আগবঢ়া মানুহবোৰে কিবা এখন আলোচনা পাতিছিল, ৰবিবাৰে বৰুৱাৰ ঘৰত। শিৱৰামে মোকো মাতিলে তালৈকে। তাতে কথা চোবাই শুচি আহিলোঁহঁক।

কোন কোন আহিছিলনো তালৈ ? ফুকন বৰুৱা, আদি আহিলেই চাগৈ। —জোনাকীয়ে সুধিলে।

তেওঁলোককে ধৰি ৩০ জনমান গোট খাইছিল নতুনো কেবাজনো আহিছিল।

ফুকন, বৰুৱাহঁতেনো ক'লে কি ?

থুলে-মূলে ঢেকিয়াল ফুকনে ৰাজ্যখনৰ বহুতো সমস্যা আৰু কেনেকৈ অসমীয়া মানুহক আগুৱাই নিব পাৰি তাকে ক'লে কথাবোৰ চোন একেবাৰে অসম্ভব অসম্ভৱ যেন লাগে। সেইবোৰ জানো অসমীয়া মানুহে বুজিব ? এশ বছৰৰ পিছৰ কথা তেওঁ এতিয়াই হোৱাটো বিচাৰে। শিৱৰামৰ চৰাত অৰুনোদই কাগজখন দেখি তেওঁ শিৱৰামক কোৱাদি ক'লে।

খৃষ্টানপাদুৰী সকলে ধৰ্ম প্ৰচাৰ কৰিবলৈ আহি কি পালে মই নাজানো, হিন্দু সনাতন ধৰ্মৰ কি উপকাৰ অপকাৰ হ'ল মই ভবা নাই, কিন্তু অসমীয়া জাতিক জ্ঞান-বিজ্ঞানত আগুৱাই নিয়াত যথেষ্ট অৰিহণা যোগালে। অসমীয়া সাহিত্যক নৱজন্ম দিলে। ১৮৪৬ চনত প্ৰকাশিত এই অৰুনোদয় মাহেকীয়া বাতৰি কাকতখনে অসমীয়াক পশ্চিমৰ চিন্তা-চৰ্চাৰ লগত পৰিচিত কৰাই ডেকা মখাক নতুন চিন্তাৰ খোৰাক দিলে।

অসমীয়া সমাজৰ প্ৰতিটো অসুবিধাৰ কথা চৰকাৰৰ দৃষ্টি গোচৰ কৰাই কম উপকাৰ সধা নাই।

ছপাশাল পাতি অসমীয়া পুথি প্ৰকাশ কৰি মিছনেৰীয়ে আমাক যথেষ্ট সহায় কৰিছে। ১৮১৩ চনতে চিৰামপুৰ প্ৰেছে বাইবেলৰ অসমীয়া ভাঙনী ছপা কৰে। ১৮৩৯ চনত উইলিয়াম ৰবিন্‌সনে অসমীয়া ভাষাৰ ব্যাকৰণ ছপা কৰি উলিয়ায়। ব্ৰন্সন, ব্ৰাউন আৰু নিধিলেভি—এই তিনিজনে আধুনিক অসমীয়া সাহিত্যৰ ভেঁটি বান্ধে। ১৮৪৮ চনত ব্ৰাউনে অসমীয়া ভাষাৰ ব্যাকৰণৰ জাননী আৰু ১৮৫৫ চনত নিউ টেষ্টামেণ্টৰ এখণ্ড ভাঙনী কৰি ছপা কৰে। মাৰ্ক, মেথিউ, লুক আৰু জনে অ'ত ত'ত সিচঁৰতি হৈ থকা বহুতো অসমীয়া হাতেলিখা পুথি উদ্ধাৰ কৰে। ব্ৰাউন চাহাবে ছাত্ৰৰ ব্যৱহাৰৰ কাৰণে এখন সাধুকথা, এখন অঙ্কশাস্ত্ৰ, এখন ভূগোলৰ পুথি লিখি উলিয়ায়। ১৮৫৫ চনত নিধিলেভিয়ে ভাৰতীয় দণ্ডবিধি আইন আৰু পৰিচিত কথাৰে সাধাৰণ বিজ্ঞান নামৰ দুখন পুথি বঙলা ভাষাৰ পৰা ভাঙনী কৰি প্ৰকাশ কৰে। নিধিলেভি বিজ্ঞান চৰ্চাৰ ক্ষেত্ৰত অসমৰ বাটকটীয়া। মিছনেৰীৰ অসমীয়া সাহিত্যলৈ আগবঢ়োৱা ধৰ্মীয় বা অন্যান্য বিষয়ৰ পুথি সাধাৰণতে ভাঙনী হোৱাত মৌলিক অৱদান হয়তো নাথাকিব পাৰে আৰু বহুতো ক্ষেত্ৰত ই কৃত্ৰিম আৰু কতিয়াবা হাঁহি উঠা বিধৰ হ'লেও পশ্চিমলৈ দুৱাৰ খুলি অসমীয়া সাহিত্যৰ ভৰাঁল চহকী কৰিছে। মিছনেৰীসকলৰ বিশেষকৈ আমেৰিকান বেপিষ্ট মিছনৰ কাম-কাজ আৰু বঙ্গদেশৰ নৱ-জাগৰণৰ প্ৰভাৱত অসমীয়া সাহিত্যই নৱজন্ম পাইছে।

—কিছু সময় তলকা মাৰি শিৱৰামলৈ চাই ফুকনে সুধিলে :

তোমালোকে সমাচাৰ দৰ্পণ, সমাচাৰ চন্দ্ৰিকা আৰু সঞ্জীৱনী কাকত পোৱাত পলমেই হয় হবলা ? 'দি ফ্ৰেণ্ড্ৰচ অব ইণ্ডিয়া' ইংৰাজী কাকতখন পাওঁতে বোধহয় বৰ পলম হয় ?

এৰা, বগাই বগাই আহোঁতে দেৰিয়েই হয়। হ'লেও কাগজ কিথন ভাল। ঢাকা নিউজ আৰু সোমপ্ৰকাশ এমাহমানৰ পিছতহে পাওঁ।

অসমত অসমীয়া ভাষাৰ পৰিবৰ্ত্তে বঙ্গালীয়ে চাহাবহঁতক ভুলকৈ বুজাই কাছাৰীয়ে-পঢ়াশালিয়ে বঙ্গলা ভাষা চলাইছে। আমি অসম ৰাজ্যত অসমীয়া ভাষাহে চলিব লাগিব বুলি চৰকাৰক জনাইছোঁ। মিলচ্ চাহাবে তেওঁলোকে কৰা এই ডাঙৰ ভুলটোৰ কথা স্বীকাৰ কৰিছে। তেওঁলোকে এতিয়া উপলব্ধি কৰিছে অসমত অসমীয়াহে কাছাৰী-পঢ়াশালিৰ ভাষা হ'ব লাগে। পাদুৰী ব্ৰনসন চাহাবে তেওঁৰ যুক্তিৰে আমাক সমৰ্থন কৰি চৰকাৰক এই বিষয়ে জনাইছে। ইয়ালৈ মিলচ্ চাহাব অহাৰ দিনা এ, এইচ, ডানফোৰ্থে তেওঁক শিক্ষা সম্বন্ধে এখন দখাস্তত কৈছে অসমৰ প্ৰচলিত শিক্ষা-প্ৰণালীৰ দ্বাৰা ল'ৰা-ছোৱালী-বিলাকৰ মানসিকতা ধ্বংস কৰিবলৈ লৈ যোৱা হৈছে। বৰ্ত্তমান ল'ৰা-ছোৱালীক বঙ্গালী ভাষাৰ যোগেদি শিক্ষা দিয়াত তেওঁলোকে এক-দুই বছৰ ভাটৌৰ দৰে শব্দ আৰু বাক্য এটাকো নুবুজাকৈয়ে পঢ়ি যায়। কি পঢ়ে তাৰ ধাৰণাই নহয়। তাৰ পিছতেই ব্যাখ্যা-অনুবাদ-সূত্ৰ আদি আৰম্ভ কৰে।

অসমৰ শিক্ষাৰ ক্ষেত্ৰত বঙ্গলা মাধ্যমৰ জৰিয়তে শিক্ষা দি এক ভেকো-ভাওনা পাতি ভীষণ অৱস্থাৰ সৃষ্টি কৰি শতিকা জুৰি অসমীয়া জাতিটোক পিচ পেলাই দিলে। চাহাবহঁতক অমি বুজাইছোঁ, সকলোৰে বুজাব লাগিব। বঙ্গালীসকলে এতিযাও তেওঁলোকৰ যত্ন এৰা নাই। এতিয়াও তেওঁলোকে অসমীয়া বঙ্গলা ভাষাৰ অপভ্ৰংশ আৰু আমাৰ নিজা সাহিত্য নাই বুলি প্ৰচাৰ কৰিছে। মই যোৱা '৫৫ চনত ইংৰাজী ভাবাৰ ওপৰত অসমীয়া ভাষাৰ কেইটামান মন্তব্য বুলি পুস্তিকা এখন প্ৰকাশ কৰি দেখুৱাইছোঁ ২৮৭ টা শব্দৰ এচোৱা অসমীয়া লিখনীৰ ভিতৰত ১১২ টা শব্দ সম্পূৰ্ণ বঙ্গলাৰ লগত বেলেগ শব্দ, ৯৮ টা সংস্কৃতৰ পৰা অহা আৰু মাত্ৰ ৭৭ টা শব্দহে বঙ্গালী শব্দৰ লগত মিল আছে। পুস্তিকাখনৰ পৰিশিষ্টত মই ৬২খন অসমীয়া ধৰ্মীয় সাহিত্য আৰু ৪০ খন নাটৰ তালিকা দি প্ৰমাণ কৰিছোঁ যে অসমীয়াৰ নিজা সাহিত্য আছে। সিহঁতে মানিব লাগিব অসমত অসমীয়া চৰকাৰী ভাষা হ'ব

লাগিব। বঙ্গলা ভাষাৰ লগত ইমানখিনি দ্বন্দ থাকিলেও আমি বঙ্গালী ভাষ, সংস্কৃতি আৰু ব্যৱসায়ৰ ক্ষেত্ৰত তেওঁলোকৰ লগত সম্পৰ্ক ৰাখি চলিব লাগিব।

শুনিছনে বাহু, এওঁটো কম মানুহ নহয়। কিমান কষ্ট কৰি অসমীয়া মাত-কথা চলাবলৈ বিচাৰিছে। এনেকুৱা মানুহ আৰু দুজনমান ওলালে চাবিচোন অসমীয়াই এনেকৈ খাবলি খাব নেলাগে।

—অকল ইমানেই নহয় পেহী! এওঁ এজন নতুন চিন্তাৰ মানুহ। কেৱে নভবা-নিচিন্তা কিছুমান কাম কৰিবলৈ তেওঁ অসমীয়াক পৰামৰ্শ দিছে, তেতিয়াহে হেনো অসমীয়া আগুৱাই যাব পাৰিব।

এঃ কচোন বাহু, কি কৰাৰ কথা কৈছেনো তেওঁ?

মিলচ চাহাব আহোঁতে অসম ৰাজ্যৰ শাসন-ব্যৱস্থাত দৃষ্টিপাত বুলি যিখন স্মাৰক-পত্ৰ তেওঁ দিছে নহয়, তাতে তেওঁৰ নতুন চিন্তা স্পষ্ট হৈ ওলাইছে। অৰুনোদই কাগজত ইংলণ্ডৰ বিৱৰণ বুলি যি লিখিছে তাত ভাৰতীয় মানুহ পিছৰ শাৰীত থকাৰ কাৰণ চাহাবৰ লগত তুলনা কৰি দেখুৱাইছে। তেওঁ দেশৰ মানুহক ঘোৰ নিদ্ৰা পৰিহাৰ কৰি ইংৰাজৰ দৰে যত্নপৰ হৈ কৃষি, শিল্প-বাণিজ্যত অগ্ৰসৰ হ'বলৈ আহ্বান জনাইছে তেওঁৰ বিশ্বাস প্ৰতিজনে যদি নিজৰ কথাকে চিন্তা নকৰি সমূহৰ কথা চিন্তা কৰে অসমীয়া কৃতকাৰ্য্য হ'বই হ'ব। অসম কৃষি-প্ৰধান দেশ। কৃষকৰ যদি উন্নতি হ'ব লাগে, তেন্তে বিক্ৰী যোগ্য খেতিবোৰ উন্নত প্ৰণালীৰে কৰিবই লাগিব। মথাউৰি, নলা-নৰ্দমা আৰু আৰু অন্যান্য কৃষিৰ প্ৰয়োজনীয় ব্যৱস্থাৰ লগত তেওঁ চৰকাৰক কৃষিত পাৰ্গত লোক বাহিৰৰ পৰা আনিবলৈ পৰামৰ্শ দিছে। তেওঁ প্ৰত্যেকজন কৃষকক যন্ত্ৰ, উন্নত নাঙল-ফাল, উন্নত সঁচৰ গৰু-গাই, ভাল জাতৰ শস্যৰ বীজ আৰু পুলি চৰকাৰে যোগান দিয়াটো বিচাৰে। অৱশ্যে বিদেশৰ সা-সঁজুলি আৰু জ্ঞান আৰম্ভতে অলপ দিনৰ কাৰণে ব্যৱহাৰ হোৱাটোহে তেওঁ কামনা কৰে। আৰু নিজাকৈ এইবোৰ তৈয়াৰ হোৱাৰ পাৰ্গতালি অৰ্জন কৰাটো বিচাৰে।

তেওঁ পঢ়াশালিত ল'ৰা-ছোৱালীক কৃষি-সঁজুলি, অন্যান্য কামত লগা বিদ্যা, যেনে পাট আৰু কপাহৰ কাম, বাচন-বৰ্ত্তনৰ কাম, প্ৰতি দিনে ব্যৱহাৰ হোৱা বস্তু সজা সম্পৰ্কে শিকোৱাটো উচিত বিবেচনা কৰে। ইংৰাজী স্কুলৰ মান উন্নত কৰা, শিক্ষকৰ সংখ্যা বঢ়োৱা, অসমীয়া ভাষাত বিভিন্ন বিষয়ৰ পুথি-পাঁজি প্ৰকাশ, সাধাৰণ লোকৰ মাজত খা-খবৰ প্ৰচলিত হ'বলৈ চলন্ত পুথিভঁৰালৰ ব্যৱস্থা হোৱাটো তেওঁ বিচাৰে। হিন্দু-সকলৰ পূৰ্বৰ চিকিৎসা ব্যৱস্থাৰ লগত জনাজনি হোৱা আৰু পশ্চিমীয়া চিকিৎসা বিদ্যাৰ লাভালাভ লোৱা আৰু প্ৰতি জিলাতে মেডিকেল স্কুল, সা-সঁজুলি আৰু কিতাপ-পত্ৰেৰে সম্পূৰ্ণ হৈ স্থাপন হোৱাটো বিচাৰিছিল। সচাঁকৈয়ে মানুহজনৰ চিন্তা-চৰ্চা একেবাৰে নতুন, এশ বছৰ আগবঢ়া।

জোনাকীয়ে ক'লে।

অসমীয়া সমাজ নতুনকৈ গঠন কৰিবৰ কাৰণে তেওঁ আপ্ৰাণ চেষ্টা কৰিছিল। ফুকনে সচাঁকৈ সুন্দৰ সপোন দেখিছিল :

"হে কৃপাময় জগদীশ্বৰ, এই অসম দেশৰ লোকসকল দেশ-প্ৰেমী, সভ্য, গিয়ানী আৰু ধাৰ্মিক হ'বলৈ মতি দিয়া। সিবিলাকৰ অভাৱ আৰু দুৰৱস্থাৰ কথা জানিবলৈ জ্ঞান দিয়া আৰু তোমাৰ বিচিত্ৰ শক্তিৰে সিবিলাকক সভ্য কৰা আৰু তোমাক জানিবলৈ আজ্ঞা পালিবৰ যোগ্য কৰা। যি সময়ত অসম হাবি গুচি ফুলবাৰী হ'ব, নৈত ডোঙা গুচি জাহাজ হ'ব, ঘৰ বাহঁৰ গুচি ইটাৰ হ'ব, গাঁৱে গাঁৱে হেজাৰ পঢ়াশালি, গিয়ানৰ সভা, চিকিৎসালয়, দুখীয়া-দৰিদ্ৰৰ পৰিত্ৰাণৰ আলয় হ'ব আৰু যি কালত লোকসকলে পৰস্পৰে হিংসা নকৰি আটায়ে আটাইক ভাতৃত্ব চেনেহ কৰিব, কেৰে দুটকা কানিৰ সলনি মিছা সাক্ষী নিদি লাখ টকাকো কাতি কৰি থব, কোটি টকা ভেটি পায়ো কাৰো অন্যায় নকৰিব, বেশ্যা, কানি আৰু সুৰা— এই কথা দেশৰ লোকে ভু-নোপোৱা হ'ব—সেই সময় ; হে পৰমপিতা জগদীশ্বৰ শীঘ্ৰে ঘটোৱা"।

—বাহুৰ মুখলৈ ছুৱোজনীয়ে একেথৰে চাই থাকি বাহুৰ কথা শেষ হওঁতে নহওঁতেই পেহীয়ে নিজক কোৱাদি ক'লে :

তেওঁৰ যেন মূৰৰ চুলিৰ সমান আয়ুস হওক !

এট ডাঙৰ জোঁকাৰনি মাৰি ৰেলখন ৰ'ল। সি খিৰিকীৰে মূৰ উলিয়াই বাহিৰলৈ চালে। কোনোবা ডাঙৰ ৰেল ষ্টেচন হ'ব। হাওৰাৰ দৰেই মানুহে ডবাত আহি উঠিবলৈ ঠেলা-হেঁচা লগাইছে। মাজৰাতিও মানুহৰ ৰ'বৰ আজৰি নাই। বিচিত্ৰ সংসাৰ।

—সি ভাবিলে।

## তেইশ

বাহিৰত ঘোপমৰা এন্ধাৰ। ৰেলখন হু-হু কৈ গৈ আছে। আটাইবোৰ যাত্ৰী টোপনিত। কিয় জানো কিবা-কিবি ভাবে তাৰ মনটো খেলি-মেলি কৰি আছে। তাৰ চকু জাপ নগ'লেই। কিযে কথাবোৰ তাৰ মনত পৰিছে ভাবিয়েই অন্ত পোৱা নাই। সি হয়তো ঘৰলৈ উভতি অহাৰ আনন্দতে গাঁওখন, ঘৰখন, নিজৰ মানুহবোৰৰ কথা তাৰ মনলৈ আহিছে বৰকৈ। চকুৰ আগত ভাঁহি উঠিছে এখন সহজ-শান্ত মুখ, আৰু এযোৰ তিৰবিৰাই থকা চকুৰ চাৱনী। সেইছবি জোনাকীৰ। তৃপ্তিত মন ভৰি গ'ল তাৰ। এটা আনন্দৰ হাঁহি বিৰিঙি গ'ল তাৰ গাল-মুখৰ ওপৰেদি।

সি জোনাকীক নিজৰ কৰি পোৱা পোন্ধৰ দিন হৈছে-নহৈছে। উঘালি পেলোৱা বিয়াৰ কল পুলি লেৰেলা পৰিছেহে। আম পাত, কঠাল পাতৰ মালা ছুৰাৰ ওলমি আছেই। বেইখনৰ তলত পাৰি দিয়া কল গছৰ বখলাৰ বোৱনীখন সেই ঠাইতে আছেই। ন-ছোৱালী চোৱা মানুহৰ অন্ত হোৱাই নাই। পুখুৰী পাৰত থোৱা খালী দৈৰ কলহবোৰৰ পৰা ওলোৱা গোন্ধ এতিয়াও মলমলাই আছে। বিয়াৰ বাবে গোটোৱা ইপদ-সিপদ বস্তু ঘূৰাই দিবলৈ পোৱাই নাই। ধনীৰামৰ নেগেৰা যোৰ বহা ঘৰত ওলোমাই থোৱাতে আছে। তাৰো দৰা-দৰা ভাবটো যোৱাই নাই। বোটিয়ে উলিয়ালেই, সত্ৰলৈ গৈ নামঘৰত মূৰটো দোৱাই আহিবগৈ লাগে। শৰণ লোৱা কামকণো একেবাৰতে শেষ কৰি অহাটোৱেই ভাল। বিয়া ঢেৰ দেখিছে সি, ৰভাতলো গছকিছে বহুতবে, তথাপি বিয়াৰ তিনি দিনৰ আগৰে পৰা এতিয়ালৈকে যে ইমানবোৰ কৰিব লগা কাম থাকে, অতবোৰ নীতি-নিয়ম মানিব লাগে, সি আগতে কেতিয়াও ভবাই নাছিল। বিয়া পাতিলে বুলিয়েই সকলোৰে সকলো কথা শুনিব লাগিব, তাৰো

মানে নাই।

বৌটিয়েকে কোৱা কথাবাৰ সি শুনিও নুশুনাৰ দৰে থাকিল। পিছ দিনা বস্থ দদাইটি আহিছিল নামঘৰৰ বৰ ভালযোৰ নিবলৈ। দদাইটিয়েও লেনিয়াই লেনিয়াই তাক কৈ গ'ল বোলে সমাজৰ নীতি-নিয়মবোৰ পালন কৰি চলাটোৱেই তেওঁলোকে বিচাৰে। এতিয়া আৰু সি আগৰ বাস্ত হৈ থকা নাই। বিয়া যোৱা পোন্ধৰ দিন পাৰ হ'ল, এতিয়া গুৰুক শৰণ লোৱা কামকণো কৰি লেঠা মৰাটোহে ভাল। সকলোৱে কৈ থাকিলেও, সি যাব লগা হ'লেও দেখিবলৈকেহে সত্ৰলৈ যাব বুলি সি মনতে ঠাৱৰ কৰিলে। অন্ততঃ কইনা চোৱা মানুহৰ সংখ্যাটো কমক, ঘৰখনৰ বিয়াৰ পৰিবেশটো নিয়মীয়া হওঁক। বিয়ালৈ যাত্ৰা কৰি ওলাওঁতে, ওভতোতে সিটো নামঘৰত সেৱা-সৎকাৰ কৰিয়েই গৈছে, আহিছে। সত্ৰলৈকো ভাৰ-ভেটি পঠাইছে, কেদিনমান দেখিবলৈ গলেনো কি ক্ষতিটো হ'ব ?

—সি মনতে ভাবিলে।

আগফালৰ খোঁটালিটোত বহি সি ইজন-সিজনৰ লগত কথা পাতি থাকোঁতেই তাৰ কাণত ঠহৰ কৰি পৰিলহি সেই একেটা কথা :

বোলো বোৱাৰী, ৰূপে-গুণে তোক পেলাব নোৱাৰে বুলি বুজিছোঁ। দেখাই-শুনাই, কথনে-মথনে ৰাধিকা বাইটিয়ে মনে খোৱা বোৱাৰীয়েই পাইছে। মই তিনি কুৰি বছৰে সংসাৰ দেখিলো, কামে-কাজে, বোৱাই-কটাই তই ভালেই হবি, সেই কথা বুজিবলৈ মোৰ বাকী নাই। সময়ত তোৰ গুণ-গানৰ কথাও জনাজনি হ'ব। পিছে কথা এটা নহয়, বাছ ল'ৰাটো বেয়া নহয়—পিছে অসুৰ প্ৰকৃতিৰ। নীতি-নিয়ম একোকে নামানে। বিয়া-বাৰুও কৰা নাছিল, আমাৰ ধৰিবলৈকো নাছিল। এতিয়া সংসাৰৰ পাকত সোমাল, খেল-চুওত চলি থকা নীতি-নিয়মবোৰ দহজনে বিচৰা মতে আচাৰ-বিচাৰবোৰ এতিয়া মানি চলিব লাগিব নহয়। প্ৰথমে সত্ৰলৈ গৈ শৰণটোকে লোৱাবি। তয়ো যাবি, সত্ৰলৈ গলে মনবোৰ পবিত্ৰ লাগে। ঈশ্বৰৰ আশীৰ্বাদ নহ'লে আমি অধৰমী জীৱ চলিম-

ফিৰিম কেনেকৈ ? এয়া চম্পা খুৰীৰ মাত ।

—সি ধৰিব পাৰিছে । তাৰ অসুৰ প্ৰকৃতি মানে ভকতীয়া পথেৰে নচলাৰ কথা খুৰীয়ে কৈছে । খুৰীটিয়ে তাক মৰম কৰে বাবেই সজ-পথে চলাটো বিচাৰিছে । সোনকালে শৰণ-ভজন লৈ সংসাৰী হ'ব লাগে, সিমানেই । যেয়ে যি নকওঁক, এতিয়াই সি সত্ৰলৈ নাযায় । গাঁও-খনৰ সকলোৰেই সি শৰণ-ভজন লোৱাটো বিচাৰে, সি বুজিছে । সি সমাজৰ বান্ধ ৰাখিবৰ কাৰণেই সত্ৰলৈয়ো যাব, শৰণো নিশ্চয় লব । কিন্তু এতিয়া নহয়—পলমকৈ, কিছুদিন যাওক ।

—সি ভাবিলে ।

সেই দিনাই ৰাতি ভাত-পানী খাই শেতেলিলৈ যোৱাৰ আগতে জোনাকীয়ে তাক তামোলৰ বটাটো আগুৱাই দি মৰম লগাকৈ কোৱা কথাষাৰ, তাইৰ কথা কোৱা ভঙ্গিটোৰ সৈতে হুবহু মানুহজনীৰ অৱস্থাটো তাৰ মনত পৰি গৈছে ।

—কথা এটা হ'ল নহয়; বিয়া হোৱা পোন্ধৰ দিন পাৰেই হ'ল, সত্ৰলৈ এপাক যাব লাগিছিল নহয় ।

চম্পা খুৰীৰ উপদেশ, বৌটিৰ ইচ্ছা, বিভিন্ন মানুহে দিয়া উপদেশৰ বাবেই তাই তাক তেনেকৈ কৈছে ।

—সি ভাবিলে ।

হ'ব ৰ চোন; কেদিনমান পিছে পৰেও যাম ।

—নাই—নেপাই, তেনেকৈ নকবি । আমাৰ ভৱিষ্যতৰ মঙ্গলৰ বাবেই সত্ৰলৈ আজি কালিতে যাব লাগিব । আমাৰ সতি-সন্ততিৰ ভালৰ বাবেই এই সময়তেই যোৱাটো নিয়ম । সুখৰ সংসাৰ হ'বলৈ ঈশ্বৰক কাকুতি-মিনতি জনাব লাগিব । বোপা-কপাইঁতৰ দৰে সেয়া সত্ৰতে কৰিব লাগিব ।

তাইৰ কথা সি ৰাখিছিল । সুখৰ সংসাৰ হোৱাৰ আশাত; আগত সতি-সন্ততিৰ ভৱিষ্যতৰ মঙ্গলৰ বাবে; সমাজৰ ইচ্ছাৰ সপক্ষে । কিন্তু... পুৰণা কথাবোৰ মনত পৰি সি বহুত সময় থৰ লাগি ৰ'ল, দুখ-বেদনাই তাৰ মনটো আচ্ছন্ন কৰি পেলালে । ক'তা সিহঁতেতো সত্ৰত গৈ গুৰুজনৰ

সান্নিধ্যত পৰমেশ্বৰক খাটনি ধৰিছিল সিহঁতৰ সুখৰ সংসাৰ কৰিবলৈ, সন্তি-সন্ত্ৰতিৰ মঙ্গল কৰিবলৈ, চুলি চিঙি কাকূতি কৰিছিল, প্ৰাৰ্থনা কৰিছিল সি চুৰিয়াখনৰ আগৰে তাৰ বৈ অহা চকুপানী মচিলে। কিছু সময় একো নাভাবিলৈ নিজকে প্ৰবোধ দিলে। হঠাৎ তাৰ মনত, নতুন কৈ বল পোৱা যেন অনুভৱ হ'ল। কিজানি ইয়াতকৈয়ো বেছি কষ্ট-দুখ তাইহঁতৰ আছিল। প্ৰভুৰ আশীৰ্বাদেৰে কিজানি সি উভতি আহিবলৈ পাইছে, কিজানি পলমকৈ হ'লেও সিহঁতৰ আশা পূৰণ হয়।

ক'তা? একে লগৰ বনমালীবোতো দুখ-কষ্ট তাতকৈ কম হোৱা নাছিল। সিটো উভতিব পৰা নাই।

আকৌ সেই দিনাৰ কথালৈ সি উভতি আহিল। সি জোনাকীক তাইৰ প্ৰত্যুত্তৰত কৈছিল:

তই যদি তেনেকৈয়ে ভাবিছ, বল—ওলা, কালিলৈ কল মাহৰ যোগাৰ-যাতি কৰি পৰহিলৈ পুৱাতে দুয়োটা যাওঁগৈ।

তেতিয়া তাইৰ মুখখন প্ৰস্ফুটিত ফুলৰ দৰে লাগিছিল তাৰ। হয়তো অনাগত ভৱিষ্যতৰ সুখৰ সপোনে তাইৰ মনত হেন্দোলনি তুলিছিল। দুয়ো-টাই দুয়োটাকে আকোৱালি আনন্দ, হাঁহি-ফূৰ্তিৰ মাজেৰে দিনবোৰ কটাই দিব পাৰিব, বুলি তাইৰ বিশ্বাস উপাজছিল। ফুলৰ পাহিৰ দৰে সুকোমল পোনা এটাৰ হাহি থকা মুখ এখনৰ ছবি হয়তো তাইৰ আগেদি অগ্যাদেৱা কৰিছিল। ভগৱানৰ ইচ্ছাত সেইবোৰ নহ'ল। হয়তো এতিয়াও সেই সম্ভাৱনা একেবাৰে নুই হৈ যোৱা নাই।

—সি ভাবিলে।

মনৰ আনন্দত সুখৰ সপোন দেখি সি পাহৰিয়েই গৈছিল তাঁহাতৰ এতিয়াৰ বয়সৰ কথা, জোনাকীৰ আজিৰ মনটোৰ কথা। বয়সৰ চাপত তাৰ পকি যোৱা শুভ্ৰ বগা চুলি কোছা, কোটৰত সোমাই পৰা চকুহালৰ কথা, সি ভৱাই নাছিল। তাৰ মনত তাঁহাত এতিয়াও সেই ফুলসশ্যাৰ দিনাৰ বাল্য-জোনাকী হৈয়েই আছে। সেইদিনাৰ জোনাকী আৰু আজিৰ জোনাকী হ'ব পৰা পৰিবৰ্ত্তনৰ কথা তাৰ মনলৈয়ো অহা নাই। জোনাকীক সি বিয়াৰ

পিছৰ প্ৰথম ৰাতি দেখা জোনাকীৰ ৰূপতেই কল্পনা কৰিছে। আজি সি ঘৰলৈ উভতি আহিছে। জোনাকীৰ নিচেই কাষলৈ আহিছে। সিদিনা সত্ৰত গৈ দুয়োটাই ঈশ্বৰক জনোৱা মিনতি হয়তো ভগৱানে শুনিছিল সেয়ে তাহাঁতৰ আশা-ভাৰসা সফল হোৱাৰ সম্ভাৱনাই দেখা দিছে। সি বেজাৰৰ মাজতে এবাৰ হাঁহিলে, মনটো তাৰ মুকলি মুকলি লাগিল।

এবা, সত্ৰলৈ যোৱা দিনটোৱেই সিহঁত দুটাৰ স্বামী-স্ত্ৰী হিচাবে প্ৰথম যাত্ৰা, সেয়ে সিহঁত দুয়োৰে এটা মধুৰ অভিজ্ঞতাৰ দিন! কেৱে ওচৰত নোহোৱাকৈ কেৱে নুশুনাকৈ, মুকলি মনৰে কত কথানো নাপাতিছিল সিহঁত দুয়োটাই। মুগাৰ মেখেলা-চাদৰৰে, শিৰত জিলিকি থকা সেন্দুৰ খিনিৰে কপালৰ ডাঙৰ ফোটটোৰে, হাঁহো হাঁহো মুখখনেৰে, তাইক যে কিমান ধুনীয়া লাগিছিল—সিহে জানে বেছিকৈ। ইমানবোৰ কথা যে তাইৰ সুধিব লগা আছিল তেতিয়াহে সি উপলব্ধি কৰিছিল। তাই যে তাক, স্বামীৰূপে পাই অতিকৈ সন্তুষ্ট আৰু আনন্দিত সি ভালকৈয়ে বুজিছিল। কথাৰ মাজতে তাই কৈছিল:

আজি যে ৰাতি বৰত কৰিব লাগিব তই জানিছনে নাই?

মই হবলা একোকে নাজানো বুলি ভাবিছ তই; শৰণ লোৱাৰ আগৰ দিনা বৰত কৰিব লাগে, সকলোৱে জানে। পিছে তইতো বৰত কৰিব নেলাগে।

তই বৰত কৰিবি মই এসোপা খাম? তোৰো যে কথা! বুজিছ, সত্ৰত শুদ্ধভাবে কামকণ শেষ কৰি ঘূৰিব পাৰিলে সকলোৰে বাবেই ভাল। তই ভালকৈ......

হ'বদে, তই ইমান চিন্তা নকৰিলেও চলিব; মই কেচুৱা নহয় নহয়। পিছে ধুনাখিনি আনিলিনে নাই?

সকলোবোৰ ভাগে ভাগে বান্ধি আনিছোঁ; তই ভাবিব নেলাগে। গধূলিয়েই মাহ-প্ৰসাদ সকলোবোৰ ভৰালীক গটাব লাগিব, তেহে পুৱালৈ তিওৱা-বুকুৱা হ'ব। তোৰ নতুন চুৰিয়া-চোলাও আনিছোঁ, গাপা-ধুই পিন্ধিব

লাগিব। চাবি যাতে প্ৰভুৰ দায়-জগৰে নেপায়।

এৰা, বেহেৰীজনীৰ প্ৰতিটো কথাতে খিয়াল আছিল। ঈশ্বৰৰ দোষ লাগিলে ভবিষ্যৎ অথন্তৰ হ'ব, সেয়ে প্ৰতিটো কথাৰ প্ৰতিয়েই তাই অতিকৈ সাবধান আছিল। সত্ৰৰ ওচৰ চাপি অহাত তাই আকৌ তাক সি জনা কথাবোৰকে মনত কৰি দিছিল।

সত্ৰৰ বাটচ'ৰাৰ শিলচটাত তিনিবাৰ হাতেৰে ছুই সেৱা কৰিব লাগে। সত্ৰাধিকাৰ প্ৰভুক সেৱা জনাব লাগিব। নামঘৰলৈ উঠোঁতে-নামোতে দুৱাৰ-মুখৰ শিল-চটাত তিনিবাৰকৈ সোঁহাতেৰে ছুই সেৱা কৰাটো নিয়ম। প্ৰতিটো খোজঁতে সি যাতে তিলমানো নীতি-নিয়মৰ হেৰফেৰ নকৰে, বাৰে বাৰে তাই তাক সৰ্তক কৰি দিছিল। সেইবোৰ কথা সি জানেই বুলি কোৱাতো তাই মনত পেলাই দিয়া বুলিয়েই পুনৰ আৰম্ভ কৰিছিল। তাইৰ মাত্ৰ কথা এটা-তাহাঁতৰ যুগ্ম-জীৱনৰ পাতনিতে যাতে ক'তো কেনা লগাৰ অৱকাশ নোলায়।

সিতো সকলোবোৰ নীতি-নিয়ম মনে-প্ৰাণে পালন কৰিছিল, তায়ো তাইৰ প্ৰতিটো খোজ সতৰ্কতাৰে দিছিল, ক'তো যেন আঁসোৱাহ নোলায়। কিন্তু ক'তা? ইমানকৈ কৰাৰ পিছতো সিহঁতৰ আজি এই অৱস্থা হ'ল কিয়? বছৰৰ পিছত বছৰ ধৰি দুয়োটাৰ দুয়োটাক নেদেখাকৈ থাকিব লগা হ'ল কিয়? সি এটা হুমুনিয়াহ পেলালে। সি নিজকে পুনৰ প্ৰবোধ দিবলৈ লাগিল। হয়তো তাইৰ আৰ্জিত পুণ্যৰ ফলতে সি ঘৰলৈ উভতিব পাৰিছে, ঈশ্বৰে চকু মেলি চাইছে।

সিদিনা সত্ৰৰ বাটচ'ৰা পাওঁতেই তাই আকৌ ক'লে: শিলটো ছুই সেৱা কৰিব লাগিব। সি একো নামাতিলে। বাটচ'ৰাৰ মুখতে কিছু সময় দুয়োটা থমকি ৰ'ল। চাৰিওফালে চকু ফুৰাই চালে। সঁচাকৈ সত্ৰৰ ওচৰ পাওঁতেই যেন সিহঁতৰ মনবোৰ পবিত্ৰ পবিত্ৰ লাগিছে। গহীন ভাব এটা মনলৈ আহিছে। সত্ৰ পাতি ধৰ্ম-চৰ্চা কৰা কথাটো গুৰুজনাই ভাবিছিল। মহাপুৰুষ জনাৰ মহৎ চিন্তাৰ কথা মনলৈ অহাৰ লগে লগেই তাৰ মূৰটো ক'ব নোৱাৰাকৈয়ে দো খাই গল ভক্তিত।

মহাপুৰুষে আমাক কি দি নগ'ল ? সত্ৰ, সভা, সংস্কৃতি, সমাজ, অসমীয়া জাতি, ভাষা-সাহিত্য আৰু কত কি ? প্ৰথমে বৰদোৱাত নামঘৰ সাজি সত্ৰ-নামঘৰৰ ৰূপ দি গ'ল গুৰুজনাই। চাৰিশ বছৰৰ আগতেই তেখাই ভাবিব পাৰিছিল অতবোৰ নতুন নতুন কথা, নতুন ধাৰণা, নতুন নতুন ব্যৱস্থাৰ কথা। অথচ আজিৰ অসমীয়াই কৰিছোঁ কি ? গুৰুজনাই কোৱা ঘোষাফাঁকি তাৰ মনত পৰি গ'ল ঃ

"কুকুৰ-শৃগাল-গৰ্দভৰো আত্মাৰাম।'
জানিয়া সবাকো পৰি কৰিবা প্ৰণাম ॥"

হেৰ, কি ভাবি থৰ হলি ইয়াতেই ? পোহৰে পোহৰে নোসোমাৱ জানো সত্ৰলৈ ?

সত্ৰলৈকে আহিছোঁ নোসোমাম কিয় ? আহ।

বাটচ'ৰাৰ শিলচটাত দুয়োটাই সোঁহাতেৰে চুই মূৰত হাত দিওঁতেই সত্ৰৰ নামঘৰত ডবাৰ কোব, কাঁহ আৰু শঙ্খধ্বনি পৰিল। দুয়োটাই সেই ঠাইতে থিয় হৈ ঈশ্বৰৰ নাম জপ কৰিলে। ডবা-কাঁহ-শঙ্খৰ শব্দ বন্ধ হ'লত সিহঁত সত্ৰৰ ভিতৰলৈ সোমাল। সুন্দৰকৈ ৰখা সত্ৰৰ পদূলিয়েদি আগবাঢ়িল—যাত্ৰী থকা ঘৰৰ ফাললৈ। নামঘৰত সন্ধিয়াৰ নাম-প্ৰসঙ্গ চলিছে। খোল-তালৰ মধুৰ স্বৰে সত্ৰখনৰ পবিত্ৰতা যেন আৰু বঢ়াইছে।

নামঘৰৰ আগেদি পাৰহৈ যাওঁতে সিহঁতে দূৰৰ পৰাই নামঘৰলৈ মূৰ দোৱালে। যাত্ৰী থকা ঘৰ পাই সিহঁতক থাকিবলৈ দিয়া ঘৰত বয়-বস্তু থৈয়েই দুয়োটাই ভৰাঁলীক লগ ধৰি তাহাঁতৰ ইচ্ছাৰ কথা জনালে। সিহঁতে অনা মাহ-প্ৰসাদ-কল নাৰিকল ভৰাঁলীৰ হাতত জমা কৰিলে সিহঁতৰ বাহিৰেও পাঁচ-ছয়জনমান ভকতক সিহঁতে যাত্ৰী থকা ঘৰত দেখিলে। নাম-প্ৰসঙ্গ শেষ হোৱাৰ পিছতে সিহঁত দুয়োটাই গৈ সত্ৰাধিকাৰ প্ৰভুক সেৱা জনালেগৈ। গোসাঁই ঈশ্বৰে সিহঁতৰ মঙ্গল কামনা কৰি আশীৰ্বাদ দিলে। সিদিনা সত্ৰত দিয়া প্ৰতিটো খোঁজ, প্ৰতিটো কথা তাৰ মনত আছে। নাথাকিবই বা কিয় ? সংসাৰী হোৱাৰ পিছত পোন প্ৰথম বাৰৰ বাবে সিহঁতৰ সুখৰ সংসাৰৰ কামনাৰে ঈশ্বৰৰ কৃপা

ভিক্ষা কৰিবলৈ আহিছে। সেৱা-সৎকাৰ জনোৱাৰ পিছত সত্ৰাধিকাৰ প্ৰভুৱে তাহাঁতৰ খা-খবৰ ললে, তাহাঁতৰ গাঁৱৰ মেধি-মুক্তিয়াৰ-সাতোলা, বায়ন-গায়ন, নাম-লগোৱাৰ বা-বতৰা ললে। সিহঁতে তাৰ বাপেকৰ দৰে ঈশ্বৰ-ভক্তিত মন-কাণ দিয়াৰ বাবে আনন্দ প্ৰকাশ কৰিলে। সিহঁতে উভতি আহি যাত্ৰী থকা ঘৰত ৰাতিটো আনন্দেৰে কটালে। লঘোনে থকাৰ উমানেই নাপালে সিহঁত দুয়োটাই। কথা পাতি থাকোঁতেই ৰাতি পুৱাল। সত্ৰত নাম-প্ৰসঙ্গ সমাপন হ'ল। কাউৰীয়ে কা-কৰোঁতেই দুয়োটা উঠি নদীত গৈ স্নান কৰি নতুন কাপোৰ-কানি পৰিধান কৰি সত্ৰৰ চাৰিওফালে এপাক ফুৰি আহিলগৈ। ইমান ধুনীয়াকৈ, পৰিপাটীকৈ সত্ৰখন পৰিচালনা কৰাত সিহঁত আনন্দিত হ'ল। কোনেনো সত্ৰখন চাফ-চুফ কৰি ৰাখিছে, ভঁৰালীৰ মুখেদি সকলো কথা শুনি পুনৰবাৰ গুৰুজনাৰ প্ৰতি তেওঁ বন্ধা নীতি-নিয়মৰ কথা সুঁৱৰি শ্ৰদ্ধাত মূৰ দো খাই গ'ল সিহঁতৰ। দুপৰীয়াৰ দ্বিতীয়-প্ৰসঙ্গৰ আগতে তাৰ শৰণৰ কাম আৰম্ভ হ'ল। তাৰ বাহিৰে আন এজনেও শৰণ লবলৈ আহিছে। প্ৰথমতে তাৰ নামঘৰলৈ ডাক পৰিল। গোবৰ-পানীৰে মচা-কোচা মাটিত কুঁহিলাৰ কঠ এখনত সত্ৰাধিকাৰ বহিল, সিয়ো বহিল। বিভিন্ন অনুষ্ঠান শেষ কৰি, তাৰ শৰণ লবৰ ইচ্ছা থকা-নথকাৰ বুজ লৈ, ঈশ্বৰত আশ্ৰয় লোৱাৰ গুৰুত্ব সম্পৰ্কে বুজালে। পৰম গুৰুত শৰণ; ঈশ্বৰত শৰণ। তেওঁ মাত্ৰ প্ৰদৰ্শকহে। অষ্টাঙ্গে প্ৰণিপাত কৰি থকা অৱস্থাতে গোসাঁই প্ৰভুৱে তাৰ কাণত মুখ থৈ সৰুকৈ অথচ গদগদ মাতেৰে গুৰু-দেউ-নাম-ভকতৰ তত্ত্ব দিলে। শৌচাচাৰ, স্নান-প্ৰণালী, বস্ত্ৰ-পৰিধান, গুৰু-সেৱা, ঈশ্বৰ-চিন্তা আদি উপদেশসমূহ, গৃহস্থী জীৱনত পালন কৰিব লগা বিভিন্ন কথা-বতৰা আৰু শৰণৰ নীতি-নিয়ম ভঙ্গ কৰিলে ধৰ্ম ব্যভিচাৰ হ'ব বুলি সকীয়নী দিয়াৰ পিছত তাৰ কাম শেষ হ'ল। শৰণৰ নিৰ্মালি দিলে সত্ৰাধিকাৰ আতা ঈশ্বৰে।

জোনাকীৰ আনন্দ চায় কোনে! তাইৰ আনন্দই তাৰ আনন্দ। 'পুৰুষ প্ৰকৃতি দুয়ো হ'ব একমতি; তেবেসে সিজিব হৰিত ভকতি।' আনজন হৰি ভকতৰো শৰণৰ কাম শেষ হ'ল। দুপৰীয়াৰ শ্ৰৱণ-

কীৰ্ত্তনতো ভাগ ললে সি। নিৰ্মালি লৈ, প্ৰসাদ ধৰি, প্ৰসাদ আৰু নিৰ্মালি বৌটিয়েকৰ কাৰণেও লৈ-মেলি, গুৰুক সেৱা জনাই সিহঁতে বিদায় ললে সত্ৰৰ পৰা। সঁচাকৈয়ে সিদিনা তাৰ মনটো শুদ্ধ শুদ্ধ লাগিছিল; প্ৰসন্নতাই মন ভৰি পৰিছিল। বাটচ'ৰাৰ শিলচটা চুই সেৱা জনাই ঘৰ অভিমুখে খোঁজ পেলালে সিহঁতে।

মনটো মোৰ বৰ মুকলি মুকলি লাগিছে।

—তৃপ্তিৰে ভৰা মন এটাৰে সিয়েই প্ৰথমতে মুখ মেলিলে।

মই নকৈছিলোঁনে, সত্ৰলৈ গলে পুণ্য অৰ্জন হ'ব, ভৱিষ্যতৰ কাৰণে খোঁজ পেলোৱাত সাহস পাম আমি?

—জোনাকীয়ে তাৰ মুখতে ক'লে।

পুণ্য অৰ্জন হ'লনে নহ'ল নাজানো! শৰণৰ নামত বহুতো জানিব লগা, শিকিব লগা সৎ কথা জানিলোঁ। শৰণৰ ব্যৱস্থাৰে মানুহক সৎ পথত চলিবলৈ শিক্ষা দিয়াটোৱেই নিশ্চয় মূল উদ্দেশ্য, এই অনুষ্ঠানৰ। ভৱিষ্যতৰ গৰ্ভত খোঁজ পেলাবলৈ সাহস যোগোৱাৰ ইঙ্গিত অৱশ্যে নিশ্চয় আছে, শৰণ ব্যৱস্থাত।

ঈশ্বৰৰ ওচৰত ভাৰসা কৰি চলিলে আমাৰ মঙ্গল হ'বই হ'ব।

সৎ পথত চলিলেই ঈশ্বৰক পায, সৎ পথত চলিলেই মানুহৰ মঙ্গল হয়। শৰণতো ধৰ্ম-পথ মানি চলিবলৈ কৈ উপদেশ দিছে। কাৰো অন্যায় নকৰা কামবোৰেই সৎকৰ্ম, সৎপথ। সমাজে যুক্তি বিচাৰেৰে যিবোৰক ভাল কাম বুলি পথ নিৰ্ণয় কৰিছে,.সেয়াই সৎপথ। কাৰো অন্যায় নকৰাকৈ নীতি-বিচাৰ মানি চলাজনেই ভাল মানুহ।

*ধৰ্ম-পথ মানেনো কি?*

ধৰ্ম-পথ মানে সৎপথ। কাৰো অন্যায় নকৰাকৈ নীতি বিচাৰ মানি চলাটোৱেই সৎপথ, তাৰে আনটো নাম ধৰ্ম-পথ।

থ—থ, তই আকৌ কিবোৰ যে কৱ!

গুৰুৱে শৰণত সৎপথ লবলৈহে কৈছে। নীতি-নিয়ম মানি চলিবলৈহে উপদেশ দিছে। কথাবোৰ কিন্তু মোৰ মনত ধৰিছে দেই।

সত্ৰৰ প্ৰসাদ নিৰ্মালি পাঙ্গে বৌটিয়ে বৰ ভাল পাব।

বৌটিয়ে মাহ-চাউল খাই এনেয়েও বৰ ভাল পায়।

এঃ মাহ-প্ৰসাদ বুলি কচোন।

নামঘৰত ভকতসকলক নামৰ শেষলৈকে ৰাখি থোৱাৰ বুদ্ধিৰেহে মহাপুৰুষে মাহ-চাউল উলিয়ালে। প্ৰথম চোৱাত নামৰ আগত মাহ-চাউল দিয়াৰ ব্যৱস্থা নাছিলেই নহয। লোণ সানি দিলে জুতি লাগে আৰু এদা দিলে সহজে হজম হয় দেখিহে মাহ-চাউলত এইবোৰ দিয়াৰ নিয়ম কৰিলে।

তোৰ দেখিছোঁ শৰণ লৈয়ো বেঁকা কথাবোৰ নগ'ল। এইবোৰ কথা কব নাপায় বুজিছ?

নহয় অ, সঁচা কথা নোকোৱাটোহে পাপৰ কথা। পিছে এইবোৰ থাওঁক, সত্ৰত থাকি তোৰ কেনে লাগিল বাৰু তাকে কচোন?

তোৰ কেনেকুৱা লাগিছে তই আগতে কচোন?

বৰ ভাল লাগিছে। সত্ৰখন কিমান গহীন-গম্ভীৰ দেখিছ? পাচ খোঁটালীৰ ইমান ডাঙৰ নামঘৰটো! শিলচটা চুই নামঘৰৰ টুপটোত ভৰি থওঁতেই ভয় ভয় লাগি যায়। মনিকুটটোলৈ নগলেও সিংহাসন-খন দেখিয়েই মূৰ দোৱাই গৈছিল ভক্তিত। নামঘৰৰ ইমান ডাঙৰ শালৰ খুটাবোৰ কেনেকৈ আনিছিল? সিংহাথন সজা মানুহজনো কম নহয বোপাই, খাপ খাপ কৰি সজা সিংহাথনত সিংহবোৰ কাঠত কাটি উলিওৱা এইজন কম পাকৈত বাঢ়ৈনে? সিংহাসনৰ সন্মুখৰ গছাটো ইমান ডাঙৰ! পিতলৰ শৰাই, টৌ-চৰিয়াবোৰ কিমান ডাঙৰ দেখিলিনে? তাম্ৰৰ ডবাটোৰা ক'ৰ পৰা আনিছিল? গৰুড়ৰ মূৰ্ত্তিটো ওলোমাই থোৱা দেখিলিনে? বুলিবা সাইলাখ গৰুড় চৰাইহে।

*গৰুড় চৰাই জানো তই আগতে দেখিছিলি!*

এৰ, শুনোঁতে মেলোঁতে গৰুড় চৰাইটো কেনেকুৱা মনত এটা সঁচ বহি গৈছিল। তায়ো ভাল ধৰিছ দে।

তোক মই এইবোৰ সোধা নাই নহয়; তোৰ মনটো কেনেকুৱা লাগিছে

তাকেহে সুধিছোঁ।

পবিত্র পবিত্র লাগিছে। কিবা যেন নেদেখা নুশুনা বস্তু দেখিলোঁ, শুনিলোঁ— তেনে লাগিছে।

তই ঠিক কৈছ, মোৰো মনটো পবিত্র পবিত্র লাগিছে। কিবা যেন ডাঙৰ কাম এটা কৰিলোঁ, তেনেকুৱা লাগিছে।

পিছে কথাকে কৈ থাকিবি নে খোঁজো কাঢ়িবি? ৰাতি ভাত-পানী খোৱাৰ আগে আগে পাৰগৈ লাগিব নহয়?

তই ভাবে-ভেটিয়ে অসুবিধা পাইছ বুলিহে লাহে লাহে আহিছোঁ। ব'ল—তেন্তে বেগা-বেগিকৈ যাওঁ।

তিনি আলিৰ পৰা পথাৰৰ সুৰুকীয়া বাটটোৰে পোনাই খোঁজ পেলালে সিহঁতে। গাঁও পাওঁতে দুই এঘৰ মানুহ শুলেই।

বৌটিয়ে আমালৈ চাগৈ খাপ লৈ আছে।

সত্ৰৰ পৰা আহিছোঁ, বৌটি শুৱনে?

—ওপৰৰ নঙলাডাল খুলিবলৈ পাইছোহে মাথোন, বৌটিয়ে মাটিৰ চাকিটো হাতত লৈ দুৱাৰ মুখলৈকে ওলাই আহি চিঞৰিয়েই সুধিলে :

তহঁত পালিহি বাৰু।

## চৌব্বিশ

তাৰ বিয়াৰ পাঁচ মাহৰ পিছৰ কথা। বজাৰ খাজনাৰ পইচাকিটা দিবলৈ টেকেলাই সকীয়াই গৈছিল। জোনাকীকো বিয়াৰ পিছত সি একো এটাকে দিব পৰাই নাই। তাইক সূতা কেডালমানে লাগে। ৰঙা আঁচু চাৰিমুঠা লাগে বুলিও কেতিয়াবাতে কৈছিল। ফুলগুৰি বজাৰত ইটো-সিটো বেচি তেল-নিমখকণ চলাই আছে। খাজনাৰ পইচা গোটাবৰ হ'লে ধান অলপমানকে বেচিব লাগিব। এইবাৰ ধানো আগৰ বাৰতকৈ কম, খাৰুৱাও এটা বাঢ়িছে। আলহী-অতিথি লাগি আছেই। গুৰৰ কলহ কেইটামান পাইছিল বুলিহে জোবা-ফোন্দা মাৰি যেনেতেনে চলিছে। গুৰৰ কলহ কেটামানো নিব লাগিব। সি মনতে পাঙিলে।

—বোলো হাটলৈ জানো নাযায়? তই পাৰগৈ মানে হাটেই ভাঙিব। জোনাকীয়ে ভিতৰৰ পৰা সুধিলে।

—এয়া, যাবলৈকে যা-যতন কৰিছোঁ। বোলো তোৰ জা-জলপান হ'লগৈ নে নাই?

—এৰা, জা-জলপান হোৱা নাই বুলিহে তোৰ দেৰি হৈছে?

—মই গৈছোঁৱেই গাড়ীখন বোজাই হ'লেই পুখুৰীতে জোবোৰা এটা মাৰি। মই পাম গৈয়ে—।

—পেৰাৰ পৰা চোলা-চুৰিয়া যোৰো উলিয়াই দাৰতে থ'। তিয়নীখন আছেই, খোৱা তেল এচলু দিবি।

—আগ ফালৰ চোতালত ভঁৰালৰ পৰা ধান উলিয়াই গাড়ী বোজাই কৰি থকাৰ পৰাই সি চিঞৰি ক'লে।

—বৌটিয়েকে গা-পা ধুই থাপনাতে মূৰটো দোৱাই ওলাই আহি মাৰল

পালেগৈ। ঘৰলৈ বোৱাৰী অহা দিন ধৰি ৰাধিকাক কাম কৰিবলৈ নিদিয়েই। হাতৰ পৰা কাঢ়ি-হুঢ়ি জোনাকীয়ে কৰে। গামোচাখনে-চুৰিয়া-চোলা যোৰ দাৰত থবলৈ ধৰোঁতেই শাহুৱেকে মাতিলে :

—বোলো বোৱাৰী,

—গৈছোঁ বৌটি, তোমাৰ জা-জলপান মাৰলতে সজোৱা আছে। মই কল কি থোক গাড়ীৰ ওচৰলৈ উলিয়াই থৈছোঁ।

—বোলো সি খোৱা-বোৱা কৰিলে জানো? হাটলৈ পলমেই হ'ব এতিয়া।

বোৱাৰীয়েকক উদ্দেশ্য কৰি বাহুক সৰ্তক কৰিবৰ মনেৰে চিঞৰি ক'লে।

—নাই হোৱা অ' দেখি। তহঁতে মিছাকৈ হুলস্থুলখন কৰিছ। মই কিবা নেজানো নে হাটৰ সময়? ফুকলীয়া দিনৰ পৰা ফুলগুৰি হাট কৰিলোঁ, এতিয়া আক' তহঁতে শিকাবৰ হ'ল। এই বা ক'লৈ গ'ল?

গা তিয়াই আহি আৰ্চি-ফণিৰে মূৰ ফণিয়াই লৈয়ে মাৰল ঘৰলৈ আহিল সি।

—আহ আহ, জলপান সজাই থৈছোঁ। গুৰুৰ-সেৱা কৰি বেগতে খাই লহি।

—মই থাপনাতে মূৰটোহে দোৱালোঁ। পলম হ'বগৈ। আজি আৰু নীতি-নিয়ম নকৰিলোৱেই দে। এদিনত একো নহয়।

—বাহুৱে নিজে নিজে কোৱাদি ক'লে।

হাতীখুঁজীয়া বাতিত এবাটি কোমল চাউল একাষি ভীমকলেৰে সজোৱা আছে। সি জলপানৰ ওচৰত পাৰি থোৱা পিৰাখনত বহি মোকোৰ-মোকোৰে চাউল বাতি খোৱাৰ পৰাই তাইৰ মুখলৈ চাই ক'লে :

—পকা কল কেআষিমান ৰাখিবি : নামঘৰত শৰাই দিয়াৰ কথা আছিল নহয়?

—কলথোক দিয়াই নাই। আটাইখিনি লাগিব।

—বোলো বাহু; আজিয়েই পাৰ যদি সুতা কেমুঠিমানে, আঁচু কেনেচা-মানে আনিবি। তাই কৈ আছে নহয়, তই হবলা মন-কাণকে কৰা নাই।

—বৌটিয়েকে ক'লে।

—এৰা, পইচাই জুৰিলে সূতা কেমুঠিমান অনাটো বেয়া নহ'ব।

তাৰ ওচৰতে বহি থকা জোনাকীয়ে লাহেকৈ ক'লে।

তাইৰ কথাষাৰে তাৰ মনত গভীৰ ৰেখাপাত কৰিলে। বিয়া হোৱা পাঁচ মাহ হ'ল, একো এটা তাইক দিব পৰা নাই। নিজে বৈ-কাতি লবলৈ সূতা দুমুঠিমান বিচাৰিছে, তাকো কিনিবলৈকো সি চিন্তা কৰিব লাগে। ঘৰৰ অৱস্থাটো বুজিয়েই তাই পইচাই জুৰিলেহে সূতা আনিবলৈ কৈছে। তাৰ মনটো বেয়া লাগি গ'ল। পিতাকৰ দিনততো গাঁওখনৰ ইমান দুৰৱস্থা নাছিল, বাৰীৰ তামোল-পাণ, কল-কুঁহিয়াৰ, ধান-চাউল একোৰে অভাৱ নোহোৱাকৈয়ে চলিছিল সিহঁত। এতিয়ানো কি হ'ল? সামান্য বস্তু এটা কিনিবলৈও হাহাঁতৰ পইচাৰ অভাৱ।

—কিয় তইচোন একোকে নামাতিলি?

জোনাকীযে তাৰ জলপান খোৱা শেষ হ'লত তামোলৰ বটাটো আগুৱাই দি সুধিলে।

—নাই, এনেহেহে মতা নাই।

তাৰ দুৰৱস্থাৰ কথা উপলব্ধি কৰি সি তাইৰ মুখলৈ নোচোৱাকৈযে ক'লে। বেগাবেগীকৈ বোজাই কৰা গাড়ীখনৰ ওচৰলৈ গৈ সি বস্তুবোৰ ভালকৈ বন্ধা-কৰা হ'লনে নাই এবাৰ চালে। গোহালিৰ পৰা গৰুহাল আনি গাড়ীখন যুতিলেহি। গাড়ীখন চোতালৰ পৰা উলিযাই কিবা এটা মনত পৰাৰ দৰে সি ক'লে:

—বোলো জোনাকী, চাওঁ মোনাখন আনচোন।

ওচৰতে বৈ থকা জোনাকীৰ উপস্থিতি লক্ষ্য নকৰি সি প্ৰায় চিঞৰিযেই ক'লে।

আগফালৰ গুৰৰ কলহটোৰ কাষতে দিছোঁ নহয়। চাওঁ, ৰচোন এই গামোচাখনো নে। মুখ-হাত মচিবলৈ-কৰিবলৈ লাগিব।

অতি প্ৰশংসাসূচক দৃষ্টিৰে ঘৈণীয়েকৰ মুখলৈ চাই মৰম-সনা মাতেৰে সি সুধিলে:

—আঁচু কেইনেচা লাগিব বুলিছিলি?

—লাগোঁতে চাৰি নেচাই লাগে।

তাইৰ বুজিবলৈ বাকী নাথাকিল আজি সি সূতা আৰু আঁচু আনি-বই আনিব; লাগিলে অন্য দৰ্কাৰী বস্তুকে সি নিকিনে। গাড়ী খেদি আগুৱাই যোৱা বাহুক কেঁকুৰীটো ঘূৰালৈকে চাই থাকি তাই ভিত-ৰলৈ সোমাল। ঘৰৰ অভাব-অনাটনৰ কথা সি বুজিও কৰিব নোৱা-ৰাৰ বাবে তাই কোনোদিনেই দুখ কৰা নাই। সি তাইক প্ৰাণ-ভৰি স্নেহ কৰে, তাতকৈ তাই বিচাৰিছে কিটো? তৃপ্তিৰে ভৰি পৰা হাঁহি মুখখন লৈ তাই তাৰ দৈনন্দিন কামত নিজকে নিয়োজিত কৰিলে।

হাটত সিদিনা ধানৰ দাম আগতকৈয়ো কম। টকাত ষোল্ল পূৰাকৈ, গুৰৰ কলহ চাৰিঅনাকৈ আৰু কলখিনি মুঠিতে এটকাত বিক্ৰী কৰি ন টকা উপাৰ্জন কৰিলে। খাজনাৰ বাবে পূৰাই এটকা ছ অনা কৰি ৫ পূৰা মাটিৰ ছটকা চৈধ্য অনা আচুঁতীয়াকৈ থৈ বাকী পইচাৰে ৬ অনা মুঠিৰ ছমুঠি মজলীয়া সূতা আৰু ৰঙা আঁচু তিনিনেচা কিনিলে। ইটো-সিটো কিনোতে আৰু আঠ অনা খৰছ হ'ল। বাকী পইচা কঁকালৰ খোচনত ভালকৈ বান্ধি বেলি ভাটী দিয়া সময়ত ঘৰলৈ বুলি গাড়ীখন যুতিলে। লগাৰ জোখৰে সূতা-আঁচু কিনিব নোৱাৰিলেও বাকীখিনি অহা সপ্তাহৰ হাটতে কিনিব বুলি সি মনটো ঠাৱৰ কৰিলে। এবাৰ সি গোটেইখিনি সূতা কিনিবৰ কথাই ভাবিছিল, পিছে তেল-নিমখৰ বাবে বাকী কিটা পইচা লাগিবই।

মনক প্ৰবোধ দি সিমানতে সি সন্তুষ্ট হ'ল। জোনাকী বুজা ছোৱালী। তাই বুজিব। গৰুহাল যোটাৰ সময়তে তাৰ মনত পৰিল ৰত্ন দদাইটিৰ কথা। হালোৱা গৰু এটা বিচাৰি হাটলৈ অহা দদাইটিয়ে গৰু কিনিব নোৱাৰিলে, মনে-পিঠে নেখালে। দদাইটিয়ে তাক খালী গাড়ীখনত লৈ যোৱাৰ কথা কৈছিল। দদাইটিক বিচাৰি আনি গাড়ীত উঠাই ঘৰলৈ মু-কৰি গাড়ী খেদিলে। ঘৰলৈ ওভতোতে গৰু নেখেদিলেও হয়, মাজে মাজে লুকি দুটামান মৰাৰ বাহিৰে

তাৰ কৰিব লগা একো নাছিলেই।

ছৈ দিয়া গাড়ীৰ ভিতৰত পাৰি দিয়া ধানখেৰত ৰত্ন দদাইটি ভালকৈ বহিল।

গাড়ীত উঠিয়েই দদাইয়েই সুধিলে:

—বোলো ধান কেনেকৈ বেচিলি অ' বাছ? তই হবলা অগ্নিশালি ধানহে আনিছিলি। বা দিয়া নে জবা?

—নকবা দদাইটি; আজি ধানৰ দামেই নাই। জাৰি-ফুকি অনা ধান দুপইচা পাম বুলি ভাবিছিলোঁ, পিছে কিটো হ'ব? খুচুৰা কৈ বেচিলে টকাত পোন্ধৰ পূৰাকৈ নিয়া মানুহ ওলাইছিল। পিছে সকমন বেপাৰীক পাইকাৰীকৈ ১৬ পূৰাকৈয়ে দিলোঁ। মেঘৰাম কেঞাই ১৫ পূৰাকৈ লম বুলিছিল, পিছে তাহাঁতৰ জোখ-মাফ বেয়া।

—অ, হয়বৰগাঁৱৰ মেঘৰাম কেঞাই ধান কিনা দেখিছোঁ। কেঞা-পট্টিৰ জেঠমল আজি অহা নাই হবলা? যোৱা সপ্তাহত মোৰ ধান সিয়ে কিনিলে। আমাৰ সকমন বেপাৰীয়েও ধান লৈছে হয়, পিছে সৰহকৈ পোৱা নাই হবলা?

—সকমনে কি ধান কিনিব? অসমীয়া মানুহে বেপাৰ-বণিজ কৰিব বিচাৰিলেও আমিয়ে সহায়-সাৰথি নকৰোঁ। পাৰোতেনো নগাঁও চহৰৰ সোঁমাজতে থকা কেঞাপট্টি আৰু হয়বৰগাঁৱৰ কেঞাই খোপনি পুতি বেহা-বেপাৰৰ ক্ষেত্ৰত গজগজীয়া হৈ বহিব পাৰেনে? অসমীয়া কিটাই কেৰাণী, মহৰীৰ চাকৰি বিচাৰোঁতেই আধ্যা। সেয়ে মই সকমনকে দিলোঁ। সি যদি কেঞাকিটাৰ লগত ফেৰ মাৰি উঠিব পাৰে, ওচৰতে ইটো-সিটো বেচিবহি পাৰিম। বেপাৰ কৰাৰ মন এটা কিন্তু তাৰ আছে দেই। অসমীয়া মানুহে সুবিধা পালে কৰিব নোৱাৰো কাম একো নাই

—হেৰ, তই ফুলগুৰিত বাৰু সকমনক সহায় কৰিলিয়েই, তাৰ পৰা কিটো হ'ব? গোটেই জিলাখনত বেহা-বেপাৰ কেঞাইঁতে হাতৰ মুঠিত ৰাখিছে। সি জানো কিবা সিইঁতক লৰাব পাৰিব?

নোৱাৰিব কিয় ? তোমালোকে যদি স্কুলগুৰিত সকমনক সহায় কৰা, কামপুৰত কোনোবা এজনক কৰিলে, কলিয়াবৰত কোনোবা এজনক কৰিলে—এই কিটা অসমীয়া গোট খাই লিভাৰপুলৰ পৰা নিমখ আনি কেঞ্চাৰ লগত ফেৰ মাৰিব নোৱাৰিব জানো ? তোমালোকেহে 'নহ'ব নহ'ব' কৰি থাকা। এক পাইৰ বাবে গাঁৱৰ মানুহটোক নেবেচি কেঞ্চাক দিয়াইক। সিহঁতে যে ওজনত তুপাই নিয়ে খবৰেই নাই তোমালোকৰ।

—চৰকাৰে যে লিভাৰপুলৰ নিমখ আনিবলৈ কেঞ্চাইতকহে দিছে। অসমীয়াক জানো দিব ?

—আমাৰ কিটাকো সিহঁতে দিব লাগিব। এতিয়া আমাৰ কেৱে আগুৱাই অহা নাই, সিহঁতেই সুবিধাটো লৈছে।

—কিয়, লিভাৰপুলৰ নিমখ অনালৈ তোমালোকে আপত্তি কৰিছিলা নহয় ? ভূটান, নগাপাহাৰৰ পৰা নিমখ ৰপ্তানিৰ কথা কৈছিলাইঁক নহয়, মানিলে জানো চাহাবহঁতে ? নামানে, দদাইটি নামানে। ইহঁতক এশিকনি দিলেহে অ৺প দো লব। একোকে নকৰি' নাই নাই, ন'হব নহ'ব' বুলি থাকিলে ক'ৰ পৰা হ'ব ? পৰিশ্ৰম কৰিব লাগিব, সকলো এক গোট হ'ব লাগিব, তেহে হ'ব। চাহাবহঁতো সেও হ'ব।

—চইতো মনত লগা কথাই কৈছ। পিছে হাজাৰ হওঁক, বেপাৰ-বাণিজ কৰি খাবলৈকে তেও চাহাবহঁতে হাট কিথন পাতি দিছে। মাহ, সৰিয়হ, গৰু, ম'হ, হাঁহ-কুকুৰা, শাক-পাচলি, মাছ-মঙহ, কানি-ফটিকা আদি বয়-বস্তু মুকলিমূৰীয়াকৈ বেচিবা. সুবিধা হৈছে। অইন ন'হলেও তই-মই বয়-বস্তু অবাধে বেচা-কিনা কৰিব পাৰিচোঁ।

হাট কিথন পাতি দিছে আমি ভাল পাইচোঁ। বস্তু বেচোঁতে কিন্তু মহলদাৰে লোৱা মাচুলৰ পৰা সৰহ অংশটো সিহঁতে পায়। হাট-ঘাট ডাক দি সিহঁতে কিমান পাইছে, মন কৰিছা জানো ? হাটখন পাতি দিলেই নহ'ব নহয়, কৃষিজাত বস্তু কিপদৰ বাহিৰে অইন কিবা বস্তু ৰাইজৰ হাতত জানো আছে ? হাতে-কামে কৰা বয়-বস্তু খেতি নকৰি চলিব

পৰা কিবা শিল্প-বাণিজ্য কৰিবলৈ সুবিধা দিছে জানো ইহঁতে ? এশ-জনৰ ভিতৰত এশজনেই খেতিৰ ওপৰত জীৱন নিৰ্বাহ কৰিছে, লাভত এবাৰ খেতি-বাতি নহ'লেই আকাল-অনাটন হৈছে, হাজাৰে হাজাৰে মানুহ মৰিছে। শিল্পৰ উন্নতি কৰা কথা নায়েই, আনকি চৰকাৰটোৱে দেচ দৰঙ্গত পাট-মুগা শিল্পৰ উদ্যোগটোও সম্পূৰ্ণ নকৰিলে। ইহঁতে কৃষি-উন্নয়নৰ অকণো চেষ্টা কৰা নাই। দদাই, সেয়া মইনা পেহী নহয়নে ? ক'ৰপৰা আহিল বা পেহীটি ?

সিহঁতৰ গাঁৱৰ পৰা কাটি উফুলাবৰী হৈ জাজৰি মাজগাঁৱলৈ যোৱা তিনি আলিটোত পোৱা মইনা পেহীক দেখুৱাই সি ক'লে ঃ

এয়া মইনানে ?

— বায়নে ডাঙৰকৈ সুধিলে।

অ' ককাইটি, বাহুওচোন ? হাটৰ পৰা আহিলি হবলা ? মই কণ-মইনাৰ তাৰ পৰা আহিলোঁগৈ। তাৰ ডাঙৰ ল'ৰাটোৰ গাত কিবা দেও-ভূত লম্ভিছে। উস ! উস ! তাক তেতেলি-তলবজনে পালে। বেজ এজন আনি পানী একলহ কাটি ...

বাৰু সেইবোৰ কি কৰ কৰি। উঠ যদি গাড়ীতে উঠ , কি কৰ, গাড়ীতে কবি।

- কথা কৈ কৈ গাড়ীৰ ওচৰ পোৱা মইনাক ক'লে বায়নে।

ৰছী টানি গৰুহাল ৰাখিলত পেহী গাড়ীত উঠিল।

—কি দেও-ভূতৰ কথা কৈছিলি মইনা ?

ৰত্ন বায়নে সুধিলে।

—নকৰা ককাইটি ; চাৰি দিনমানেই হ'ল। বাৰীত শৌচ কৰিবলৈ যাওঁতেই কিবা লম্ভিল। দুদিনমান তীৰকঁপে জ্বৰ। এতিয়া যেনেকুৱা ইচাটি-বিচাটিখন কৰে নহয়, ভয়েই লাগি যায়। কি ল'ৰাটো কি হ'ল, বোপাই। দাঁত কিটা কামুৰি লৈ ভৰি-হাত জোকাৰি একো নাই কৰে। দাঁতৰ কৰকৰণি মাৰি বেঙে-মূতা গৰুৰ দৰে কঁপে। কেবাখন কথা দি হেঁচা মাৰি ধৰিও ৰাখিব নোৱাৰি। আজি মায়ঙৰ পিতচিং

বেজ অহাৰ কথা। তাৰ অৱস্থাতো ………

—থ-থ পেহী, ক'ৰ ভূতটো লাগিবলৈ গৈছে? দুই তিনি দিন টান জ্বৰতো ঔষধ-পাতি দিয়া নাই, এতিয়া জ্বৰ মূৰত উঠিছে, সেয়ে হাত-ভৰি জোকাৰি একো নাই হৈছে। মাৰুওৰ বেজে কিটো কৰিব? কণমইনাৰ ডাঙৰ ল'ৰাটো মানে বনমালীৰ ভাগিনীয়েকৰ কথা কৈছ?

বহুত সময় ভলকা মাৰি শুনি থাকি সি ক'লে।

তই আৰু তাকো চিনি নোপোৱা হলিনে? কনকৰ কথা কৈছোঁ।

—বুজিছোঁ, বুজিছোঁ। ঘৰ পায়েই বনমালীক নৰাম কবিৰাজক নিবলৈ কবগৈ লাগিব। সি হবলা খবৰ পোৱাই নাই?

—বনমালী খেৰ কাটিবলৈ গৈ চাপৰিতেহে আছে গৈ। খবৰ পঠাইছে, আজি কালিতে ওলাবহি।

বুজিছা পেহী, তোমালোকে এইবোৰ কি ভূত-প্ৰেতৰ কথা কৈ থাকা বুজিবই নোৱাৰোঁ। অলপ ভাবি চাবাচোন। জ্বৰ বেচি হ'লে চিকিৎসা নাপালে তেনে নকৰি কিটো কৰিব? তোমালোকে ইফালে সিফালে ফুৰা-চকা কৰিছা, দুখন ঠাই দেখিছা। তোমালোকেই যদি বাঢ়ই-বুজাই মানুহক আচল কথাবোৰ নোকোৱা, ঘৰৰ বাহিৰ নেদেখা বোৰে কৰিব কি? ভূত তুমি জানো দেখিছা কেতিয়াবা?

পেহীৰ আগতে বায়নে মাতিলে।

-বুজিছ বাছু, ভূত-প্ৰেত নথকা নহয়। তইঁতে নামানিলেও সেইবোৰ আছে ঠিকেই। তেতেলি-তলৰ ভূতটোৰ হাততে পুতুল মৰা নাই জানো?

—সেইবোৰ নকবা দদাইটি; ভূত-প্ৰেত আমাৰ সৃষ্টি। আচলতে ভূত নহয়, জুখি-মাখি চালে দেখিবা সি ভ্ৰমহে। পুতুলৰ মূৰ ফুৰণি আছিল আগৰে পৰা। সেইদিনা ঘটনাচক্ৰত তেতেলি-তলতে বেচি হ'ল, আৰু তাতে ঢুকাল।

—বাৰু কবিৰাজী চিকিৎসা কৰি কণমইনাৰ পুতেকক ভাল কৰিব পাৰিলে, ভূত নাই বোলা কথাষাৰ বিশ্বাস নকৰি উপায় নাথাকিব। চাচোন বাৰু কি কৰিব পাৰহঁক।

—বনমালী নাথাকিলে মৰে কবিৰাজক আনিমগৈ। চাবাচোন ভাল হয়নে নহয়। ইতিমধ্যে বৰ বেচি ন'হলে চুলিত আয়ুস থাকিলে বাচিবই বাচিব।

কিছু পৰ আটায়ে টলকা মাৰিলে। মাজে মাজে আঃ আঃ কৰি গৰু খেদাৰ শব্দৰ বাহিৰে কেৱে কথা-বাৰ্ত্তা কোৱা নাই।

নীৰৱতা ভঙ্গ কৰি পেহীয়েই প্ৰথমতে মাতিলে ঃ

—সূতা-আঁচু আনিলিনে বাঙু?

চিন্তা কৰি থকা মুখখনৰ পৰা সমস্ত কমনীয়তা হেৰাই গৈ তাৰ মুখখন শুকান শুকান লাগিছিল। সূতা-আঁচু কিনিব নোৱাৰা তাৰ অক্ষমতাৰ কথা পেহীয়েও জনাত তাৰ কেনেবা কেনেবা লাগিল। সি মাথোন লাহেকৈ ক'লে ঃ

—অ' আনিছোঁ কেইডালমান।

তাৰ কথা কোৱা ভঙ্গিটোত পেহী চক খাই গ'ল। সেই সম্পৰ্কে আৰু একো নুলিয়ালে পেহীয়ে। তাৰ মনত খোকোঁজা লগা কথা অনুমান কৰি মনটো ভাল কৰিবৰ অভিপ্ৰায়ে পেহীয়েই আকৌ সুধিলে ঃ

—ধানৰ দৰ পালিনে, আধামুলীয়াকৈয়ে বেচিলি?

—কি দৰ পাবা পেহী? খেতিয়কে কিনিব লগা বস্তুৰ দাম দিনক দিনে বাঢ়িছে, খেতিয়কে বেচা বস্তুৰ দাম বাঢ়িব ক'ত? ৰজা দিনৰ পৰা ধান-চাউলৰ দাম কিন্তু সমানেই আছে। তেতিয়াও টকাত ১৭।১৮ পুৰা, এতিয়াও সিমানেই। আনবোৰ বস্তুৰ দাম হ'লে বাঢ়িযে আছে।

ইংৰাজে দেশ লোৱাৰ পিছৰে পৰা বঙ্গালী কৰ্মচাৰী, কেঞা, দেচুৱালী ব্যৱসায়ীসকল আমাৰ ৰাজ্যলৈ অবাধে সোমাইছে। বেপাৰ-বাণিজ্য, চাকৰি-বাকৰি সিহঁতেই পাইছে। পইচা সিহঁতৰ হাতত গোট খাইছেগৈ। অসমীয়াকিটাক সোধোতা কোনো নাই। ইহাতে বিহাৰ-উৰিষ্যাৰ পৰা হেজাৰ-হেজাৰ কুলি পৰ্বতে-প্ৰান্তৰে বিনা খাজনাতে পতা চাহ-বাগানবোৰত মেলি দিছেহি। এইবোৰক

খুৰাওতে-বুৱাওতে ধান-মাহচোন ঢেৰ লাগে। ধান-মাহৰ দৰ বাঢ়িব লাগিছিচোন।
—ৰত্ন বায়নে ক'লে।
—কেনেকৈ বাঢ়িব? আগতে চৰকাৰৰ খাজনা ধান-মাহেৰে সোধাইছিলা, এতিয়া খাজনা নগদ টকাৰে দিব লাগে। খাজনা দিব নোৱাৰি কিমানে খেতি-বাতি এৰিছে তাৰ জানো খবৰ ৰাখিছা? মানুহৰ হাতৰ কামবোৰ মৰি যোৱাত মানুহবোৰৰ দুৰৱস্থাৰ সীমা নোহোৱা হৈছে। বাম বাকৰিত আফিং খেতি বাঢ়িছে। বানপানী, অচিন বেমাৰতো জানো কম মানুহ মৰিছে? সেয়ে খেতিৰ উৎপন্ন কমিছে। মানুহে যি খেতি কৰিছে, তাৰ আধা অন্যান্য কৰৰ উপৰিও খাজনা দিওঁতেই খৰছ হৈছে। নৈ-বিল-খালত মাছ মাৰি জীৱিকা চলোৱা সকলে এইবোৰ ডাক হোৱাত জীৱিকা নষ্ট হৈ বহি থাকিব লগা হৈছে। মানুহৰ হাতত পইচা নাই, খেতিয়কে বস্তুৰ দৰ পাব ক'ৰ পৰা। পিছে ধান, মাহ, সৰিয়হ, তিল, কপাহ, মুগা, তাম-পিতল-কাহঁৰ বাচন, জালুক-জলকীয়া, চাহ হাদিৰাচকীয়েদি অন্য ৰাজ্যলৈ চালান হৈছে। ধান-মাহৰ দাম সোনকালে বাঢ়িবও পাৰে।
--মাজতে কথা এটা কওঁ বাছু। মোৰ হাতত আধলি এটা আছে। তোৰ হাতত হাটৰ পৰা অনা পইচা আছে যদি সলাই দিব পাৰিবিনে? ৰজাদিনীয়া পইচা কেটামান হওঁতে আছে। পিছে······
—হ'ব পেহী। ঘৰত গৈ সলাই দিলে ন'হব? তোমাক চাগৈ তামৰ পইছাহে লাগে?
—ঘৰতে দিবিগৈ। যা—পিছে বাছু, ৰজাদিনীয়া পইচা এতিয়া বোলে গাঁৱে-ভূঞেও চলিব নিদিয়ে। কথাটো সঁচানে?
—মাজতে ৰত্ন বায়নে সুধিলে।
নিদিয়েতো। ৰূপ আৰু তামৰ পইচা প্ৰচলন কৰিছে যেতিয়া সেইবোৰ অচল। গাঁৱে-ভূৱে পিছে কিছু দিনলৈ চলি থাকিব। হাটতো চোন আজিও ৰজাদিনীয়া পইচাৰে ইটো-সিটো কিনা দেখিছোঁ। তুমিনো

সুধিলা কিয় দদাইটি ?

—অন্য কথা নাই। বজাদিনীয়া পইচা একলহ আছে। যদি চলাব নোৱাৰি কমটো বিপদ হ'বনে ?

সোনকালে সলাই পেলোৱা, অসুবিধা হ'বগৈয়ো পাৰে।

গাড়ী আহি গাঁৱৰ ওচৰ পালেহি। কোনেও কথা-বতৰা পতা নাই। তাৰ বয়-বস্তুৰ মাজত ডাঙৰ নতুন দা এখন বয় বায়নৰ এতিয়াহে চকুত পৰিল।

—তই দা এখন কিনিলি হবলা। বেচ ভাৰী। কটা-চিঙাৰ কাৰণে ভাল হ'ব। কিমান ললে দাম ?

—দাখন হাতত তুলি লিৰিকি বিদাৰি চাই বায়নে সুধিলে।

—আগতকৈ দুগুণ। পাঁচ অনা, এপইচাও নকমায়।

—লব লব। বেচ ভাৰী নহয়। কলগছত দুদিনমান মাৰি থবি। ভালকৈ ৰাখিলে দিন যাব। হেৰি অ' বাস্তু, এই যে হাটখোলাৰ ওচৰৰ মহীধৰ কমাৰ, সি ঢুকুৱাৰ পিছৰ পৰা তাৰ চোন কমাৰশাল বন্ধ দেখিছোঁ। পুতেকে কিটাই এইবোৰ বৃত্তি এৰিলে যেন পাইছোঁ।

—নকবা দদাইটি, স্বৰ্গদেউৰ দিনৰ কুমাৰ, কমাৰ, খনিকৰ, মিস্ত্ৰী, ধনুচোঁচা, লাঠীকৈয়া, জাপি-সজীয়া, শিলকুটীয়া বিভিন্ন শিল্পীসকল নাইকিয়া হ'ল। নতুন চামে এইবোৰ কৰিবলৈ মনকে নকৰে। অৱশ্যে কাৰণো নথকা নহয়। এই বৃত্তি কৰি পেট পোহাই টান। অসমীযা তিৰোতাই পাট-মুগা-এৰিযা-কপাহী কাপোৰ বৈয়ে পিন্ধিছে, পিন্ধাইছেও। পিছে হাটত সূতা ওলোৱাৰ পিছত সূতা কাটিবলৈ এৰিলে। দেখিবা লাহে লাহে এইবোৰ বিদ্যাও লোপ পাই আহিব। বব-কাটিব নজনাটো এতিয়া দুগুণ নহৈ গুণহে হ'বহি।

সূতাৰ কথা উলিযালত পেহীয়ে সাহস পাই আকৌ আৰম্ভ কৰিলে :

—অন্যৰ কথা নাজানো। বব-কাটিব নাজানিলে কিহৰ তিৰোতা ? বব-কাটিব নজনা ছোৱালী বিয়াকে কৰাব নেপায়। মতাটোৰ মুখলৈ চাই থকা তিৰোতাৰ কি দামটো আছে ? সমানে সমানে কাম

কৰিলেহে সংসাৰ চলিব। মতাই যোগাৰ দিব, তিৰোতাই ফুলে-জালিয়ে জাতিস্কাৰ কৰি বব। বব-কাটিব জনা মানুহ দেখিলে আটায়ে আদৰ কৰিব। জোনাকীলৈকে নাচাৱ কিয়? তাইকে দেখি শুনি নতুন নতুন ফুল-জালি দিয়া তিৰোতা গাঁৱতো বাঢ়িছে। তাইৰ সমান, ফুল… —পিছে কথা এটা নহয় পেহী। ফুল-জালি তুলিবলৈ মনটোও উজ্জ্বল হ'ব লাগিব নহয়। সূতা-আঁচুও যোগাৰ দিব লাগিব মতা মানুহ-টোৱে। সেটমৰা এগাড়ী ধান-মাহ বেচি টকা পালোঁ নটা। খাজনা দিবলৈ সাত টকা ৰাখিলে বাকী টকাৰে সূতা-আঁচুকে আনিবা, নে সংসাৰকে চলাবা? সকলোতকৈ ডাঙৰ হৰিকথা, তাতোকৈ ডাঙৰ চাউল কঠা।

ৰাখ, ৰাখ বাহু, পালোঁহিয়েই নহয়। ইয়াতে ৰাখ।

## পচিশ

ৰেলখনে বৈ বৈ দীঘলকৈ উকিয়াইছে। হুৰ্চ হুৰ্চ, ফোচ্ ফোচ্ শব্দ কৰি ক্ৰমান্বয়ে গতি মন্থৰ হৈছে। বোধহয় ৰেলখন ৰ'ব। অকণমান সময় সৰু ষ্টেচনটোত বৈ জক্ জক্ শব্দ কৰি ৰেলখনৰ গতি খৰস্ৰোতা হ'ল। ধেৰাৰ আগতে ফুলগুৰিত হোৱা ডাঙৰ মেলখনৰ কথা মনত পৰিল। তাৰ মনটো উৎফুল্লিত হ'ল। সিহঁতে—জোনাকী-বতাহী-হঁতে এই মেলৰ বাবে কম কষ্ট কৰা নাই।

চিপাহী বিদ্ৰোহ ফলৱতী নহ'ল। ইংৰাজবহে জয় হ'ল। নগাঁও জিলাতো ৰণৰ আখৰা কৰা বাৰশ ৰণুৱাৰ ৰণৰ আঁচনি দেৱানৰ ফাঁচিৰ লগে লগে নাইকিয়া হ'ল। ৰণুৱাসকলে ঘৰাঘৰি গৈ বিয়া-বাৰু কৰি ঘৰ-সংসাৰ পাতিলেগৈ। খেতিয়ে-পথাৰে লাগি গ'ল। চৰকাৰৰ কৰ-কাটলৰ দাঙিব নোৱাৰা বোজাই ফুলগুৰি-ৰহা অঞ্চলৰ ৰাইজক পুনৰ সজাগ কৰি তুলিলে। নতুনকৈ সংসাৰ কৰি সি কেমাহ-মান কটাইছেহে, ইংৰাজৰ এই ৰূপ অত্যাচাৰ, প্ৰজাৰ কষ্ট সি আৰু সহ্য কৰিব নোৱাৰিলে। পঢ়ি-শুনি, ঘৰতে উপযাচি দিয়া চৰকাৰী চাকৰি নকৰি সি হাল-কোৰত লাগিছে। নিজৰ গাঁওখনৰ মানুহখিনিৰ ভালৰ কাৰণে সি কৰিব লগাখিনি নিশ্চয় কৰিব। জোনাকীৰ সহাৰি পাই সি কিবা এটা কৰিবলৈ মন স্থিৰ কৰিলে। বনামালী-বতাহীক লগত লৈ পূৰ্বৰ ৰণুৱাৰ মুখিয়াল বাৰজনক বিচাৰি সিহঁতৰ মন জুখিবলৈ ওলাল। তিনিজন পালি সেনাপতিৰ মন ভাঙিল। বাকী কিজনৰ মতামত বিশেষকৈ লক্ষণচিং সেনাপতি, ৰূপচিং, চিবচিং, হেবেৰাক লগ পাই সি সাহস পালে। মন স্থিৰ কৰিলে সি। বৰুৱা নাই, এইবাৰ অসুবিধা হ'ব সঁচা, কিন্তু সিহঁতক সহায় কৰা অজস্ৰ মানুহ

ওলাইছে, বজা-পোৱালিহঁত, জাগীয়ালৰ গোহাঁই, কামপুৰৰ লস্কৰসকল, কেবাজনো অসন্তুষ্ট মৌজাদাৰ আৰু কৰৰ হেঁচাত পেপুৱা লগা প্ৰজাবোৰ আছেই। লগতে আগৰ বনুৱাজাকে গা-দাঙি উঠিছে। সিহঁতে কিবা এটা কৰিছে এবিব। সি আনন্দিত হ'ল। জোনাকী আৰু সি গড়মূৰ সত্ৰৰ গোসাঁই ঈশ্বৰক লগ ধৰি প্ৰভুৰ সহাঁৰি পালে। জিলাৰ বৰ চাহাব স্কনচে ৰাঙ্গহুৱাৰ্কি নামঘৰৰ হৰিপ্ৰভুৰ সিংহাসনত উঠি বহাৰ পোতক ভুলিবলৈ প্ৰভুৱে বিচাৰি আছিল। সকলো নিজৰ নিজৰ কামত লাগি পৰিল উদ্দেশ্য সম্ফল কিম্বা শৰীৰ পতন—সিহঁতৰ ব্ৰত হ'ল। ৰহিয়াল বৰুৱাই বৰচাহাবক দাখিল দিয়া পূৰ্বৰ আৰ্জিৰ নকল সিহঁতে যোগাৰ কৰিলে। জিলাৰ বৰচাহাবে এই আৰ্জিৰ উত্তৰকে নিদিয়াত প্ৰজাই বাৰুকৈয়ে খং খাই আছিল। এই কথাই সিহঁতক বহুতো সুবিধা আনি দিলেহি।

তিনিমাহ একেলেঠাৰিয়ে ৰাতিক দিন কৰি '৬১ চনৰ চেপ্তেম্বৰৰ ১০ তাৰিখে সিহঁতে ফুলগুৰিত মেল পাতিবৰ দিন ঠাৰৰ কৰিলে। আয়কৰ, বাঢ়নী কৰ-কাটল, পাণ-তামোলৰ ওপৰত প্ৰস্তাবিত কৰ, কাঠ-বাঁহ, বেতৰ ওপৰত লগোৱা কৰ, লগতে আফু খেতি সম্পূৰ্ণ বন্ধ কৰা কথাৰ আলোচনা-বিলোচনা কৰিব। বৰচাহাবক প্ৰজাই নিজেই লগ ধৰি, সকলো মেলৰ কথা জনাবৰ ব্যৱস্থা কৰিব। কেবাজনো চহৰৰ আৰু অন্যান্য ঠাইৰ জনা-বুজা শিৰফুটা মানুহক নিমন্ত্ৰণ জনালে মেলত দিহা-পৰামৰ্শ দিবলৈ।

নিৰ্দিষ্ট দিনত প্ৰজা আহি মেলৰ ঠাই ঠাহ খাই পৰিলহি। ইমান সৰহীয়া মানুহ আহিব বুলি সিহঁতে ভবাই নাছিল। লক্ষণচিং-বাহুহঁতৰ আনন্দৰ সীমা নাই। তিনিমাহৰ কষ্ট সফল হোৱাত সিহঁতে যিমান ভাল পাইছে, মেললৈ মতা চহৰ আৰু অন্য ঠাইৰ এজনো জনা-বুজা মানুহ নহাত দুখো পাইছে সমানে। মানুহক সুন্দৰ ভাবে বহুৱা-কৰাৰ ব্যৱস্থা কৰিলে পূৰ্বৰ ৰণুৱাইতে, জোনাকী-বতাহী-বগীতৰা বিহুলীইতে। মইনা পেহীয়ে ছোৱালীহঁতৰ পিছে পিছে ফুৰিছে। মতা মুখিয়াল মানুহখিনিক আদৰ-সাদৰ কৰি বহুৱাইছে সি, বনমালী, লক্ষণচিং

ডেকাইঁতে নিজে —যাতে আৰম্ভতে তেওঁলোকৰৰ দায়-জগৰ নেলাগে। প্ৰথমতে পূৰ্ব-ব্যৱস্থা মতে মেল আৰম্ভ ক'ৰিলে সুখুনাগুগীয়াৰ ৰজা-পোৱালিয়ে। তেৱেঁই ৰজা-পোৱালিইঁতৰ ভিতৰত বয়সস্থ। ৰজা-পোৱালিয়ে সকলোকে প্ৰণাম কৰি ক'লে :

দিন কাল দিনক দিনে বেয়াহে হৈছে। চাহাবহঁতৰ চকু নগজিল, প্ৰজাৰ দুখ কুলাই-পাচিয়ে নধৰা হৈছে। আমি অ'ভবোৰ প্ৰজা গোট খাইছোঁহি? চৰকাৰৰ লগত যুঁজ কৰিবলৈ, বিদ্ৰোহ কৰিবলৈ বা পাণ্ডিবলৈ আমি ইয়ালে অহা নাই। সকলোৱে আমাৰ দুখ-কষ্টৰ কথা-বোৰ বুজি-বাজি কি কৰা ভাল ঠিক কৰিব লাগিব। মেল গোটোৱা ডেকা মথাৰ পৰা ইংৰাজী-পঢ়া, দেশৰ কথা-বতৰা বুজা, দেউবালিৰ বাছুৱেই প্ৰথমতে সকলোকে বুজাই কওক।

সি উঠিল। সকলোকে প্ৰণাম কৰিলে।

—ইংৰাজ চৰকাৰে প্ৰজাৰ হৈ একোকে নকৰে, কাৰণ প্ৰজাৰ উপকাৰ কৰিবলৈ সিহঁত অহা নাই। আমাৰ ৰাজ্যৰ সম্পদ পশুৰ মাংসৰ দৰে আমাৰ বৈৰী হ'ল। সম্পদৰ লোভতহে সকলো ইয়ালৈ আহে, আমাৰ ভাল কৰিবলৈ নহয়। মণিৰাম দেৱানে, ৰহিয়াল বৰুৱাই এনেয়ে বহুতো কষ্ট কৰিলে। তেওঁলোকে মেলত প্ৰজাৰ দুখ-দুৰ্গতিৰ কথা বহুতো আলচ কৰিছে। নতুনকৈ বহুতো সমস্যা আকৌ দেখা দিছে। এইবাৰ প্ৰজাই কিবা উপায় নুলিয়ালে সকলো থিতাতে লঘোণে-ভোকে মৰিব। আকৌ মানৰ দিনৰ দৰে ঘৰ-দুৱাৰ এৰি পাহাৰে-কন্দৰে যাব লাগিব। প্ৰজাৰ এই ৰূপ অৱস্থাৰ বাবে অকল ইংৰাজেই দায়ী নহয়, আহোম স্বৰ্গদেউ, ডাঙৰীয়া সকলো সমানে দোষী। স্বৰ্গদেউ ডাঙৰীয়া-সকলৰ আত্ম-কলহ, ষড়যন্ত্ৰ, অভিসন্ধি, গৃহ-কন্দল, বিশ্বাসঘাতকতাইহে দেশলৈ কালনিশা মাতি আনিলে। আহোম ৰাজত্ব পুনৰ ঘূৰাই আনিব পাৰিব বুলি দেৱান, ৰহিয়ালে বৰুৱাইঁতে ভবাটোৱেই আচলতে ভুল হৈছিল। ১৮ শতিকাৰ মাজ ভাগৰে পৰা আহোম ৰাজত্বৰ অৱক্ষয় আৰম্ভ হয়। ধৰ্মৰ অসহিষ্ণুতাৰ বাবে মোৱামৰীয়া বিদ্ৰোহৰ ১৭৬৯

চনত সূত্রপাত ন'হল যেনিবা আহোম ৰাজ পৰিয়ালত জুইহে লাগিল— নিজৰ ভিতৰতে ক্ষমতালৈ যুঁজ।

১৮ শতিকাৰ আহোমসকলৰ কথা-কাণ্ডৰ কাৰণেই অসমলৈ কাল-নিশা নামি আহিল। বিদ্ৰোহী ৰাজ-কোঁৱৰসকলে ৰাজধানী দখল কৰিলে। গৌৰীনাথ সিংহই নিজ প্ৰাণ বচাবলৈ গুৱাহাটীলৈ পলায়ন কৰিছিল। বৰকান্দাজবোৰেও উত্তৰ কামৰূপৰ গাঁও-ভূই তোলাং কৰি বয়-বস্তু কাঢ়ি-ধুৰি নি হাৰাশাস্তি কৰিলে। গৌৰীনাথ সিংহই কন্দা-কটা কৰাতেহে বৰলাটি লৰ্ড কৰ্ণোৱালিছে কেপ্টেইন ওৱেলচক ১৭৯২ চনত ছয় কোম্পানী বৰকান্দাজ সৈন্য দি অসমলৈ পঠায়। মোৱামৰীয়া-সকলৰ বিদ্ৰোহ থামিল। হ'লে কিটো হ'ব? ১৭৯৩ চনত বজা গৌৰী-নাথ সিংহৰ লগত ইংৰাজে এখন বেহা-বেপাৰৰ চুক্তি কৰি, এখুঁজি দুখুঁজি কৰি লোটা নিয়া চেও পাতিলে। ভাগ্যক্ৰমে নতুন বৰলাট জন চ'ৰ আহিল। তেওঁ যেনিবা হস্তক্ষেপ নকৰা নীতি লোৱাত কেদিন মানলৈ আমাৰ দেশখন বাচিল। পিছে ইংৰাজ সৈন্য যাবলৈ পালেনে নেপালে, আকৌ নতুনকৈ গৃহ-কন্দল আৰম্ভ হ'ল। সেয়ে মই ভাবোঁ ইংৰাজ চৰকাৰৰ বিৰুদ্ধে কিবা কথা ভাবিলে আহোম ৰাজবংশক পুনৰ সংস্থাপিত কৰা কথা এৰিহে ভাবিব লাগিব। মানক আহোমসকলেই জানো মাতি অনা নাই। পূৰ্ণানন্দ বুঢ়াগোহাঁই, বদন বৰফুকন কেৱে দোষৰ পৰা হাত সাৰিব নোৱাৰে। ১৮১৬ চনৰ পৰা ১৮২৫ চনলৈ অসমত অবৰ্ণনীয় মানৰ অত্যাচাৰৰ ফলতেই ছশ বছৰীয়া স্বৰ্গদেউসকলৰ ক্ষমতা চিৰকাললৈ লোপ পালে।

আমাৰ দেশৰ দৰে কেইখননো দেশ আছে? এনে এখন শস্য-শ্যামলা ভূমিত জন্ম লবলৈও পোৱাটোৱেই আমাৰ ভাগ্য বুলিব লাগিব। কম কষ্ট কৰি সৰহ ফল উৎপাদন কৰি আমাৰ পূৰ্বপুৰুষ-সকলে সুখ ভোগ কৰিছিল; ৰাজ্যখনকো নদন-বদন কৰি এৰি থৈ গল। লুইতৰ উত্তৰ পাৰৰ মানাহ নদীৰ পৰা হিমালয়ৰ পাদ-দেশলৈকে চনী দেশৰ সীমান্তৰ ওচৰলৈকে বিস্তৃত এইখন আছিল অসম দেশ।

মানৰ অমানুষিক হত্যা, লুটপাট আদি হিয়া-বিদীৰ্ণ হৈ যোৱা অত্যাচাৰৰ কথা সকলোৱে জানে। কোম্পানী আৰু আভাৰ ৰজাৰ মাজত হোৱা সন্ধিত সকলো অসমীয়াই অসন্তুষ্ট হ'ব লাগিছিল, তথাপি সাধাৰণ প্ৰজাই অত্যাচাৰৰ পৰা, অনাচাৰৰ পৰা পৰিত্ৰাণ পাই ফিৰিঙিসকলক দেবদূত হেন জ্ঞান কৰিছিল। ভগবানেহে এওঁলোকক শান্তি প্ৰতিষ্ঠা কৰিবলৈ পঠাইছে বুলি ভাবিছিল। অসমীয়াৰ অন্তৰত শান্তি বিৰাজ কৰিছিল। কিন্তু বেছি দিন শান্তি বিৰাজ কৰিবলৈ ইহঁতে নিদিলে।

ফিৰিঙিইঁতে অসমত ৰাজত্ব কৰিবলৈকে আহিছিল। অসমৰ সম্পদৰ ওপৰত চকু ৰাখিয়েই এখুঁজি দুখুঁজিকৈ আগুৱাইছিল ইহঁত। চাহাব-ইঁতৰ উদ্দেশ্য সুবুদ্ধি সহজ-সৰল অসমীয়া মানুহে ভাবিছিল পূৰ্বৰ অসমীয়া ৰজাকে অসমখন গটাই ইহঁত উভতি যাব সিহঁতেও তেনে ধৰণৰ ধাৰণা দি অসমীয়াক প্ৰথমে আভুৱা ভাবিছিল। কিছুমানে চাহাবৰ চলাহী কথাত বিশ্বাসো কৰিছিল। মণিৰাম দেৱানৰ দৰে মানুহেও ইংৰাজৰ ছলাহী কথাত ভোল গৈ নে অন্য কিবা অবুজ কাৰণত কৈছিল; বোলে চৰকাৰ বাহাদুৰে মানক ঘটুৱাই ৰংপুৰ জিলা তথা গোটেই অসম দেশ নিজৰ তললৈ নিছে। মানৰ হাতৰ পৰা অসম ভূমিক উদ্ধাৰ কৰাৰ এই পবিত্ৰ কৰ্ত্তব্যৰ আশীৰ্বাদ স্বৰূপে ঈশ্বৰে ইংৰাজক একে লেঠাৰিয়ে শৌৰ্য্য-বীৰ্য্য ভাটি নপৰাকৈ এক কল্প ( ৪৪৩২০, ০০০, ০০ বছৰ ) অসম দেশ শাসন কৰিবলৈ দিয়ক; তেওঁলোকক অম্বৰীষৰ গাধীৰ দৰে ( ইন্দ্ৰ প্ৰতাপী শক্তিমন্ত কৰক আৰু প্ৰিয়ব্ৰত ৰজাৰ দৰে যশস্বী কৰক। সিহঁতে কথা লুকুৱাই কিমান দিন ৰাখিব? ১৮২৮ চনৰ ৭ মাৰ্চৰ ঘোষণা অনুযায়ী অসমক বৃটিচ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিলে। স্বাধীন অসমীয়া পৰাধীন হ'ল, ছশ বছৰীয়া আহোম ৰাজত্বৰ সমাপ্তি ঘটিল। আমি চাহাবৰ দাস হ'লোঁ।

তললৈ মুখ কৰি বহু সময় কন্দনামুৱা হোৱাৰ দৰে সি থিয় হৈ ৰ'ল। চাৰিওফালে ছিঃ ছিঃ চাঃ চাঃ শব্দেৰে মানুহে অৱস্থাটোৰ উপলব্ধি

কৰিবৰ যত্ন কৰিলে। হঠাৎ মূৰ দাঙি কন্দা-কন্দা মাতৰেই সি ক'লে ঃ

আমি এতিয়ালৈকে দাস হৈয়ে থাকিলোঁ। মাতৃভূমিক কেৱে বন্ধন-শৃঙ্খলৰ পৰা মুক্ত কৰিব নোৱাৰিলোঁ। বিভিন্ন ভাগে ডা-ডাঙৰীয়া-সকলে, বীৰসকলে, খাচিয়া-গাৰো- মিৰি-খামতি-ভোট-অকা- জয়ন্তীয়া-মণিপুৰীসকলে, পৰ্বত-ভৈয়ামে বন্ধন মুক্ত হ'বৰ প্ৰচেষ্টা কৰিছে। পৰা নাই। ভূমিকম্পৰ সৃষ্টি কৰিছে, কৃতকাৰ্য্য হোৱা নাই। এদিন কোনোবা ওলাব, মাতৃক বন্ধন মুক্ত কৰিব। কথা হ'ল, কেতিয়াকৈ কৰিব? আৰু কিমান দিন আমি কষ্ট ভোগ কৰিব লাগিব? লাঞ্জনা-গঞ্জনাৰ কেতিয়াকৈ অন্ত পৰিব? সোনকালে আমি সেই দিনটো অহাটো বিচাৰোঁ। আমি আৰু অন্যায় সহ্য কৰিব নোৱাৰা হৈছোঁ।

সি কিছু থমকি তাৰ কথা-বতৰাবোৰে মেলুৰৈসকলৰ মনত কেনে ক্ৰিয়া কৰিছে, তেওঁলোকে কথাবোৰ কেনে ভাবে লৈছে, বুজিবৰ মনেৰে চাৰিও দিকে নিৰীক্ষণ কৰি পুনৰ কবলৈ আৰম্ভ কৰিলে ঃ

এতিয়া কথা হ'ল, চৰকাৰে উচিত অনুচিত বিবেচনা নকৰাকৈ যি ইচ্ছা তাকে কৰি যাব আৰু প্ৰজাই মাত এটাও নামাতিবনে?

কিয় নামাতিম? চৰকাৰৰ অন্যায়ৰ আমি প্ৰতিবাদ কৰিম

—বহুতো প্ৰজা উত্তেজিত হৈ তাৰ মুখতে চিঞৰি ক'লে।

আমি মাত মাতিব লাগিব। জিলাৰ বৰচাহাবক আমাৰ দুখ-দুৰ্দশাৰ কথা জনাব লাগিব। তাৰ আগতে আমাৰনো আপত্তি-বিপত্তিবোৰ কি মেলুৰৈৰ পৰা শুনি জুখিয়াই-মুখিয়াই তেওঁলোকক কব লাগিব। কোন-বোৰ কৰ-কাটল অন্যায় ভাৱে লগোৱা হৈছে, কোনোবোৰ জোখতকৈ বেছিকৈ লগোৱা হৈছে, মাটিৰ খাজনাৰ পৰিমাণ কোন কোন শ্ৰেণীৰ মাটিত বেছি হৈছে, সেইবোৰ তেওঁলোকক দেখুৱাই দি তাক কৰ্ত্তন কৰিবলৈ কব লাগিব। সেইবোৰ কথাকে সকলোৱে আলোচনা-বিলোচনা কৰিব লাগিব।

সেয়ে, যেয়ে কথাবোৰ জানে মেলত কওক। শুনি-গাঁঠি আমি এটা সিদ্ধান্ত

কৰিম। মেলত থাকি নকয় উচিত দোষে পাই কিঞ্চিত কিঞ্চিত।

—প্ৰশান্ত হাঁহি এটা মাৰি সি বহিল।

কিছু সময় কথাৰ গুনগুননি উঠিল। শেষত গল্প-খেকাৰি ছুটামান মাৰি বহাৰ বয়োবৃদ্ধ জয়ধন কছাৰী উঠিল। জালুগুটিৰ নবাব আলি থিয় হৈ কিবা কব খুজি কছাৰী উঠাৰ বাবেই বোধহয় বহি পৰিল।

—হাত ভুখন যুৰি বুঢ়াই বিনয়েৰে ক'লে।

প্ৰথমতে মানুহখিনিয়ে বুঢ়াৰ কথাত মন দিয়া নাছিল, কিন্তু বুঢ়াই যি বুজিছে প্ৰাণেৰে কোৱা যেন লগাত আটায়ে বুঢ়াৰ কথাত মন দিয়া যেন লাগিল।

—মেলত কথা-বতৰা কোৱাৰ অভ্যাস আমাৰ নাই। এনেকৈ থিয় হৈ একাষাৰ কব লগীয়া আগতে হোৱাও নাই। চাৰি কুৰি দুবছৰে সংসাৰ-খন দেখিলোঁ। এনে অধৰম, এনে অন্যায়-অনীতি আগতে কাহানিও হোৱা নাই। গামোচা পিন্ধা দিনৰ পৰা দেখিলোঁ পিতায়ে, চাৰি গণ্ডাই চাৰিপুৰা মাটি—খেজনা নিদিয়াবৈয়ে খালে। বগা বঙালহঁত আহিল, সেয়া মাটিৰো খেজনা দিব লগা কৰিলে পুৰাত তিনি অনা। সকলোৱে দিছে, আমিও দিচো। তাৰ পিছত খেজনা বঢ়াই পুৰাত আধলিটো কৰিলে, তাকো দিলোঁ। এতিয়া পুৰাত এটকা ছয় অনা ন পাই কৰিছে। মানুহমূৰী, নাঙলমূৰী খেজনা লগোৱা ক'ত শুনিছে প্ৰভুসকল? নাশ্ৰুত-নাভূত কথা নহয়নে? তাকো দিবলৈ সিহঁতে বাধ্য কৰাইছে। কাঠতো কৰ লগাইছে। দেশ ৰসাতলে গ'ল। স্বৰ্গদেউসকলৰ দিনৰ ভোকাতুৰৰ ভাত, দুখীয়াৰ ভিক্ষা, পথিকক আশ্ৰয় দান আৰু দান-পুণ্য আদিতো নাই-কিয়া হ'ল। মাৰি-মৰকত, বানপানীত মানুহৰ কলো-জপো অৱস্থাতো সহায় কৰা আতৰৰ কথা, সিহঁতক মাথোন খেজনাহে লাগে। এতিয়া মানুহে দিযে ক'ৰ পৰা? এনে অন্যায-অধৰম মানুহে সহ্য কৰি থাকিব নেপায়, ধৰ্মই ঘটাব। ইয়াৰ কিবা এটা দিহা প্ৰজাই কৰিব লাগিল। অসমীয়া মানুহ ইমান নিশকটীয়া হ'ল বুলি কেৱে ভাবিব নালাগে।

বুঢ়া বহিল।

বুঢ়াৰ পিছত একাষাৰ কবলৈ থিয় হ'ল কটহগুৰিৰ জবলালুং । তেওঁৰ কথাবোৰ জুখিয়াই-মুখিয়াই কব নেজানে। পোনে পোনে আৰম্ভ কৰিলে :

—মই হলে কথা কব নেজানো, মনৰ কথাহে কিন্তু কম । চৰকাৰটোৱে মানুহবোৰ মৰাৰহে কাম কৰিছে । নতুনকৈ মাটি পিয়ল কৰি, বেলেগ বেলেগ মাটিৰ বেলেগ বেলেগ খাজনা লগাইছে। খাজনাৰ হেঁচা মানুহে দাঙিব নোৱাৰা হৈছে । এডৰা মাটিৰ খাজনা সেই মাটিত পোৱা আয়ৰ আধাতকৈয়ো বেছিকৈহে দিব লগা হৈছে । বাৰী-চাপৰি মাটিত আফিং ৰবিহৰ খেতি কৰিবলৈ লোৱাত ইয়াৰ খাজনা বঢ়াইছে । সেয়া ভালেই হৈছে । খাজনা নিছু, বাক নে । প্ৰজাৰ হিতৰ কামো অলপ-অচৰপ হ'লেও কৰিব লাগে । ৰজাদিনৰ আলি-পদুলি মথাউৰি, একেবাৰে ভাগি-ছিগি গল, ইহঁতে নতুনকৈ একো সজাটো নায়েই, আগৰবোৰো ভাল-ভুল নকৰে । ইহঁতৰ খাজনা তোলাৰ বাহিৰে অন্য কথালৈ মন-কাণ নাই । আমি খাজনা-পত্ৰ দিয়া বন্ধ কৰিলেহে ইহঁতৰ চকু গজিব । মই হলে খাজনা দিয়া বন্ধ কৰাটো ঠিক কৰিলেহে ভাল হ'ব বুলি কওঁ । খাজনা দিয়া বন্ধ কৰিলে আমি কি মানুহ সিহঁতে বুজিব পাৰিব, তেতিয়াহে কাম হ'ব । কাঠে কাঠে পৰিছে বুলি তাহাঁতে বুজা ভাল । আমাৰ মানুহ ফিৰিঙিহঁতকৈ বলে বুদ্ধিয়ে কম নহয় । সকলোৱে চিনিব লাগে, জানিব লাগে, তেতিয়াহে গাত বল পোৱা যায় ।

জব লালুঙৰ পিছতে থিয় হ'ল বঘৰাৰ টিপম কাকতি । এওঁক নজনা-নুশুনা মানুহ অঞ্চলটোত কম । বয়সো আঢ়ৈ কুৰি-তিনি কুৰিৰো ওচৰ পালেহি । সকলোকে দুইহাত যুৰি সেৱা জনাই আৰম্ভ কৰিলে :

—চৰকাৰে অসমীয়াকিটাক মানুহ বুলিয়েই ধৰা নাই । ধৈৰ্য্যৰো এটা সীমা আছে । তাহাঁতৰ মতেই মাটিৰ খাজনা, কৰ-কাটল বঢ়াই যাবনে ? কৰৰ হেঁচাত মানুহৰ কি অৱস্থা হৈছে এবাৰো সিহঁতে ভাবি নাচাবনে ?

মানৰ লগত সন্ধি হোৱাৰ আগতেই ইহঁতে ২৪-২৫ চনতে নগাঁও আৰু ৰহা মহল পাতি ইয়াৰ কৰ-কাটল উঠোৱাৰ ভাৰ দিছিল অৱাধন

ৰায় আৰু লতাপানী ফুকনৰ হাতত। আমি বুঢ়াকিটাৰ এইবোৰ কথা আখৰে আখৰে মনত আছে। কি তেওঁলোকৰ মৰম-চেনেহ, কথা-বতৰা। খেজনা এবাৰত দিব নোৱাৰিলে, দুবাৰ তিনিবাৰলৈ মানুহ পঠাইছিল; বলকৰা নাছিল দেই। সেই সময়ত পাইকটো প্ৰতি দুটকা গাধন লৈছিল, দুপুৰাকৈ মাটি প্ৰতিটো পাইকক খাবলৈ দিছিল। মানুহমূৰী এটকা কৰ তেতিয়াও আছিল। সোণধোৱা মানুহ, মাছবৈৰ পৰা তেতিয়াও কৰ লৈছিল। টকাৰ সলনি বয়-বস্তুৰে কৰ দিলেও হৈছিল। হাট-ঘাট-বিলৰ পৰাও তেওঁলোকে কৰ লৈছিল, তথাপি ইমান মানুহ মৰা কৰৰ হেঁচা নাছিল।

দেৱোত্তৰ, ধৰ্মোত্তৰ, ব্ৰহ্মোত্তৰ মাটিত খাজানা লগাই সিহঁতে ৰাইজক মনোকষ্ট দিছে। পিছলৈ ইহঁতে খাজনা বঢ়োৱাটোৰেই নহয়, বয়-বস্তু নলৈ চিকা ৰূপেৰে কৰ লোৱা ব্যৱস্থাত কৰ দিব নোৱাৰি কত মানুহ পৰ্বতে-কন্দৰে আশ্ৰয় ললেগৈ, আমি জানো পাহৰিছোঁ। খাজনা উঠাবলৈ আহি খাজনাৰ লগত ইটো-সিটো বুলিও ইহঁতে কম পইচা নিছেনে? বিচাৰ দিবা কাক? বিচাৰৰ নামত ভেকো-ভাওনা। '৫২ চনত মাটি জোখা টাৰৰ দীৰ্ঘতা ৮ হাত কৰাৰ অজুহাতত মাটিৰ খাজনা বঢ়ালে। ৫৯ চনত ইহঁতে কামৰূপ জিলাৰ বাহিৰে বাকী জিলাৰ ৰূপিত মাটিৰ বাদে সকলো মাটিৰ খাজনা পুৰাত চৈধ্য অনাৰে পৰা এটকা দুঅনা কৰিলে। ক'ৰ পৰা কেনেকৈ কৃষকে খাজনা দিব, তাৰ চিন্তা কিন্তু ইহঁতৰ নাই। কেছাৰীত গোচৰ আছে কেইটা? চৰকাৰে '৫৮ চনত গোচৰ কম কৰাৰ উপায় হিচাবে হেনো গোচৰৰ কাম-কাজত টিকট-মোহৰ কিনি লগাবলগীয়া ব্যৱস্থা কৰিলে। এই ৬১ চনত খাজনা বৃদ্ধিৰ উপৰিও নতুনকৈ আয়কৰ লগাইছে। চাওকচোন এখোজ-দুখোজ কৰি লোটা নিয়া চেওদি মানুহ মৰাৰ ব্যৱস্থা লগাইছে। সেই একে বছৰতে আবকাৰী শুল্ক সদৰ ঠাইবোৰত লগালে। সোণধোৱা মহলৰ ইহঁতে সৃষ্টি কৰিলে। নৈ-বিল-খালৰ নিৰ্দিষ্ট মহল কৰি সৰ্বোচ্চ ডাকত দি জল-কৰ লোৱাৰ

ব্যৱস্থা কৰিলে। কাঠৰ ওপৰত গৰখাটী কৰ, ইকৰা-খাগৰিৰ ওপৰত বানকৰ লগালে। আনকি গৰু-ম'হ ৰখা চৰণীয়া পথাৰৰ বাবে খুচাৰী কৰ গালে। হাট-ঘাট অধিক ডাকত বিক্ৰী কৰিও জমা স্থিৰ কৰি ইহঁতে মানুহক আধামৰা কৰিছে।

প্ৰজাৰ খাজনা দিবৰ উপায় নোহোৱা কথা কিন্তু সিহঁতে নাভাবে। প্ৰজা যে দুখীয়া সিহঁতে নাজানে নেকি? প্ৰজাৰ পৰা চৰকাৰে কাম আদায় কৰোঁতে কিন্তু জোখৰ পইচা নিদিয়ে। ১৮৪৯ চনত উত্তৰ পাৰৰ সদৰ আলি, ৰাংছালিৰ বিনালী নদীৰ পৰা গহপুৰৰ বৰপুখুৰীলৈ নাওৰং বাম আগৰাৱালাই জিম্মা পাইছিল। কাম কৰা মানুহৰ হাজিৰা দিছিল দিনে এক অনা মাত্ৰ। আনহাতে প্ৰজাৰ খাজনা আছিল ঘৰে প্ৰতি ছয় অনাৰ পৰা এটকা চাৰি অনালৈকে। মই নিজে দেখিলোঁ। খেজনা দিব নোৱাৰাত দিনটো ৰ'দত বন্দীকৈ ৰাখি গধূলি বেতেৰে কোবাই, কাণমলাই জামীনলৈ মানুহ এৰি দিয়ে। ইহঁতে প্ৰজাক পশুতকৈয়ো অধম ব্যৱহাৰ কৰা নাইনে? অসমীয়াৰ শক্তি-বল একেবাৰে নাইকিয়া হল'নে কি? আনহাতে প্ৰজাই ধান-চাউল, মাহ-সৰিয়হ আদি উৎপন্ন বস্তু বেচি ধন ঘটাৰ সুবিধা একেবাৰে নাই; বেপাৰী, পথ, ঘাট, নাও, ভাপনাও, গাড়ী আদিৰ চলাচল নাই। দুটা তিনিটা গাঁৱৰ মতা মানুহ গোট খাই চাউলৰ ভাৰ লৈ বামেদি বিশ্বনাথলৈ গৈ চাউল বেচি লোণ, কাপোৰ-কানি আনি অতি লাগতিয়াল বস্তু আনি ব্যৱহাৰ কৰে। এখন এৰিয়া কাপোৰৰ দাম দু টকা, গামোচা এখনৰ দাম মাত্ৰ দুঅনা। ইহঁতৰ হেচাঁত পৰি গাঁৱৰ মানুহৰ গতি নাই। আমাৰ ইফালতকৈয়ো উত্তৰ পাৰৰ অৱস্থা বেয়া। সৰহভাগে মানুহেই কলপাতত ভাত, বাঁহৰ চুঙাত পানী খাই বটাব লগা হৈছে। অলঙ্কাৰৰ নামত ৰূপৰ যি দুই-এপদ পতীয়া খাৰু আৰু ৰূপৰ কৰিয়া-মাদলি আছে, তাকো খাজনাৰ বাবে বেচিব লগা হৈছে আধামূলি কৰি। মোৰ মোমাই ল'ৰাটো লক্ষীমপুৰ জিলাৰ কলংপুৰৰ পৰা সিদিনা আহিছে। সি কৈছে: এই বছৰো তাত ধানৰ দাম দোণে এপইচা আৰু চাউলৰ দোণে তিনি পইচা। তেন্তে

ধান বেচি প্ৰজাই খাজনা দিব ক'ৰপৰা ? এই দামেৰে হিচাপ কৰিলে জানো মাটিৰ পুৰাই এটকা চাৰি অনা খাজনা হ'ব পাৰে ? এইটো কথাও সিহঁতে গমিব পৰা নাইনে ?

অৱশ্যে ইহঁতে কোৱা এটা কথা সঁচা, কানি খাই খাই অসমীয়া মানুহ দুৰ্বল, এলেহুৱা, ধোদ হ'ল। কানি খোৱা বন্ধ কৰিলে সকলো অসমীয়া মানুহে ভাল পোৱা উচিত। আফিঙৰ খেতি বাৰী-চাপৰি মাটিত কৰা বাবে ইয়াক বন্ধ কৰিবলৈ সেইবোৰ মাটিতো খাজনা ধাৰ্য্য কৰিছে। সচাঁই যদি অসমীয়া মানুহৰ ভালৰ কাৰণেহে কানি খোৱা বন্ধ কৰিবলৈ আফিং খেতি কমকৈ কৰাটো বিচাৰিছা, তেন্তে তোমা-লোকে এনা আবকাৰী কানি উলিয়ালা কিয় ? আচল কথা সেইটো নহয়, ইহঁতে অসমীয়াক সুস্থ-সবল কৰিবলৈ এইবোৰ কৰা নাই। ইহঁতৰ বুদ্ধি বেলেগ। ইহঁতক চাহ-বাগানত কাম কৰিবলৈ বনুৱা লাগে। অসমীয়া মানুহে এই বাগানত কাম কৰিবলৈ ভাল নেপায়। ইফালে চাওঁতে চাওঁতে, ৫৩ চনৰ পূৰ্বেই নগাঁও জিলাতেই চাহাবহঁতে বহুতো চাহ-বাগান খুলিছিল। '৩৪ চনত বৰলাট বেণ্টিঙ্ক চাহাবে চাহ খেতি বেছি কৰিবৰ অৰ্থে পৰামৰ্শ দিবলৈ তিনিজনীয়া সমিতি পাতিলে। ইংৰাজ চাহ খেতিয়কক সকলো প্ৰকাৰে সহায় কৰিবৰ বাবে চেষ্টা কৰিব-লৈ এই সমিতিক দায়িত্ব দিলে। লগে লগে অসমত চাহ-বাগিছাবোৰ আগুৰি পেলালে। আমাৰ এচৰৰে এয়া নেলী, সিফালে কলিয়াবৰ মহলত সেযা কলিয়াবৰ, নিজৰি, চিকনি, চালনা, আমলখি, ইফালে বামুনি, কন্দলি, কুলিকুছি, বালিজুৰি, ৰঙাগৰা, চাপানলা,—অ'তবোৰ চাহ-বাগান খুলিলে। উৰিষ্যা-বিহাৰৰ বনুৱা আনিছিল সঁচা, কিন্তু যি-মানবোৰ বনুৱা লাগে পায় ক'ৰ পৰা ? থৰছো লাগে বেচি। সিহঁতে অসমীয়া বনুৱা কম মূল্যত খটুৱাবলৈ এই আবকাৰী কানিৰ ব্যৱস্থা কৰিছে। সিহঁতে ভাবিছিল ঘৰত আফিং খেতি নাথাকিলে আবকাৰী কানি কিনি-বলৈ সিহঁতৰ টকা-পইচাৰ দৰ্কাৰ হ'ব; হ'লেই অন্য কাম-কাজৰ ব্যৱস্থা নাপাই বাগানত কাম কৰিবলৈ ইহঁত বাধ্য হ'ব। তৰ ওপৰত সম্পূৰ্ণ

নির্ভৰ কৰি অসমীয়া মানুহ চলাটো ইহঁতে বিচাৰে। সেয়ে এই '৬১ত আইন পাচ কৰি আফিং খেতি কৰা সম্পূৰ্ণে বন্ধ কৰি দিছে, সিহঁতৰ নিজৰ স্বাৰ্থত। মই কিন্তু কৈ থলোঁ। মই জনাত বাৰী-ঘৰ, পাণৰ ওপৰতো কৰ লগোৱাৰ কথা চৰকাৰে ঠিৰাং কৰি ওপৰ মহললৈ লিখা-লিখি কৰিছে।

—আফিং খেতি বন্ধ কৰিবৰ সিহঁত কোন?

আমি সেই কথা কেতিয়াও নামানো।

—মেলৰ মাজৰ পৰা এজাক চিঞৰি ক'লে।

বাৰী-ঘৰ পাণী তলৰ মাটি ওপৰ হ'ব?

মেলুৱৈৰ মাজৰ সৰহ সংখ্যকে গোঁজৰণি মাৰিলে।

টিপম কাকতি কিছু সময় থমকি হুলস্থুল বন্ধ হোৱাত পুনৰ আৰম্ভ কৰিলে:

ইতিমধ্যে আবকাৰী কানি কিনিবৰ বাবেই কানীয়াই ঘৰৰ লাম-লাকটু বেচাৰ বাহিৰেও, আনকি ল'ৰা-তিৰোতা বন্ধক দিছে, বেচা-কিনা কৰিছে। ৰাজ্যত যে চোৰ-ডাৰী বাঢ়িছে, অপৰাধ বাঢ়িছে, চাহাবহঁতে কবই নোৱাৰে। অসমীয়াৰ উপকাৰ ইহঁতে নকৰে। কৰ-কাটল, খাজনাৰ হেঁচাত মানুহ মৰিব, ঘৰ-দুৱাৰ এৰি হাবিত আশ্ৰয় লব লাগিব। সময় থাকোঁতেই চৰকাৰৰ এই অন্যায় কাৰ্য্যৰ বিৰুদ্ধে মাত মাতিব লাগিব। বৰ চাহাবক লগ ধৰি ৰাইজৰ দুখ-দুৰ্দশা আৰু কৰ-কাটল; খাজনা বৃদ্ধিৰ কথা জনাব লাগিব। মেলৰ পৰামৰ্শমতে ৰাইজে কাম কৰাটো ভাল হ'ব।

টিপম কাকতি বহিল।

কাকতিৰ পিছতে সুখুনাগুগীয়াৰ বজা-পোৱালি উঠিল।

—আজি আমি বহুতবোৰ কথাই বুজাপৰা কৰিলোঁ। ইয়াৰ বাহিৰেও প্ৰজাৰ দুখ-দুৰ্গতিৰ অনেকবোৰ কথা পাতিব লগা আছে বাট-পথ উন্নতিৰ পৰা ধৰি বেপাৰ-বাণিজ্যলৈকে বহুবোৰ কথা আছে। অমি আগতেই কৈছোঁ, আমি চৰকাৰৰ বিৰুদ্ধে যুঁজ কৰিবলৈ, বিদ্ৰোহ কৰিবলৈ ইয়াত গোট খোৱা নাই। আমাৰ বছা বছা কেইজনমান মুখিয়াল লোকে জিলাৰ বৰচাহাবক সদৰতে ~~চাওকগৈ। বৰচাহাব ভাল মানুহ হ'লে প্ৰজাৰ কথা শুনিব,~~ বিধি-

লগ ধৰি প্ৰজাৰ অসুবিধাবোৰৰ কথা কওকগৈ। এবাৰ কৈ-মেলি চাওকগৈ। বৰচাহাব ভাল মানুহ হ'লে প্ৰজাৰ কথা শুনিব, বিধি-ব্যৱস্থা লব। যদি নুশুনে, পিছৰ কথা পিছত হ'ব। আকৌ মেল বহি গুনা-গঁথা কৰি ভৱিষ্যতৰ পথ ঠিক কৰিব লাগিব। প্ৰজা পিছ পৰাৰটো কথাই নাই। এতিয়া কথা হ'ল, সদৰত গৈ কি কি কথা-বতৰা পাতিবগৈ লাগিব। আমি কেজনমানে আজিৰ মেলত হোৱা কথাবোৰ জুখিয়াই-মুখিয়াই লমইক ; তাতো গৈ আৰু জনা-বুজা মানুহৰ লগ লাগি বৰ চাহাবক প্ৰজাৰ ওজৰ-আপত্তিৰ কথা জনাম। আপোনালোকে কেনে দেখে জনাব লাগে।

—সকলোৱে সজ সজ বুলি তেওঁক সমৰ্থন জনালে।

বাহুৱে সামৰণি মাৰিলে :

—আপোনাসকলে ইমানখিনি লোকে হয়-ভৰ দিলে। এতিয়া কথা হ'ল, বৰচাহাবক লগ পোৱাত পলম কৰাৰ কাৰণ নাই। আমি ভাবি-চিন্তি ঠিক কৰিছো। আজিৰ পৰা সাতদিনৰ দিনা ১৭ চেপ্তেম্বৰ তাৰিখে দুপৰীয়াৰ আগে আগে প্ৰতিখন গাঁৱৰ দুজনকৈ মুখীয়াল মানুহ সেইখিনি পাবগৈ লাগে। মেলুৱৈসকলে কি মতামত দিয়ে জনাব লাগে।

—আকৌ সজ সজ বুলি সকলোৱে শলাগিলে।

বাহুৱে পুনৰ মেলুৱৈসকলক প্ৰণাম কৰি ক'লে :

—তেনেহ'লে আজিলৈ মেলুৱৈসকল ঘৰাঘৰিহে যাব লাগে।

## চাৰিবিশ

গোঁ-গোঁকৈ তীব্ৰবেগে গতি কৰা ৰেলখনে এটা ডাঙৰ কালী-মন্দিৰ পাৰ হৈ গ'ল। কালী-মন্দিৰৰ সন্মুখত অজস্ৰ মানুহ। এজন ওখ-পাখ লোকে মন্দিৰৰ সন্মুখৰ ভেটি এটাৰ পৰা মানুহবোৰক উদ্দেশ্য কৰি ডাঙৰ ডাঙৰকৈ কিবা কৈ আছে। এই দৃশ্য দেখি গড়মূৰ সত্ৰৰ বাটিত গোসাঁই ঈশ্বৰে ধৰ্মমেলত প্ৰজাক সম্বোধি কোৱা কথাবোৰ তাৰ মনত পৰি গ'ল।

গড়মূৰ সত্ৰৰ নামঘৰৰ ওচৰৰ বহল বাকৰিখনত বাৰেগঞা বাইজে নিজৰ নিজৰ ৰভা-পৰলা দুদিন আগৰ পৰাই থিয় কৰিলে। প্ৰতিটো খেলে নিজাকৈ বা জোট মাৰি একোখনকৈ ৰভা সাজিছে। প্ৰথম দুযো দিনা ভাওনা। ৰুক্মিণী হৰণ, পাৰিজাত হৰণ, ভীষ্ম পৰ্ব, দ্ৰোণ পৰ্ব, পাশা পৰ্ব আদি ভাওনা গাইছে। দিনৰ ভাগত দুয়ো দিনা প্ৰতিখন সভাতে পাপনা পাতি হৰি নামৰ বোল। হেজাৰে হেজাৰে মানুহ সমবেত হৈছে। সকলো লোককে শেষৰ দিনাৰ ধৰ্মমেলত উপস্থিত থাকিবলৈ কোৱা হৈছে। ৰণুৱাইতে সকলো লোক যাতে মেলত উপস্থিত থাকে তাৰ ব্যৱস্থা কৰিছে।

মূল ধৰ্মমেল তৃতীয় দিনা দুপৰীয়া প্ৰসঙ্গৰ পিছতহে আৰম্ভ হোৱাৰ কথা। পুৱাৰে পৰা জাকে-জাকে মানুহ সভাতল ভৰি পৰিলহি। গড়মূৰ সত্ৰৰ গোসাঁই ঈশ্বৰৰ বাহিৰেও গুৰু দুজনে প্ৰতিষ্ঠা কৰা সত্ৰবোৰৰ আৰু আন আন গুৰুসকলে প্ৰতিষ্ঠা কৰা সত্ৰবোৰৰ অধিকাৰ প্ৰভু সকলো মেললৈ আহিছে। প্ৰজাক ভাগে ভাগে বহিবলৈ বাস্তু, বনমালী, ৰূপসিং, হেৰেৱা আৰু প্ৰতি গাঁৱৰ ডেকাইতে দায়িত্ব লৈছে। তিৰোতা মানুহ বহুৱাবলৈ জোনালী-বতাহী-ৰঙিনী-সোণমাই-তৰামাই-বিজুলীইঁত কামত লাগি গৈছে। কঠ-ঢাৰিৰ নোজোৱা হোৱাত দীঘলে দীঘলে

কলপাত শাৰী শৰীকৈ পাৰি দিছে। ঘাঁহ-বন থকা ফালে মানুহ বননিতে বহিছে। গোটেই নগাঁওখনেই মেললৈ উঠি আহিল যেন অনুমান হৈছে। ৰজা-পোৱালিহঁত, সলাল গোহাঁই, জাগী-সলীয়া গোহাঁই উত্তৰ খোলাৰ, গোভাৰ বটকী, কপিলী উপত্যকাৰ লস্কৰসকল, নেওপানীয় ডা-ডাঙ্গীয়াসকল, পোৱালনো মৌজাদাৰ সময়ৰ আগতে আহি নিজৰ নিজৰ স্থানত বাহলহি। প্ৰজাৰটো বিৰ দি সন্ধি পাবলৈ নাই

মেল আৰম্ভ হ'ল। গড়মূৰীয়া গোসাঁই প্ৰভুৱে গহীন-গম্ভীৰ ভাৱে প্ৰথমতে থিয় হ'ল। সন্ত-সাধু, বৈষ্ণৱ-ভকত-সজ্জন সকলো মেলুৱৈক সম্বোধি গোসাঁয়ে আৰম্ভ কৰিলে ঃ

ইমানবোৰ লোক গোট খাব বুলি মই ভবাই নাছিলোঁ। সেয়ে মই বৰ আনন্দ পাইছো। ইয়াত গুৰুজনে ধৰ্মৰ যি বান্ধ সাজিছে, তাক কোনে ভাঙিব নোৱাৰে। গুৰুজনে উচ্চ-নীচ, ইটো কুল সিটো কুলৰ ভেদা-ভেদ নাৰাখি ধৰ্মৰ খুটি পুতিলে তাক সকলোটিকে একাকাৰ কৰিলে। ঘৰতে থাকি ঈশ্বৰ দৰ্শন পোৱাৰ ব্যৱস্থা কৰিলে। নামঘৰ সাজি, পথি-পাঁজি ৰচনা কৰি ধৰ্ম ৰক্ষা, ধৰ্ম-চৰ্চা কৰাৰ লগতে অসমীয়া সমাজো গঠন কৰিলে। মণিকূট-সিংহাসনৰ ব্যৱস্থা দিলে। বৈকুণ্ঠ মৰতলৈ বোৱাই আনিলে। কিন্তু আজি আমাৰ ধৰ্মত বিদেশীয়ে হাত দিছে। আজি আমাৰ ধৰ্মৰ গুৰি লৰাবলৈ তেওঁলোকে চক্ৰান্ত কৰিছে। সেই সিদিনাৰ কথা সকলোৰে নিশ্চয় মনত আছে। গড়মূৰ সত্ৰৰ বৈকুণ্ঠ স্বৰূপ সেৱাৰ থলী গোসাঁইৰ ভেটিৰ ওপৰত থকা সিংহাসন ভাগত ম্লেচ্ছ স্কনচ চাহাবে জোতা-মোজা-টুপীৰে উঠি বহিল। সি তাৰ দম্ভ অহঙ্কাৰেৰে এটা ধৰ্ম বিশ্বাসত আঘাত কৰি অঞ্চলৰ ধৰ্ম-প্ৰাণ প্ৰজাৰ সবল অন্তৰ মৰ্মাহত কৰি গ'ল। সি নে শ-শ লোকৰ সেৱা-স্থলী সিংহাসন ধৰ্মৰ ধ্বজা বুলি নাজানেনে? জানে, ম্লেচ্ছ চাহাবে আমাৰ ধৰ্মক, আমাৰ ধৰ্ম-প্ৰাণ প্ৰজাক তৃণণ-কুটা জ্ঞান কৰাৰ কথাহে আচলতে সদৰি কৰি গ'ল। এই অপমান, এই ধৰ্ম-দ্ৰোহৰ কথা জানো বাইজে

সহ্য কৰি যাব ?

পোসাঁই প্ৰভুৱে ৰাইজৰ ফালে চাই কিছু সময় ৰ'ল।

—কেতিয়াও সহ্য নকৰোঁ, ইয়াৰ পোতক তুলিম।

ৰাইজৰ মাজৰ পৰা সমস্বৰে ৰাইজে দোহাৰিলে।

মই পোতক তুলিবলৈ কোৱা নাই। আমাৰ ধৰ্মত অন্যৰ অন্যায় আক্ৰমণৰ সত্য ঘটনাৰ কথাহে মনত পেলাই দিছোঁ। চাহাবহঁতে অসমীয়া মানুহক মানুহ বুলি গণ্য নকৰে। সকলো ধৰ্মই সমান। সি সনাতন হিন্দু ধৰ্মক সিহঁতৰ ধৰ্মতকৈ নিচক বুলি ভাবে। যিটো কথা সিহঁতৰ ধৰ্মতো নাই, অথচ হিন্দু ধৰ্মক সিহঁতে অপমানিত কৰিছে, লাঞ্ছিত কৰিছে, সিহঁতৰ গৰ্ব-অহঙ্কাৰ প্ৰদৰ্শন কৰিছে। প্ৰজাৰ উপকাৰ চিন্তা কৰা দূৰতে থাওক, প্ৰজাৰ ধৰ্মক সম্মান জনোৱা দূৰতে থাওক, আনকি অসমীয়া প্ৰজাই নিজ ধৰ্ম পালনতো সিহঁতে বাধাৰ সৃষ্টি কৰিছে। নহ'লেনো পবিত্ৰ ধৰ্ম-ভেটি সিংহাসনত বহি প্ৰজাক সিহঁতে এনেদৰে মনোকষ্ট দিয়েনে ? সিহঁত হেনো সুসভ্য, আগবঢ়া জাতি। সেয়েই যদি হয়, অন্য ধৰ্মক, অন্য ধৰ্মত বিশ্বাসী মানুহক এনেকৈ লাঞ্ছিত কৰেনে ? দেৱ-দেৱীৰ পূজা-অৰ্চনাতো ইহঁতে বাধা দিছে। কামাখ্যা মন্দিৰত দেৱীৰ পূজা আৰ্চনা বন্ধ কৰিছে।

আহোম স্বৰ্গদেউসকলৰ দিনত ধৰ্ম-অনুষ্ঠানসমূহলৈ সকলো প্ৰকাৰৰ ৰজাঘৰীয়া সাহায্য আগ বঢ়াইছিল। ইহঁতে কিবা আইন কৰি ১৮৪২ চনৰ সূত্ৰ খটাই অসমৰ সকলো ধৰ্মানুষ্ঠান, সত্ৰ আৰু গোসাঁই-মহন্ত-সকলক ৰজাঘৰীয়া সকলো প্ৰকাৰৰ সহায়-সহানুভূতিৰ পৰা বঞ্চিত কৰিছে। ইংৰাজে দেশ লোৱা দিন ধৰি অতি খৰধৰকৈ ইংৰাজী আইন-কানুন, বিচাৰ-পদ্ধতি আৰু খাজনা বৃদ্ধি কৰি প্ৰজাক অসন্তুষ্ট কৰি আহিছে। ৰজাদিনীয়া সকলো আচাৰ-নীতি পৰিহাৰ কৰি দেশৰ বতাহ-পানীয়ে নুগুজা শাসন-প্ৰণালীয়ে অসমীয়া প্ৰজাক ঘৰতে আলহী কৰিছে। এতিয়া আকৌ ধৰ্ম-কাৰ্য্যৰ ওপৰতো সিহঁতে হাত দিছে। সনাতন হিন্দুধৰ্মৰ দেশত ইহঁতে খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ অহোপুৰুষাৰ্থ কৰিছে।

স্কট চাহাবৰ যত্নত ইইঁতে ১৮২৯ চনতে চিৰামপুৰ মিছনৰ এটা শাখা জেমচ্ ৰে, চাহাবৰ দ্বাৰা গুৱাহাটীত পাতিলেছি। ধর্ম-প্রচাৰত ধৰকৈ আগুৱাব নোৱাৰিলে। সীমান্তৰ উপজাতিবোৰ—বিশেষকৈ খামটি আৰু চিংফৌসকলৰ মাজত শান্তি অনাৰ নামত জেনকিন্স চাহাবে কলিকতাৰ আমেৰিকান বেপ্টিষ্ট মিছনক অনুৰোধ কৰে। ধর্ম-প্রচাৰার্থে নাথান ব্রাউন আৰু অলিভাৰ টি, কাটাৰক এটা ছপাশালেৰে সৈতে আনি ১৮৩৬ চনৰ মার্চৰ ২৩ তাৰিখে সদিয়া পোৱাইছি। তাৰ পিছত মাইল্চ ব্রসনে জয়পুৰৰ ওচৰৰ নামচাঙত নগাৰ মাজত খৃষ্টান ধর্ম-প্রচাৰ কৰেছি। কিছুদিনৰ পিছতে ডানফর্থ, বাৰ্কাৰ, ৱার্ড আৰু গাৰনে চাহাবো একে উদ্দেশ্যেৰে অসম ওলায়হি। ১৮৩৯ চনত খামটিসকলৰ বিদ্রোহ হোৱাত নাথান ব্রাউন দলে-বলে শিৱসাগৰ পায়হি। ব্রন্সন চাহাবেও অসুস্থতাৰ অচিলা লৈ নগাসকলক এৰি আমাৰ নগাঁও পায়হি। পোন প্রথমতে ইয়াত নিধিৰামক খৃষ্টান কৰোৱায়। পিছলৈ তেওঁ লেভি ফাৰবেল বুলি জনাজাত হ'ল। এতিয়া নগাঁৱৰ খৃষ্টানপট্টিত কেইবা শ লোকে এই ধর্ম গ্রহণ কৰি বসতি কৰিছে। তেওঁলোকে পঢ়াশালি পাতি শিক্ষা-দীক্ষা দিয়াইছে, আমি ভাল পাইছোঁ। এওঁলোকে ধনীৰাম আৰু শিৱৰাম নামৰ দুজন ল'ৰাক খৃষ্টান কৰি ১৮৪৯ চনৰ ৫ মে তাৰিখে 'ৰুকিস্বো' জাহাজেৰে আমেৰিকাৰ বোষ্টন চহৰলৈ পঠাইছে। এওঁলোকে নগাঁৱলৈ অহাৰ আগতেই কলিয়াবৰৰ আত্মাৰাম শর্মাৰ দ্বাৰা বাইবেল অসমীয়ালৈ ভাঙনী কৰি ১৮১৩ চনতে চিৰামপুৰ প্রেছৰ পৰা ছপা কৰি প্রচাৰ কৰোৱাইছে। তেওঁলোকে তেওঁলোকৰ ভাৰত ধর্ম প্রচাৰ কৰক। আমাৰ ধর্ম-বিশ্বাসত আঘাত কৰিলে আমি তাক সহ্য নকৰোঁ।

গুৰু আৰু সত্ৰৰ পৰিবর্তে পাদুৰীসকলে স্বৰ্গৰ বাট দেখুৱাই মুক্তিৰ বাণী প্রচাৰ কৰি বহুতো দুখীয়া নিচলা লোকক টোপ দি খৃষ্টান ধর্মলৈ দীক্ষিত কৰিছে। স্ব-ইচ্ছাই যদি কোনোবাই খৃষ্টান ধর্ম লয় লওক, তাত আমাৰ কি আপত্তি থাকিব পাৰে? কিন্তু ইহঁতে লোভ দেখুৱাই,

ইচ্ছাৰ বিৰুদ্ধে ধৰ্মান্তৰ কৰিছে। খৃষ্টান ধৰ্মলৈ দীক্ষিত হ'লেই কিছুমান বিশেষ ধৰণৰ সা-সুবিধা ভোগ কৰিবলৈ দিয়াৰ উপৰিও ইহঁতে তেওঁ-লোকৰ ল'ৰা-ছোৱালীক শিক্ষাৰ কাৰণেও বন্দোবস্ত কৰি দিছে। পঢ়াশালি পাতিছে। কিন্তু ক'ত্যা, অসমীয়া আৰু সংস্কৃত পঢ়িবৰ কাৰণে ইহঁতে কোনো সুবিধাচোন কৰি দিয়া নাই? কিয় কিবা ইংৰাজে অসমীয়া মানুহক অত্যাচাৰ-অনাচাৰ কৰিলে? তিৰোতাৰ সতীত্ব নষ্ট কৰিলে? গৰু কাটি দৌল-দেৱালয় অপবিত্ৰ কৰিলেও তাৰ বিচাৰ নহয়? আনহাতে কিন্তু কোনোবাই খৃষ্টান ধৰ্মৰ বিৰুদ্ধে এষাৰ মাত মাতিলেও তাৰ সমুচিত প্ৰতিবিধান কৰা হয়? স্বৰ্গদেউসকলে যে দৌল-দেৱালয়, ৰজা-মৈদামবিলাকক উচ্চস্থান দিছিল, সেইবোৰ ৰক্ষনা-বেক্ষণৰ কাৰণে সকলো ব্যৱস্থা কৰিছিল, ইহঁতে কিয় তাৰ ওলোটাটো কৰিছে?

কিয় ইহঁতে সেইবোৰ নষ্ট কৰিছে? ইহঁতে ৰজামৈদামত, দৌল-দেৱালয়ত জমা হৈ থকা সোণ-ৰূপ-মণি-মুকুতা জাপনাও ভৰ্ত্তি কৰি দেশলৈ চালান দিছে। চৰকাৰী খৰচত পাদুৰীসকলক খৃষ্টান ধৰ্ম প্ৰচাৰ কৰিবলৈ জানো আমি কৰ-কাটল দিছোঁ? ৰাজ-শক্তি যোগে ইহঁতে জোৰ কৰি দেশক খৃষ্টান কৰি আমাক বিধৰ্মী কৰিবলৈ বিচাৰিছে। সেয়ে ইহঁতে দেৱোত্তৰ-ব্ৰহ্মোত্তৰ মাটিটো চকু দিছে।

হাজাৰ হাজাৰ বছৰ ধৰি হিন্দু-ধৰ্ম প্ৰবৰ্ত্তিত হৈ আহিছে। বিভিন্ন-জনে বিভিন্ন ভাবে এই ধৰ্ম পালন কৰিছে। চন্দ্ৰ-দিবাকৰ থকা দিনলৈকে এই ধৰ্ম থাকিব, কিন্তু ইহঁতে বাটত কণ্টক হৈ দেখা দিছে। আমি ধৰ্মগুৰুসকলে দেখুওৱা পথেৰে আগবাঢ়িব লাগিব-যি কোনো অৱস্থাতে আমি ধৰ্ম ৰক্ষা কৰিব লাগিব। আজি ধৰ্মৰ পথত দেখা দিয়া বিপদ-বিঘিনী আতৰাবলৈ সকলো একাগ্ৰচিত্ত হ'ব লাগিব। আহোম ৰজাৰ ৰাজত্ব থকা হ'লে আমাৰ ধৰ্মৰ কোনোবাও গ্লানি হ'বলৈ নেপালেহেঁতেন। আমাৰে দুৰ্ভাগ্য— স্বৰ্গদেউসকল নাই, হিন্দু ধৰ্ম ৰক্ষা কৰিবলৈ সবল সাহসী লোক নাই।

—গোসাঁই আকৌ ব'ল।

মানুহৰ মাজৰ পৰা সমস্বৰ-ধ্বনি হ'ল :

—আমাৰ ধৰ্ম আমি নিজে ৰক্ষা কৰিম, আৱশ্যক হ'লে পথৰ কণ্টক আমি বলেৰে আঁতৰ কৰিম।

- পাৰিবা জানো তোমালোকে ?

গোসাঁই ঈশ্বৰে পুনৰ আৰম্ভ কৰিলে :

যদি স্বধৰ্ম ৰক্ষা কৰিবৰ বল তোমালোকৰ আছে, তেন্তে সকলো আগুৱাই আহাঁ। ধৰ্ম ৰক্ষা কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হোৱা। ঈশ্বৰে তোমালোকৰ মঙ্গল কৰিব !

গোসাঁই ঈশ্বৰ ৰহিল।

বাহুৱে বহাৰ পৰা থিয় দি চাৰিওফালে ঘূৰি মানুহবোৰলৈ চালে। কব নোৱাৰাকৈয়ে তাৰ মুখত হাঁহি বিৰিঙি উঠিল।

—আমাৰ উদ্দেশ্য বহুলাংশে পূৰণ হ'ল। ৰাইজৰ মনোবলে আমাক সাহস যোগাইছে।

বাহুৱে নিজকে নিজে ক'লে।

গড়মূৰ গোসাঁইৰ পিছতে থিয় দিলে কাংশপাৰ সত্ৰৰ সত্ৰাধিকাৰ প্ৰভু। ৰাতি এপৰলৈকে মেল চলিল।

—আজি ৰাতিও ভাওনা থকা হ'লে ভালেই আছিল।

বাহুৱে বনমালীক ফুচফুচাই ক'লে।

# সাতাইশ

ৰেলখন পূৰাদমে চলিছে। তাৰ ডবাটোত মানুহৰ ভিৰ কমিছে। এই ফালেদি আগতে কেতিয়াও সি অহা নাই। কলীয়াপানীলৈ নিওঁতে তাক নদী পথেদিহে নিছিল। সি পাৰহৈ অহা ঠাইবোৰৰ নাম-ধাম একোকে নাজানে। তাৰ চিলমিল টোপনি ধৰিছিল। ওচৰতে বহা মানুহ দুজনে তেওঁলোকৰ বযবস্তুবোৰ টনা-আঁজোৰা কৰাত তাৰ টোপনি ভাগিল। বোধহয় তেওঁলোক আগৰ ষ্টেচনটোতে নামিব। মানুহ দুজন বঙালী। পৰিশ্ৰমী খেতিয়ক। ওৰে বাটে তেওঁলোকে খেতি-বাতিৰ কথাকে পাতিছে।

হঠাৎ এটা চিনাকি চিনাকি গোন্ধ তাৰ নাকত আহি লাগিলহি এয়াচোন দেউবালিৰ পথাৰৰ কেচঁা মাটিৰ গোন্ধ। এই গোন্ধৰ লগত সি চিৰ-পৰিচিত। তাৰ মনত দৃঢ় বিশ্বাস হ'ল, সি অসমৰ মাটিত আহি সোমাইছেহি। সঠিককৈ জনাৰ আশাত সি মানুহকিজনক সুধিলে :

—আমি কোনখিনি পালোঁহি ?

—এইটো একটু আগেই আসামের মাটিতে ঢুকেছি।

তাৰ মুখত হাঁহি বিৰিঙি গ'ল। তাৰ ভুল হোৱা নাই। সি ঠিকেই ধৰিব পাৰিছে। সি মূৰ উলিয়াই বাহিৰলৈ চালে। সুন্দৰ শস্য-শ্যামলা মনোমোহা পথাৰ। দেউবালিৰ পথাৰৰ দৰেই মুনিহ-তিৰোতাই পথাৰত কাম কৰি আছে। তাৰ মনটো প্ৰফুল্লিত হ'ল। সি সচাঁকৈয়ে তাৰ ঘৰ পাবগৈ। সি ঘৰৰ চৌহদত সোমালেই। তাৰ গাঁৱৰ পথাৰ, বাট-ঘাটৰ ছবিবোৰ তাৰ চকুৰ আগত ভাঁহিবলৈ ধৰিলে। সেইদিনা ৰাতি ৰত্ন দদাইটিক বিচাৰি যোৱাৰ কথা, হাবিতলীয়া বাটটোৰ কথা তাৰ মনত পৰি গ'ল।

সেইদিনা পুৱা বেলাহে সি খবৰ পাইছেহি। ছুপৰীয়াৰ আগে আগে বনমালী-নাৰায়ণহঁত আহিছে। '৬১ চনৰ ১৭ চেপ্তেম্বৰৰ দিনটোতে প্রতি গাঁৱৰ মুখিয়ালসকল জিলাৰে গৈ প্রজাৰ ওপৰত লগোৱা অযথা কৰ-কাটল, খাজনা বৃদ্ধি আৰু আফিং খেতি কৰা সম্পূর্ণ বন্ধ কৰাৰ বিৰুদ্ধে বৰচাহাবক মুখামুখিকৈ জনাবগৈ বুলি আগৰ মেলতে ঠিকঠাক হৈ আছে। নিয়মমতে এতিয়া ৰণুৱা বুলিবলৈ কেও নাথাকিলেও পূর্বৰ বান্ধোন শিথিল হৈ যোৱা নাই। সেই বাবেশ ৰণুৱা এতিয়াও লাগ বুলিলে দুদিনতে একেলগ কৰিব পৰা হৈয়ে আছে। মাথো আগৰ দৰে ঢাল-তৰোৱালৰ আখৰাবোৰ নোহোৱা হ'ল। কিছুমানে একেবাৰে কাণ পেলাই দিয়া কথাও ঠিক। বহুত দিন নীৰবে শুই-বহি থাকি এই কিমাহত আকৌ প্রজাৰ জাগৰণ হৈছে। কৰ-কাটল, খাজনা বৃদ্ধিৰ বিৰুদ্ধে মাত মাতিবলৈ লৈছে। এই পাঁচ-ছয়মাহ সিহঁতবোৰ আগতকৈয়ো বেছিকৈহে ব্যস্ত হ'ব লগা হৈছে। গোসাঁই-মহন্ত-লস্কৰ-গাহঁাই ভাগে ভাগে আকৌ কামত লাগিছে। ৰণুৱাৰ দিনৰ হুকুমদাৰী এতিয়া বৰকৈ নচলে। সেয়ে সিহঁত এজ্ঞাকৰ বৰ বেছি কষ্ট হৈছে। সি আৰু জোনাকী দুয়োটাৰ দায়িত্ব ৰহা মহলতে পৰিছে। বোৱাৰী হৈ তাই অলো-তলোকৈ ঘূৰি ফুৰাটো বৌটিয়ে ভাল নাপায়। সি শুনাকৈ এজন-দুজনৰ আগত কৈছেই যাতে সি তাইক এইবোৰ কামত নলগায়। সি তাইক তেনে-দৰে ঘূৰি ফুৰিব নেলাগে বুলি কৈ মন নোচোৱাও নহয়, তাই কিন্তু নামানে। হওঁতে তাই ঠিকেই কৈছে — বিয়াৰ আগতেহে তাই ঘৰত সোমাই থাকিব লাগিছিল, নহ'লে বিয়া-বাৰু কৰোৱা ডেকা হয়তো নোলাব। এতিয়া তাই তাৰ হাতত ধৰি ঘূৰি ফুৰোঁতে কি বেয়াটো হ'ব? তাই তাৰ হাতত ধৰি ঘূৰিবলৈ অৱশ্যে পোৱা নাই। তাই তাইৰ লগৰীয়া ৰঙিলী-বিজুলীহঁতক লৈয়ে গাঁৱে-ভূৱে, সদৰলৈ যোৱা কথা সদৰি কৰি মানুহ ঠিকঠাক কৰি ফুৰিব লগা হৈছে। অৱশ্যে তাই তাৰ ভাগত পৰা অঞ্চলটোতে আছে। বনমালীৰ দায়িত্ব পৰিছে চাপৰি মহলত। ইয়াৰ বাট-পথ বৰ দুর্গম, বেয়া! বতাহী যাব পৰা নাই,

তাইৰ গাত লেঠা। সি অন্য লগৰীয়া পাইছে, হ'লেও ঘৰতো চকু ৰাখিব লগাত পৰিছে।

গোটেই সপ্তাহটো ঘূৰি ফুৰি ভাগৰুৱা হৈ পৰিছে সিহঁতবোৰ। ঘৰত ভাত মুঠি গিলিয়েই সি শে.তলিত পৰিল। জোনাকীও ঘৰতে আছে। এঘুমতি মাৰি ল'লে ভালকৈয়ে। সন্ধিয়া লগাৰ সময়তহে জোনাকীয়ে ত'ক জগাই দিলেহি। সন্ধিয়া হেনো শুব নাপায়, শ'ৰীৰলৈ বেয়া।

—.বী, ককাইট আছেনে ?

আছে কৃষ্ণ, তইচোন বৰকৈ হুলস্থূল লগাইছ ? কি হল ?

কোমল চাউল এবাটি দৈৰে সানি লৈ মুখলৈ নিছেহে মাথোন, ৰত্ন দদাইটিৰ ল'ৰা কৃষ্ণই তাক বিচৰা শুনি মাৰল-ঘৰলৈকে মাতি আনি খুৰীটিহঁতে চিন্তা কৰাৰ কথা শুনিলে। চিন্তা কৰাৰে কথা। লৰালৰিকৈ জলপান বাটি ভৰাই সি আহিল বনমালীৰ ঘৰলৈ। বনমালীৰ ঘৰতে বহি এইলৈ গুণা-গঁথা কৰিলে।

সন্ধিয়া ভগালৈকে বায়ন দদাইটিহঁত জিলাৰ পৰা আহি নেপালেহি। সিহঁতৰ ঘৰত হুলস্থূল লাগিছে। দদাইৰ ল'ৰা কৃষ্ণ আৰু মেধিৰ ল'ৰা ত্রিলোচন নাতঁৰাই হ'ল সিহঁতৰ ওচৰৰ পৰা। তিৰোতা মানুহে ভয় খাইছে বেছি। জোনাকীহঁতো বিপাওত পৰিছে। সিহঁতকো নানান দুঃচিন্তাই আবৰি ধৰিলে। মনোৰামক বালিগঁাৱলৈ আৰু কৃষ্ণক পেটবঢ়ালৈ, সেইবোৰ গাঁৱৰ মানুহ জিলাৰ পৰা উভতিলনে নাই খবৰ লবলৈ পঠাই দি সি, বনমালী, নাৰাযণ গঁাৱৰ মূৰৰ তিনি আলিলৈ ওলাই আহিল, বিজানি কিবা খা-খবৰ পায়েই। সিহঁতেও একো খবৰ নাপালে, টৌপাকুছিৰ ভোলাচিং সিহঁতৰ গঁাৱলৈহে মানুহ অহা-নহাৰ খবৰ লবলৈ আহিছে। কিবা এটা দুৰ্ঘটনা হোৱাৰ আশঙ্কাত আটাযে উৎকণ্ঠিত হ'ল। সাম্ভাব্য দুৰ্ঘটনাৰ অনুমান কৰিব নোৱাৰি, যেযে যেনেকৈয়ে হ'ব পৰা বিপদৰ কথা কবলৈ লাগিল। যিমানে সময় পাৰহৈ গৈছে, সিহঁতে বেছিকৈ দোধোৰ-মোধোৰত পৰিল। ৰাতি ভাত-পানী খাই মানুহ শুবলৈ ওলাল। কি কৰা ভাল হ'ব, নহ'ব ভাবি-চিন্তি থাকোতেই বালিগঁাৱৰ

পৰা মনোৰাম উভতিল। তাৰ কেহযাঙ্ক বটাৰ দৰে মুখৰ ৰ দেখিয়েই বাহুহঁত শঙ্কিত হ'ল। আঁত তে সি চিঞৰি সুধিলে :

—কিবা বতৰা পালিনে মনোৰাম ?

—নাই ককাইটি, সিহঁতৰ গাঁৱৰ মানুহো ওভোতাই নাই।

টৌপাকুছিৰ ভোলাচিঙে ক'লে : সিহঁতৰ গাঁৱৰ মানুহো অহা নাই।

—বোলো বনমালী, এতিয়া কি কৰা যায় ?

—কোনো গাঁৱৰ মানুহ অহা নাই যেতিয়া কিহৰ চিন্তা কৰিব লগাটো আছে ? সৰহীয়া মানুহৰ কথা ভাবহি এসময়ত। মনটো ডাঠ কৰ-চোন তহঁতে।

সাহস দিবলৈকে ফণিধৰে তেনেকৈ ক'লে।

—ভইটো কৈছই। ইহঁতে কৰিব নোৱাৰা কিটো আছে ? মই ভাবোঁ বুজিছ—তই, মই, নাৰায়ণ আমাৰ গাঁৱৰ পৰা আগবাঢ়ি গৈ বালিগাঁৱৰ পৰা কেইজনমানক লৈ ডাঙৰ অ'লিয়েদি আগুৱাই গৈ থাকোঁ। দৰকাৰ হ'লে সদৰ পাবগৈ লাগিব।

বাহুৱে ক'লে।

—ভয়ৰ কাৰণেই হৈছে বাহু, তোৰ কথাটো হ'লে ভাল শুনিছোঁ। আগ-বাঢ়ি যা, দৰকাৰ হ'লে গাঁৱৰ আৰু চুটামান ল। জানো ঈশ্বৰে কি পাঙিছে !

বলোৰাম জাপি-সজীয়াই ক'লে।

চাওঁতে চাওঁতে তিনিওটাই লাঠী জাপিটনা লৈ ওলালেই। তিনি আলি-লৈকে আগুৱাই যোবা সকলোকে নির্ভয় দি সিহঁতে খোঁজ পেলালে বালিগাঁৱলৈ। সিহঁতে উভতি নহালৈকে গাঁওখনৰ টোপনি নাযায়।

—সিহঁতে ভাবিলে।

বালিগাঁৱৰ তিনিটা আৰু সিহঁত তিনিটা আগুৱাই গৈ গৈ ডিমৌ পালেগৈ। ডাঙৰ জাবৰ্ণিখন পাৰ হৈ গ'ল; ৰাইজৰ লগত দেখা-সাক্ষাৎ নাই। সিহঁতৰো দুঃচিন্তা বাঢ়িল। জোৰ কিদাল পুৰি শেষ হ'ল। আগৰ গাঁৱতে জোৰ চুটামান লব লাগিছিল।

—ইমান অজ্ঞাত ধোকোট বুলি ভাবিবলৈকে নহ'ল।

বাহুৱে ক'লে।

সলাই সলাই ধোঁৱা পয়াৰ চিঞৰি চিঞৰি গাই গাই আগুৱাইছেহে— আগুৱাইছে একো চিনমোকামেই নাই মানুহ অহাৰ।

হঠাৎ দূৰৰ পৰা ভাঁহি অহা গীত এফাঁকি সিহঁতৰ কাণত পৰিলহি।

"পাৰে পৰি হৰি কৰোঁহো কাতৰি প্ৰাণ ৰাখিবি মোৰে।

বিষয় বিষধৰ বিষে জৰাজৰ জীৱন নৰহে থোৰে॥"

ঐ শুনিছনে, এয়া ৰত্ন গাওঁবুঢ়াৰ মাত। আহিছে, সিহঁতবোৰ আহিছে।

বনমালীয়ে উৎসাহেৰে বাহুক লক্ষ্য কৰি ক'লে।

— তই ঠিক ধৰিছ — এয়া বায়নৰ মাত।

বাহুৱে ক'লে।

কিছু দূৰ আগুৱাই গৈয়েই সৰহীয়া মানুহ অহা ভৰিৰ শব্দ সিহঁতৰ কাণত পৰিল। চাওঁতে চাওঁতে ইযোৰা-সিযোৰাকৈ মানুহৰ জুমবোৰ সিহঁতৰ কাষ পালেহি। সিহঁত বৈ থকা দেখি ইটো-সিটো জুমে সিহঁতৰ পৰিচয় ল'লে। মাতত চিনাৰ বাহিৰে উপায়ো নাছিল। কাৰো হাতত পোহৰ নাই — ইহঁতৰো, সিহঁতৰো। পাৰ হোৱা প্ৰতি জুমটোৰ খবৰ লৈ প্ৰথমতে বালিগাঁৱৰ কিজনক পাই সিহঁতৰ গাঁৱৰ কিজনক তেওঁলোকৰ লগত পঠাই উঠোতেই দদাইটিহঁতৰ জুমটো পালেহি। চাহাবহঁতে কিবা নগুৰ-নাগতি কৰিলে বুলি সিহঁতে বুজিব পাৰিছে মানুহৰ কথা-বতৰাৰ পৰাই। বায়ন দদাইটিৰ পৰাই বিতং জানিবৰ আশাৰে বাকীবোৰক একো নুসুধিলে সিহঁতে।

— ফেহুজালি দিবলৈ বেছি সময় নায়েই।

বনমালীয়ে ক'লে।

—দদাইটি নহয়নে?

কোন বাহু? অ' বনমালী, এয়া নাৰায়ণো?

ৰত্ন বায়নে হামিয়াই-হিকতিয়াই ক'লে।

— আমি জানিছিলোঁৱেই, তহঁতকিটা আগুৱাই আহিবি বুলি। গাঁৱৰ

মানুহেও চাগৈ চিন্তা কৰি আছে। নকৰি আৰু, চাহাবহঁতে আজি হাৰাশাস্তি কৰিলে। গোটেইবোৰ প্ৰজাক জোকে-লযোগে ৰাখি লেলাট ভুগ্গালে।

দয়াৰাম মেধীয়ে ক'লে।

সিহঁতবোৰে বিলম্ব নকৰি তেওঁলোকৰ লগে লগে আহিল।

প্ৰথমতে বনমালীয়েই উলিয়ালে :

— নেখাই-নবই তোমালোকৰ আজি বৰ কষ্ট হ'ল দদাইটি ?

বনমালীয়ে কথাৰ পাতনি মেলিলে।

— হেৰ', আমি হুবলা বাহিৰত খোৱা-বোৱা কৰোহঁক ?

এৰা পাহৰিলোৱেই দদাইটি।

— খোৱা-বোৱাৰ দুখত কষ্ট পোৱা নাই। সমূহীয়া লেঠাত পৰি আজি 'হেনকাপ' খালোঁ, জনমলৈ খ্যাতি ৰ'ল ; দুখ কৰিবলৈ কিটো আছে ? আমি দুটাকে নহয়, এশজন মানক 'হেনকাপ' লগালে। বাকীবোৰক গৰু-ম'হ খেদা দি খেদি নি থেনাত চিপাহীয়ে ঘেৰি ৰাখিলে। যিবোৰ আগুৱাই যাব বিচৰা নাছিল, তাঁহাত-বোৰক ঠেলা-হেঁচাৰ উপৰিও মাৰধৰো কৰিলে চিপাহী লগাই।

— ৰত্ন বায়নে ক'লে।

ভাডি-চিডি কোৱাচোন দদাইদেউ, কেনেকৈ কি হ'বলৈ পালে ? কেচাৰীৰ আমোলা-কেৰাণীবোৰে কি কৰিলে নকৰিলে। এহ, মেধী দদাইটিচোন পিছ পৰি ৰ'ল ? দদাইটি বোলো দদাইটি, কি হ'ল তোমাৰ ? পিছ পৰিলাচোন ?

—বনমালীয়ে চিঞৰি সুধিলে।

আটাইকিটা একাষৰীয়াকৈ থিয় দি নাৰায়ণক পিছুৱাই মেধীৰ ওচ-ৰলৈ পঠালে। মেধী-নাৰায়ণ ওলালেহি।

—পোক এটা চকুত সোমাই দুৰ্গতি কৰিলে বোপাইহঁত।

চুৰিয়াৰ আগৰে চকু মচি মচি মেধীয়ে ক'লে।

কাপোৰত সা দি চকুত কেবাবাৰো দিয়া চোন ভাল পাই যাবা মেধী

—পোকটো ওলাই গ'ল নহয় ? চাই-চিতি আহিবা।

বস্থ বায়নে ক'লে।

—বুজিছ বাহু ? আলিটো বৰ জয়ন্দ, নিমাওমাও। পোন বাট চোৰা এৰিলোঁৱেই। সৰহীয়া মানুহ বুলিহে ভয়-ভীত লগা নাই। আজি এপষ মানৰ আগতে এই চোৰাতে কামপুৰৰ কমলা গাঁওবুঢ়াৰ পিতেকক ম'হৰ গাড়ীৰ পৰাই বাঘে থপিয়াই নিলে নহয়। পিছদিনাহে গাঁৱৰ মানুহে আধাখোৱা শটো বিচাৰি পাইছে। ১২/১৩ বছৰ মানৰ আগতে এই-খিনিতেই হেৰ' চুনিমুনি সময়তে গাড়ীত জুটি অনা আমাৰ ৰঙা বলধটোলৈ থপিয়াইছিল নহয় দীঘল ঠেঙ্গীযাই। পিছে দীঘল দাবে অগাদযা কৰিহে কোনো মতে ৰক্ষা। কৃষ্ণই চিঞৰ-বাখৰ কৰি দিযাত যেনিবা ভয় খাইহে সি আঁতৰি গ'ল। ৰজা দিনৰ আলি-পদূলি, চাওঁতা-চিতোতা কেও নাই। জহি-খহি গৈযেই আছে। কৰে কোনে ?

—কি কৰিবা দদাইটি, চৰকাৰে নকৰে বাৰু নাই। ৰাইজ মখাইনো হুজ কৰি অহা-যোৱা বাটটো মুকলি কৰি লব নোৱাৰেনে ? অটব্য-অৰণ্য খনৰ মাজেৰে মানুহ অহা-যোৱা কৰিব লগাত পৰিছে। কৈঁকুৰীকিটাত খুৰিবলৈকে ঠাই নাই। ওলমি থকা লতাবো বেদি সাপসুপ আহিয়েই থাকে। এই গাঁওখনৰ মানুহবোৰ বৰ অলস ; কানীযাৰ সংখ্যা বৰ বেচি হ'ব যেন পাওঁ।

নাৰায়ণে ক'লে।

—সেইবোৰ এৰাোন নাৰায়ণ। আমি ইমানবোৰ আহিচোঁ। এতিযা বাঘে মাৰিবলৈ নাহে ৰ। গৈয়ো থাকোঁ, কথাও পাতোঁ। কথা পাতি গ'লে বাট চমু হৈ পৰিব বুজিছ।

বাহুৱে ক'লে।

—কোৰাচোন দদাইটি কিহৰ পৰানো কি হ'ল ?

নাৰাযণে বাহুৰ কথাত জোৰ দি নিজেই সুধিলে।

—কি হ'ব ? চাহাবইঁত টেঙৰ। বৰচাহাব স্কনচ্ ই এটা অঘাইতং দুষ্ট প্ৰকৃতিৰ মানুহ। প্ৰজাৰ কথা শুনি উপকাৰ কৰা বিধৰ মানুহ নহয়।

ই আগৰ কিটা বৰ চাহাবতকৈয়ো বেয়া। গড়মূৰ সত্ৰৰ সিংহাসনত জোতা-মোজাৰে বহি ই আমাক মনোকষ্ট দি যিটো স্বভাৱৰ পৰিচয় দি থৈছে, তাকতো পাহৰা নায়েই। বাইজ হেজাৰ-বাৰশ গোট খোৱা দেখিয়েই সি খণ্ডত একে নাই হ'ল। তেওঁক বাৰে বাৰে কোৱা হ'ল বোলে প্ৰজাই তেওঁক সাক্ষাৎ কৰিবহে বিচাৰে, অন্য উদ্দেশ্য নাই। কৰ-কাটল, খেজনা সম্পৰ্কে প্ৰজাৰ কৰ লগা কথাবোৰ তেওঁ শুনিব লাগে। আয়কৰ, টিকট, হাবিৰ গছৰ ওপৰত কৰ, জলকৰ আদি লগোৱা কথা বিতংকৈ প্ৰজাক কব লাগে বাৰী-ঘৰ, তামোল-পাণৰ ওপৰত কৰ লগোৱাটো সচাঁনে মিছা, তাকো প্ৰজাক জনাব লাগে। তাইাতৰ আবকাৰী আফিঙৰ ওপৰত বস্তিবলৈকে আফু খেতি কৰাটো আইন-বিৰুদ্ধ কৰিছেনেকি প্ৰজাই জানিব খোজে। প্ৰজাবো কব লগা আছে। অসমীয়া প্ৰজাই হেজাৰ বছৰ ধৰি বিনা কৰে ভোগ কৰি অহা অসমৰ হাবিৰ কাঠ-বাহঁ-বেতৰ ওপৰত কৰ লগোৱা অন্যায় হৈছে বুলি প্ৰজাই জনাব বিচাৰে। সি লগ দিবলৈ অমান্তি হ'ল।

—দদাইদেউ, হেজাৰ-বাৰশ মানুহনো কোন কোন ঠাইৰ পৰা আহিছিল ?

বনমালীয়ে সুধিলে।

—হেৰ, তওঁত দেখোন সিদিনাৰ মেলত আছিলিয়েই। বৰচাহাবৰ লগত কি কি কথা-বতৰা পাতিব লাগিব, ক'ৰ ক'ৰ মানুহ আহিব, কোন গাৱঁৰ কিমান মানুহ আহিব, তাতেইচোন ঠিক হৈছিল। আজিৰ দিনটোতে জিলালৈ সকলো প্ৰজা অহাৰ কথাও তাতে খাটাং হোৱা নাই জানো ? তাত ঠিক কৰা মতেই সেই হাজাৰ-বাৰশ মুখিয়াল মানুহ গোট খাইছিলহি। বহা-বাৰেপূজীয়াবতো আহিছেই—চাপৰি অঞ্চলৰ আহিছে, কামপুৰ, যমুনামুখৰ পৰাও আহিছে। মেলৰ কথা বাইজে পেলোৱা নাই দেই। মেলত ঠিক হোৱা কথাবোৰকে তাতে বাছি দিয়া মুখিয়াল কিজনে জুকিয়াই-মুখিয়াই আনিছিলেঁইক। পিছে হ'ব কি ? সিটো শুশুনিলেই একোকে।

—পিছত কি হ'ল ?

বাহুৰে সুধিলে।

— সকলো প্ৰজাক লগ পাবলৈ বৰচাহাব অমান্তি হোৱাত বছা-বছা কেজমানৰ লগতে কথা পাতিব লাগে বুলি বতৰা পঠালোঁ। তাতো সি মান্তি নহয়। ইফালে মানুহবোৰ বৈ-বৈ আমনি লাগিছে, সিফালে সি দ'ৰেও নাযায় বামেও নাযায়। এতিয়া কি ক'ৰ ক'ৰ!

—তাৰ পিছত তোমালোকে কৰিলা কি?

—নাৰায়ণে সুধিলে :

—মানুহবোৰ বৈ-বৈ অধৈৰ্য্য হোৱাৰে কথা। খণো উঠিছে খেনোৰ, চাওঁতে চাওঁতে চোন বন্দুক লোৱা চিপাহী কিছুমান কেছাৰীলৈ অহা দেখিলোঁ। বৰচাহাবে ওঁ-আঁ একো নকৰাত আমি বোলো ই আক' ক'ৰ বৰলাটটো ওলাল। প্ৰজাক লগ ধৰি তেওঁলোকৰ ভয়, সন্দেহ দূৰ কৰাৰ চেষ্টা সি নিজেতো নকৰেই, প্ৰজাই উপযাচি আহোঁতেও সি দেখা কৰিব নোখোজে। আমি এজাকে তেওঁক লগ পাবলৈ আগুৱাই গলোঁগৈ— তেওঁ বহি থকা খোঁটালিটোলৈ। বোলো তেওঁ মুশুনিলেই হ'বনে? আমি হ'লে শুনাইহে যাম। চাহাবে কথাৰ পৰা অকণো নোহোঁহকে, প্ৰজাৰ চকুলৈ নাচায়েই। গতিকে ভালেৰে মুশুনা দেখি আমি এজাক বলেৰে সোমাই গলোঁ একেবাৰে তেওঁৰ খোঁটালিৰ ভিতৰলৈ। চিপাহীয়ে বাধা দিলে, ঠেঁচা-ঠেলা আৰম্ভ হ'ল। "তুইকো তুয়ি নাহি তুষ্টি হানে ব্ৰজসম মুষ্টি"।

—তাৰ পিচত?

—চাৰিওফালে হৈ-চৈ লাগিল। সিহঁতে দীঘলকৈ সুহুৰি মাৰিলে। চিপাহীবোৰে প্ৰজাক ঠেলা-হেঁচা আৰম্ভ কৰিলে। তৎক্ষণাত সমূদায় মানুহক চিপাহীয়ে আগুৰি ধৰিলে। খোঁটালিত সোমোৱা কিটাক জোৰেৰে টানি বাহিৰলৈ উলিয়াই আনিলে।

—বৰচাহাবৰ হ'ল কি?

—মানুহৰ মাজত তেওঁ ক'লৈ গল ধৰিবকে নোৱাৰিলোঁ।

—তোমালোকে লৰি পলাবলৈ চেষ্টা নকৰিলাইক?

কিহৰ জগৰত পলাম ? বৰচাহাবে কেছাৰীত গোট খোৱা সমুদায় প্ৰজাক বে-আইনী, বিশৃঙ্খল বায়ত বুলি ঘোষণা কৰিলে আৰু তেওঁৰ খোঁটালীলৈ সোমোৱা কিজনক 'হেনকাপ' দি আৰু আনবোৰক সদৰ থানালৈ নি বন্ধ কৰিবৰ হুকুম দিলে !

তোমালোকে চাগৈ ভয়ত ত্ৰাহি মধুসূদন দেখিলা দদাইদেউ ?

—বনমালীয়ে ক'লে ।

ভয়তো লাগিবই। কিন্তু কথা হ'ল, আমিনো কি চৰকাৰৰ লেঠা লগালোঁ। জিলাৰ বৰচাহাবটোৱে, আইনৰ গুৰি ধৰা মানুহটোৱে প্ৰজাৰ কথা নুশুনিব—ই কোন মুলুকৰ কথা ? সকলো মানুহক থেনালৈ নিয়াত কেৱে ভয় খোৱা নাছিল, ইজনে সিজনত ভৰসা বাখিছিল। মাৰধৰ খোৱা মানুহৰ আঘাত বেছি হোৱা নাছিল। আমি 'হেনকাপ' লগোৱা জাকক এফালে আৰু বাকীবোৰক এফালে ৰাখিলে। দুভাগ কৰাৰ পিছত হেনকাপ খুলি দিলে। চাচোন এয়া দাগবোৰ মাৰ যোৱাই নাই। বুঢ়া কালত ভাল অঘটনখন ঘটিল ।

এন্ধাৰতে বুঢ়াকিজনৰ হাতকিটা সেৰেলা-সেৰেল হোৱা তিনিওটাই খেপিয়াই চাই অনুমান কৰিলে। বাহুৱে বৰু দদাইটিৰ, বনমালীয়ে মেপীৰ হাতৰ সৰু গাঁঠিকিটাত হাত ফুৰাই দিলে।

পিছত তোমালোকক এৰি দিলে কিয় ?

—বাহুৱে সুধিলে।

বৰচাহাব বলিয়া হ'ল বুলি সকলো বলিয়া হ'বনে ? বৰচাহাবক বুজাই-শুনাই চিৰস্তাদাৰে মান্তি কৰালে— বোলে সমূহ মুখিয়াল মানুহখিনিক বিনা কথাত জেলত ভৰালে পিছত ডাঙৰ অশান্তি হ'ব। গোটেই প্ৰজা ভাগি-চিগি আহিলে চম্ভলা টান হ'ব। উভতি তেওঁহে ওপৰৱালাৰ বোষত পৰিব। যি হ'ল হ'ল, কথা বহুল নহওঁতেই মানুহবোৰ এৰি দিয়া উচিত হ'ব ।

তেনেহ'লে কেছাৰীত কাম কৰা অসমীয়া মানুহখিনিয়ে সহায়-সাৰথি কৰিলে তোমালোকক ?

—বনমালীয়ে সুধিলে।

ভাল কৈছ ? সিহঁতে যদি মনে মনে দুখ-কষ্ট পাইছিল নাজানে। বৰপীৰাত বহি লিখি থকা আমোলাই মূৰ তুলি তাহাঁতবোৰলৈ চোৱা দেখিছোঁ, কিন্তু কেৰে খোঁটালীৰ বাহিৰ ফালে কি হৈছে বুলিও কাকো সুসুধিলে। হোজা মানুহখিনিৰ ওপৰত অত্যাচাৰ কৰোঁতেও সিহঁতে মাত এষাৰ দিবৰ মানুহ নহয়নে ? আমিবোৰ সিহঁতৰে ভাই-ককাই নহয়নে ?

—বড়ু বায়নে ক'লে।

. চাহাবে সিহঁতৰ চাকৰি কিটা নেখাব জানো ? আহেনো কেনেকৈ বাক তেওঁলোকে ? ল'ৰা-তিৰোতাক পোহ পালন……

থোৱা থোৱা, দদাইদেউ ! তাহাঁতৰ চকুৰ আগতে হাজাৰজন নিৰপৰাধী মানুহক অন্যায় ভাবে ব্যৱহাৰ কৰিছে, মাৰ-ধৰ কৰিছে, বিনা কাৰণে 'হেণ্ডকাফ' লগাইছে। সিহঁতে উচিত কথাটোত মাত দিলেই চাকৰিটো যাবনে ? যায যদি যাওক চাকৰি। উচিত কথা জনা-বুজা মানুহকিটাই নক'লে ক'ব কোনে ? সিহঁতৰ চাকৰি গলে সিহঁতৰ লৰা-তিৰোতা নাখাই নমৰে নহয়। হয়তো দুদিন লঘোণে থাকিব। পিছত খাবলৈ পাব, প্ৰজাই খুৱাব। নহ'লে পৰিশ্ৰম কৰি খাব। দেশখন গলে সিহঁতে খাব ক'ৰ পৰা ?

—বাহুৰে ক'লে।

কাম কৰিলে সকলোতে ভাত পাব ৰ'। দেশখন গলে যাওক, সিহঁতৰ চাকৰিটো থাকিলেই হ'ল। হেৰ' পৰিশ্ৰম কৰিলে সুখুৱাব কোনে ?

তোৰ দৰে সকলোৱে হুবা হ'লে প্ৰজাৰ এনে অৱস্থা নহয়েই, বুজিছ ? কিন্তু সকলোৱে নোৱাৰে নহয়। কিছুমানেতো চৰকাৰৰ কাম-কাজ কৰিবই লাগিব, নহ'লে শাসন চলিব ক'ৰ পৰা ?

- বড়ু বায়নৰ মুখতে বাহুৰে ক'লে।

কাম কৰি খোৱাত আপত্তি কৰা নাই নহয় দদাইটি ? চাকৰিৰ লগতে মূৰটোও বেচা মানুহৰ কথাহে কৈছোঁ। শিক্ষা-দীক্ষা পোৱা বোৰে

যদি তেনেকুৱা কৰে ক'ব চুক নিচিনা বোৰে কৰিব কি ?

দুপৰ নিশা থানাৰ পৰা মানুহবোৰক ঘৰাঘৰি যাবলৈ এৰি দিলে। আমি নোখোৱাবোৰৰ কথা নাই। খোৱাবোৰকো এমুঠি খাবলৈ নিদিলে। গোটেই দিনটো লঘোণে-ভোকে থাকি মানুহবোৰ ঘৰাঘৰি উভতিছে। বৰ কষ্ট খালে মানুহবোৰে।

—বহু বায়নে ক'লে।

—আজি ৰ'দ আকৌ টান হ'ব যেন পাইছোঁ।

খোঁজ বেগাই নিদিলে ৰ'দত দদাইটিহঁতে কষ্টহে পাব।

ভুদা পেটেৰে ইয়াতকৈ বেগাই খোঁজ দিয়ে কেনেকৈ ?

—বাহুৱে মুখতে মাতিলে।

নিয়ৰত তিতি থকা দুবৰিবোৰ সূৰুযৰ কিৰণ পৰি জলমল কৰিছে। গাঁৱৰ মানুহবোৰ কেতিয়াবাই উঠিল। নিজৰ নিজৰ কামত লৰা-ধপৰা কৰিছে। বায়নহঁতক নিজৰ ঘৰত সুমুৱাই সিহঁত কিটাই বেগা-বেগীকৈ ঘৰলৈ খোজ পেলাইছে।

যোৱা ৰাতিটো অকণমান শুম বুলি ভাবিছিলোঁ, তাকো নহ'ল। আগৰ সপ্তাহো টোপনি নাই বুলিলেই হয়।

—বনমালীয়ে নিজকে কোৱাদি ক'লে।

বুজিছ বনমালী, আমাৰ বোধহয় শোৱা আৰু নহ'বই। অনুৰোধ আৰু আবেদনৰ দিন সমাপ্ত হ'ল। চাহাবহঁতক এশিকনি নিদিলে সিহঁতে আমাক জ্বলাই-পোৰাই মাৰিব।

## আঠাইশ

গোসাঁয়ে সকলো কথাতেই অকলশৰীয়া অকলশৰীয়া অনুভৱ কৰিলে। তেওঁৰ মৃত্যুৰ দিনো ওচৰ চাপি আহিল বুলি গোসাঁইৰ দুঃচিন্তা সোমাল। গোসাঁয়ে নিজৰ জুপুৰীৰ পৰা বেছিকৈ ওলোৱা-সোমোৱা নকৰি একে ঠাইতে জুপুকা মাৰি বহি থকা হ'ল। বনমালীহঁতকো গোসাঁইক লৈ নানা চিন্তাই কষ্ট দিবলৈ ধৰিলে। গোসাঁইৰ আশে-পাশে এজন নহয় এজনে ৰখীয়া হৈ কথা-বতৰা পাতি গোসাঁইক সজীৱ কৰি ৰাখিবলৈ ললে। গোসাঁয়ে মন গলেহে কথা-বতৰা কয়, প্ৰায়েই কিবা চিন্তা কৰি বহি থাকে। গোসাঁইৰ লগত কথা পতাৰ ইচ্ছাৰে বনমালীয়ে উলিয়ালে :

- গোসাঁই ঈশ্বৰ! বাহু গৈ কিজানি ঘৰ পালেগৈয়ে।

গোসাঁয়ে চকু দুটা ডাঙৰকৈ মেলি দি বনমালীলৈ মূৰ তুলি চালে। একো নক'লে। কলীয়াপানীত ভৰি দিয়া দিনৰে পৰা সকলোবোৰ অতীত-স্মৃতি প্ৰাচীৰ পত্ৰৰ দৰে তেওঁৰ চকুত ভাঁহিবলৈ ধৰিলে। বহু সময়ৰ মূৰত গোসাঁয়ে ক'লে :

বুজিছ বনমালী, বাহু অ'চলতে এটা বলিয়া, পাগল। অৱশ্যে চিৰকালে এদল পাগল দুঃসাহসী মানুহ থাকে মানুহৰ সমাজত, আৰু দহ জন মানুহৰ তুলনাত ইহঁতৰ স্বভাৱ হয় ভিন্ন, লোক চকুত ইহঁত হয় কিবা বেলেগ খাপচৰা। সাধাৰণ মানুহে যি সময়ত বিপদ-বিঘিনি এৰি চলিবলৈ বিচাৰে, তেতিয়া ইহঁতে স্ব-ইচ্ছাই মৃত্যুৰ মুখত জপিয়াই পৰিবলৈ পছন্দ কৰে—মানুহৰ চকুত পাগলামি যেন লগা সিহঁতৰ মনে বিচৰা কিবা কাৰণত। সিহঁতৰ চকুত তাহাঁতৰ কি লাভ-লোকচান হ'ব, তাৰ হিচাব-নিকাচ একেবাৰে গৌণ। ইহঁতৰ মাথোন লক্ষ্য অজনাক জনাৰ আকাংক্ষা

সম্রাজক বন্ধন মুক্ত কৰাৰ হেঁপাহ ; নিৰ্বলীক বলীৰ হাতৰ পৰা আঁতৰাই অনাৰ প্ৰয়াস, সবাকত মানুহ সৃষ্টি কৰাৰ দুৰন্ত বাসনা, দুৰ্জয়ক জয় কৰাৰ সঙ্কল্প, ইয়াৰ সাফল্যাতে ইহঁতৰ ষতমানে আনন্দ।

বাহুৱে অস্ত্ৰ-শস্ত্ৰ নোহোৱাকৈয়ে প্ৰকৃত অৰ্থত সাজু নোহোৱাকৈ বন্দুক-বাৰুদ সজ্জিত ইংৰাজ চিপাহীৰ সৈতে ঢাল-তৰোৱাল-কাৰকাই-ধনুৰে ৰণ কৰিবলৈ ওলাইছিল। সেয়ে সাধাৰণৰ চকুত সি এটা পাগল, বলিয়া। সি কিন্তু ইংৰাজক চিৰ স্বাধীন অসমভূমিৰ পৰা খেদি পঠাব বিচাৰে, জনসাধাৰণক বৃটিছৰ অন্যায়-অত্যাচাৰৰ পৰা মুক্ত কৰিব বিচাৰে, সেয়ে তাৰ ৰবলৈ নাই আহৰি সময়। কালিলৈ কিয় আজিয়েই হওক। —এক উশাহে গোসাঁই ঈশ্বৰে কৈ থমকি ৰ'ল।

মণিৰাম দেৱানে এবাৰ ৰজা-পোৱালিহঁতৰ গুপুত মেলত ৰহিয়াল বকৰাক উদ্দেশ্য কৰি বাহুক শলাগি কৈছিল :

আপোনালোকে এইটো গদাপাণি পালে ক'ত ?

—বনমালীয়ে গোসাঁইৰ্ক সমৰ্থন কৰি ক'লে।

এৰা, সি সচাঁকৈয়ে গদাপাণি নামৰ নায়কৰ মানুহ। তহঁতৰ সাহসৰ কথা মই জানিচোঁ। তহঁতৰ ৰণৰ যোগাৰ দেৱানৰ অসফল অভিযানৰ আগতে আৰম্ভ কৰা। সেই সময়ত ফিৰিঙিহঁতৰ হাতত যথেষ্ট সেনা নাছিল, কাৰণ অসমীয়াই তাহাঁতৰ বিৰুদ্ধে থিয় দিব - সিহঁতে ভবিবকে পৰা নাছিল। দেৱানৰ বিদ্ৰোহৰ যা-যোগাৰৰ ভু পাই সিহঁতে সৈন্য বল বেছি কৰিলে। প্ৰতিৰক্ষা ব্যৱস্থা আগতকৈ কটকটীয়া কৰিলে। সেয়ে তহঁতৰ ৰণ কৰাৰ সময়টো ঠিক ন'হল। প্ৰজা তহঁতৰ লগত আছিল সচাঁ, কিন্তু তহঁতৰ ৰণৰ বিভিন্ন ব্যৱস্থা সিহঁতৰ তুলনাত অতি নগণ্য আছিল। সেয়ে প্ৰজা সমৰ্থন আৰু ৰণৰ উচিত কাৰণ থকাতো তহঁত জয়ী হ'ব নোৱাৰিলি।

- গোসাঁই ঈশ্বৰে ক'লে।

বাহুৱে প্ৰজাক আৰু আমাক তাৰ লগত ৰাখিব পাৰিছিল—তাৰ শিক্ষা-দীক্ষা, বুদ্ধি-বৃত্তিৰ বাবে। কাৰকাই-ধনুৰে চাহাব খেদিব পাৰিব বুলি

সি আমাক বিশ্বাসো জন্মাইছিল। ৰণুৱাইঁতক মাজত খোৱা ওপৰ শ্ৰেণীৰ মানুহে উচটাই জোল খোৱা কাম নকৰি শেষলৈকে আমাৰ লগত থকা হ'লে দেখিলেহেঁতেন গোসাঁইদেউ, কাৰফাই-ধনু-ঢাল-তৰোৱাল-লাঠী-জোং-শেলেৰে সিহঁতৰ কি অৱস্থা কৰিলোঁহেঁতেন! ৰণৰ কিদিন ফিৰিঙ্গিইঁতে গীৰ্জাঘৰত সোমাই কলঢোপ কলঢোপ কৰি আছিল। গোটেই অঞ্চলটোৰ শাসন আমাৰ হাতত আছিল সেই কিদিন। —চিবচিঙে উত্তেজিত হৈ ক'লে।

মোৰ কিন্তু এটা কথাহে ভাল লাগে। আমি লোৱা পথ, দেৱানে লোৱা পথ, তহঁতবোৰে লোৱা পথ একেটাই। পাৰোঁতে পশ্চিমীয়া চিপাহীক হাত কৰি জিলা কলেক্টৰক বধ কৰিবলৈ চেষ্টা কৰা নাছিলোঁ। নগাঁৱৰ এটা চাহাবক মাৰিলেই উদ্দেশ্য সফল যে নহ'ব, তেতিয়া ভাবিবলৈকে নহ'ল। সিহঁতৰ অনাচাৰ-অত্যাচাৰে আমাক অধৈৰ্য্য কৰি পেলাইছিল।

—ভাগৰ লগাৰ দৰে গোসাঁয়ে লাহে লাহে ক'লে।

আমি কলিয়াপানীত মৰিম। আমি মৰাৰ খবৰো প্ৰজাই নাজানিব, কেৱে আমাৰ হৈ চকুপানী নে'টোকে।

—বনমালীয়ে বেজাৰেৰে ক'লে।

তই তাৰ বাবে অনুশোচনা কৰিছনেকি?

মুঠেই নাই কৰা। ফলাফল কি হ'ব তাকেহে কৈছোঁ। আমি আমাৰ সাধ্যানুসাৰে লগৰীয়াবোৰক জীয়াই থকাৰ সুবিধা কৰিব খুজিছিলোঁ, তাতে আমাৰ সন্তুষ্টি। আমি নোৱাৰিলোঁ, মণিৰামহঁতে নোৱাৰিলে, তহঁতে নোৱাৰিলি কোনোবাই এদিন পাৰিব।

আপুনি ঠিক কথা কৈছে।

আমি সময়-বালিত খোঁজ থৈ আহিছোঁ। কোনোবাই সেই খোজে খোঁজে আগুৱাই আহি গন্তব্য স্থান পাবহি। অৱশ্যে হিংসাৰ পথত খোজ নিদিয়াহে উত্তম উপায় হ'ব।

হিংসাৰ পথ লবলৈ মই কাকে কোৱা নাই। দেশ-মাতৃকাৰ মুক্তি বিচাৰি

খোঁজ দিয়াৰ কথাহে কৈছোঁ। পথ অনুসৰণকাৰীসকলে সময়ৰ লগত মিলাই ঠিক কৰিব প'ৰা কি হ'ব? হিংসাৰ নে অহিংসাৰ? হিংসাৰ পথত খোঁজ দিয়াটো অনুচিত বুলি একেবাৰে কোৱা টান। এনে পৰিস্থিতি, এনে অৱস্থা হয়তো উদ্ভৱ হ'ব পাৰে, য'ত হিংসা বিনে উপায় নাই। লক্ষ্য যদি সাৰ্থক হয়, পথ সময়ে নিৰ্ণয় কৰিব। ইতিহাসে দুগোটা পথেৰে লক্ষ্যস্থানত উপনীত হোৱা হাজাৰ উদাহৰণ দেখুৱাইছে। এনে পৰিস্থিতিও উদ্ভৱ হয়—য'ত হিংসাৰ বাদে অন্য পথ নাই। আমি কি শোষকক মাথোন শোষণ কৰিবলৈ নিৰ্বিবাদে এৰি দি বহি থাকিব লাগিব? আমি কিয় হিংসাৰ পথ লওঁ। কেতিয়াবা নিজক সুধিছনে? মই কিন্তু সুধিছোঁ। সেই সময়ত অন্য পথ নাছিল, ঠিক যেনেকৈ দেৱানহঁতৰো নাছিল, তহঁতৰো নাছিল। আৰ্জী-অনুৰোধ বহুতো কৰিছিলি তহঁতে, কিন্তু ইংৰাজে শোষণ বিনা অন্য চিন্তা কৰিব নোৱাৰিছিল। সেযে তহঁতে বাছি ললি হিংসা পথৰ আমি যেনে, কৈ লওঁ। চিপাহীৰ সহায় আৰু হিংসাৰ পথ।

—কথাৰ মাজতে ৰং চাবৰ মনেৰে গোসাঁয়ে সুধিলে:

বুজিছ বনমালী, তহঁতে কানি খোৱা বন্ধ কৰিলে ভাল পোৱা কথাটো মুখৰেহে কৈছিলি যেন লাগে। আফিঙৰ খেতি বন্ধ কৰোঁতেই তহঁতবোৰ জ্বলি-পকি উঠিলি হ'বপায়?

মিছৈই নহয় গোসাঁইদেউ, আমি প্ৰতিজন ৰণুৱাই, সেনাপতি লক্ষণচিং ডেকা, বাকীহঁতকে ধৰি কোনোৱে কানি মুখত দিয়া নাছিলোঁ। আফিঙৰ খেতি বন্ধ কৰিবলৈ আমি দিনে-ৰাতিয়ে যত্ন কৰিছিলোঁ।

বনমালীয়ে ক'লে।

এৰা, কানিয়ে অসমীয়া মানুহক খুলি খুলি খাইছে। আগৰ কালত অসমীয়া মানুহে কানি খোৱা মানুহক অতি ঘৃণাৰ চকুৰেহে চাইছিল। স্বৰ্গদেউসকলৰ আমোলতো কানীয়াক হীন ব্যৱহাৰ কৰা হৈছিল। গদাধৰ সিংহৰ ৰাজত্ব কালত কোনো দোষৰ শাস্তিৰ বাবে দোষীক বলেৰে কানি খুৱাই শাস্তিৰ বিধান কৰা হৈছিল। আমাৰ ওচৰ-চুবুৰীয়া দেশ

চীনতে পূৰ্বৰ দিনত সৰাতোকৈ বেছি কানিৰ প্ৰচলন আছিল। আমাৰ লগত চীন দেশৰ বাণিজ্য অতি পুৰণিকলীয়া। আনহাতে অসমৰ লগত চীন দেশৰ সম্বন্ধ অতি পুৰণি, আনকি অহা-যোৱাও তেতিয়াৰ পৰাই আছিল। সিহঁতবোৰৰ পৰাই অসমীয়াই কানি খাবলৈ শিকিলে।

—গোসাঁয়ে নিজকে কোৱাদি ক'লে।

পিছে এটা কথা নহয়, আপুনি যে গদাপাণি কোৱঁৰে কানি খাই শাস্তিৰ বিধান দিয়া কথা কৈছে, স্বৰ্গদেউসকলে কানি বৰবিহ বুলি ঘৃণাৰ চকুৰে চোৱাৰ কথা কৈছে, পিছে মই জনাত আহোম ৰজাসকলৰ আমোলতে সম্ভ্ৰান্ত পৰিয়ালৰ ভিতৰতে লুকাই-চুৰকৈ কানিৰ প্ৰচলন হৈছিল !

— বনমালীয়ে ক'লে।

তই ঠিকেই কৈছ ।

গোৰীনাথ সিংহৰ ৰাজত্ব কালতে অসমীয়া সমাজত সকলো অঙ্গতে ব্যাপকভাৱে কানিৰ প্ৰচলন হয়। গোৰীনাথ সিংহ নিজেও এজন গোকাটি কানীয়া আছিল। তেওঁ কানিৰ ৰাগীতেই দিনটোৰ অধিক সময় কটোৱাৰ বাবেই তেওঁৰ শাৰীৰিক, মানসিক শক্তি অতি নিশকটীয়া আছিল। চফল ডেকাকালত ৰজা হৈয়ো ৰাজ কাৰ্যাৰ প্ৰতি মন দিয়াতকৈ বেলতলাৰ পৰা উত্তম বিধৰ কানি ৰজাঘৰলৈ কেনেকৈ আনিব পাৰি, তাৰহে চিন্তা কৰিছিল বেছি। ৰজায়েই যেতিয়া কানীয়া-সোৰোপা, ৰজাৰ পৰাই প্ৰজাই কানি খাবলৈ উৎসাহ আৰু প্ৰেৰণা পাইছিল।

এইজনা ৰজাযেই আহোম ৰাজত্বৰ দুখৰ দিন আগুৱাই আনিলে।

— গোসাঁযে মন্তব্য কৰিলে।

—একালৰ কানীয়া পিছত ৰণুৱাৰ হেঁচাত কানি এৰিব লগা চিবচিঙে তপৰাই মাত লগালে :

কানি যি খোৱা নাই, কানিৰ ৰাগীৰ মহিমা তেওঁ বুজিব কেনেকৈ ? আমাৰ মানুহে প্ৰথমতে কানি পানীত গুলি খাইছিল। তেনেকৈ খালে বৰ বেজাই তিতা লগাৰ বাবে কানি খোৱাত সিমান আৰাম

নালাগিছিল।

নালাগিবতো। পিছত যেতিয়া পাণত ভাজি, টিকিৰা কৰি কানি খোৱা দস্তুৰটো বঙ্গদেশৰ পৰা আমদানি কৰা বৰকান্দাজ বঙালবোৰে শিকাই দিলে, তেতিয়াহে কানিৰ আচল নিচাটো কি অসমীয়াই বুজিলে। নহয় জানো?
—বনমালীয়ে বিদ্রূপেৰে ক'লে।

পাণৰ লগত মোহাৰি কানি হোকাত লগাই ধোৱা খোৱা কি আৰাম। মুঠেই তিতা নালাগে।

চিবচিঙে চকুদুটা জপাই একালৰ কানি খোৱা আমেজটো উপলব্ধি কৰিবলৈ যত্ন ক্ৰিলে।

থ,—থ চিবচিং, তইতে একালৰ মহাকানীয়া আছিলি। কানি খাই খাই জানো তইতে সৰ্বনাশ কৰা নাই—তইতৰ ঘৰৰ, সমাজৰ, সকলোৰে?

বনমালীয়ে চিবচিঙক আৰু কানিৰ গুণ বখনাত বাধা দিলে। সি নিজকে কোৱাদি কৈ গল ঃ

কানিয়ে অসমীয়া মানুহক এলেহুৱা, সোৰোপা কৰিলে।

সেযেতো তইতৰ কথা মতেইটো আমি কানি খাবলৈ এৰিলোঁ, আফিং খেতি কৰিবলৈ এৰিলোঁ। পূৰ্বৰ কথাহে মই দোহাৰিছোঁ, তাতেই তই বেয়া পালিনে?
—চিবচিঙে কথাৰ সুৰ সলাই ক'লে।

আহোম স্বৰ্গদেউসকলে কানি খাইছিল বুলিয়েই কানি বৰবিহ নহয বুলি মই কোৱা নাই। এই কানিয়েই অসমীয়া সমাজক হেজাৰ বছৰ পিছুৱাই ৰাখিলে। বৰকান্দাজহঁতে অসমীয়া মানুহক একমাত্ৰ কানি খাবলৈ শিকোৱাযেই নেৰিলে, সিহঁতে আফু খেতি কৰাৰ সকলো পদ্ধতিও শিকাই দি প্ৰবল প্ৰতাপী অসমীয়া জাতিক একেবাৰেই পঙ্গু কৰি পেলালে। মোৱামৰীয়া বিদ্ৰোহৰ সময়ৰে পৰা সিহঁতে নানান বেশেৰে অসমত সোমাই অসমীয়া মানুহক নগুৰ-নাগতি কৰি জোলোকা-জোলোকে শিকাইছিল। গৌৰীনাথ সিংহই আচলতে অসমীয়া প্ৰজাৰ বেছি অন্যায় কৰিলে। ১৭১৫ শকত

বঙ্গদেশৰ পৰা আফু গুটি অনাই বেলতলাত সদৰিকৈ কানি খেতি কৰোৱাই অসমীয়াক বধিলে। তেওঁৰ ৰাজত্ব কালতেই গোটেই অসমতে আফু খেতিৰ প্ৰচলন হয়। আৰু অসমীয়া ল'ৰা-বুঢ়া, ডেকা-গাভৰু সকলোৱে কানি খাবলৈ আৰম্ভ কৰে। কানি বৰ উপকাৰী বস্তু বুলিয়েই প্ৰথমেই তাৰ খেতি কৰা হৈছিল। মোৱামৰীয়া বিদ্ৰোহ দমন কৰিবলৈ অসমলৈ অহা কাপ্তান ওৱেলচ চাহাবৰ বহুত সৈন্য জহনি আৰু গ্ৰহণীত মৰে। কোনো কোনো ইংৰাজ সৈন্যৰ লগত আফিং থকাৰ কাৰণে তাৰ দ্বাৰা বহুত মানুহ আৰোগ্য হয়। সেই কাৰণে কানি বৰ উপকাৰী বুলি সেই সৈন্যবিলাকৰে কাৰোবাৰ পৰা গুটি লৈ প্ৰথমে তাৰ খেতি কৰা হয়। তেতিয়াৰ পৰা কানিৰ ব্যৱহাৰ বহল ভাবে হ'বলৈ ধৰিলে। ইংৰাজ সৈন্য অহাৰ আগতে বেপাৰ কৰা মানুহৰ যোগে বঙ্গাল দেশৰ কানি অসম দেশত প্ৰকৃত দৰৱ ৰূপে ব্যৱহাৰ হৈছিল। খেতি নাছিল। আদিতে ঔষধ বুলি ডাঙৰ লোকেহে খাইছিল; পিছত ভাগৰ বস্তু বুলি পৰিগণিত হোৱাত সকলোৱে ব্যৱহাৰ কৰিবলৈ ধৰিলে। কানি ৰোগ-নাশক দৰৱ বুলি সোমাই এতিয়া ৰোগৰ কাৰণ হৈ অসমীয়াক খুলি খুলি খাইছে।

—কানি সম্পৰ্কে গোসাঁই ঈশ্বৰে দীঘলথাকৈ ক'লে।

খৃঃ ১৮৫৩ চনত অসমৰ মুঠ জনসংখ্যাৰ চাৰি ভাগৰ তিনি ভাগেই কানি খাইছিল বুলি মিলচ চাহাবে তেওঁৰ প্ৰতিবেদনত উল্লেখ কৰাৰ কথা বাহুৱে মেলত কৈছিল। চাওকচোন বাৰু অসমীয়া মানুহক কানিয়ে কেনেকৈ সৰ্বস্বান্ত কৰিছিল।

—বনমালীয়ে ক'লে।

আফুগুটিৰ পৰা হোৱাৰ কাৰণে কানিৰ অন্য এটা নাম আফিং। আফিং কাপোৰত লগাই তৈয়াৰ কৰাৰ বাবেই অসমত ইয়াৰ নাম কানি। কোনো কোনোৱে কেপাকানি বুলিও কয়। কোমল পাণ কুটি জুই-তাপত কানি ভাজি জুলিয়া কৰি দুয়োকে মিহলাই মলা-ধপাত খোৱাৰ নিচিনাকৈ হোকাৰ মূৰত টিকিৰা কৰি খাবলৈ বৰ আৰামদায়ক। কানিৰ লগত

দৈ গাখীৰ আৰু অন্যান্য তৃপ্তি লগোৱা মাংস আদি উপাদেয় বস্তুৰ ভাজিবে খাবলৈ আৰু মজা। সেয়েহে ইমানবোৰ মানুহে কানি খাইছিল।
—একালৰ অভিজ্ঞ কানিয়া চিবচিঙে কানি খোৱা মানুহৰ সংখ্যা বৃদ্ধি হোৱাৰ নতুন কাৰণ বিচাৰি পোৱাৰ দৰে ক'লে।

সেয়ে কানীযাই ঘৰৰ সকলো বয়-বস্তু বেচি উদং কৰিছিল অকণমান কানিৰ কাৰণে। আনকি তিৰোতাৰ হাতৰ-কাণৰ গহনা, গোহালিৰ গৰু, স্থাবৰ-অস্থাবৰ সা-সম্পত্তি বেচি কানিৰ লগতেই শেষ কৰিছিল। চুৰি-চাতুৰী বাঢ়িছিল। কানিৰ কাৰণে নিজৰ লৰা-তিৰোতাকো বেচি দিছিল।
—মস্কৰা কৰাৰ ভাবত বনমালীয়ে চিবচিঙৰ কথা মুখতে ক'লে।

লাহে লাহে ই সমাজত পঞ্চামৃত আৰু সৰ্বশুদ্ধি স্বৰূপে প্ৰচলন হ'লহি। পেটৰ কামোৰ, মূৰৰ কামোৰ, সূতিকা, লৰা-ছোৱালীৰ বিভিন্ন বেমাৰৰ দৰৱ হিচাবেও ব্যৱহৃত হ'ল। কানি নহ'লে সমাজ অচলা প্ৰায়। পানীকেচুৱাই কান্দিলেও মাকহঁতে কানি খুৱাইহে শুৱাই থৈছিল। বেমাৰ প্ৰতিকাৰ বিচাৰি গণকৰ ওচৰলৈ গলেও চাৰি-পাঁচজন ভকতক মাতি কানীয়া সেৱাৰ লেঠা ভাঙিবলৈ উপদেশ দিছিল। আনকি গোপিনী সবাহতো আই-বাই সকলোৱে মিলি কানি খালেহে সবাহৰ গুণ ধৰে বুলি মানুহৰ ধাৰণা হৈছিল। সকলো ক্ষেত্ৰতে কানি মুকলি-মূৰীয়াকৈ সামূহিকভাৱে সৰু বৰ ভেদ নোহোৱাকৈ অবাধ সেৱন কৰিছিল। কানিয়েই সকলো কথাৰে মূল বস্তু হৈ অসমীয়া সমাজক ধ্বংসৰ শেষ শিখৰত উপনীত কৰাইছিল।
—গোসাঁই ঈশ্বৰে ক্ষোভেৰে ক'লে।

সেয়ে ১৮৬১ চনত চৰকাৰে আইন কৰি আফু খেতি কৰাটো সম্পূৰ্ণ বন্ধ কৰাত আমি অতিকৈ আনন্দিত হৈছিলোঁ। আমি সকলো ৰাইজক, প্ৰজাক তেওঁলোকে কানি খোৱা বন্ধ কৰিবলৈ আৰু আফু খেতি নকৰিবলৈ কৰা চেষ্টাত এই আইনখন সহায়ক হ'ব বুলি আনন্দ প্ৰকাশ কৰিছিলোঁ। কানি খোৱা বন্ধ হ'লে, আফু খেতি কৰা বন্ধ হ'লে অৱস্থা ভাল হ'ব বুলি তেওঁলোকে বুজিছিল। সেয়ে সকলোৱে

—ইয়াক স্বাগত জনাইছিল ।

বনমালীয়ে কথাৰ মোখনি মাৰিলে ।

আমি কানিয়া প্ৰজাক বিদ্ৰোহত জৰিত কৰিবলৈ আফু খেতি বন্ধ কৰা চৰকাৰৰ অনুচিত কাৰ্য্য হৈছে বুলি উচটনি দিয়া ব্যৱস্থা বিদ্ৰোহৰ কৌশল হিচাবেহে ব্যৱহাৰ কৰিছিলোঁ ।

—চিবচিঙে বনমালীৰ কথাত কিছু যোগ দিলে ।

—গোসাঁয়ে নিজকে কোৱাদি ক'লে ঃ

ইংৰাজ চৰকাৰৰ অসমীয়া প্ৰজাৰ ওপৰত কৰা অবৰ্ণনীয় নিষ্পেষণ আৰু নিৰ্য্যাতন, কৰ-কাটলৰ হেঁচা বাহুজে কেঁকো-জেকোঁকৈ ব'ব নোৱাৰি ইংৰাজৰ বিৰুদ্ধে কৰা এয়া প্ৰথম কৃষক-বিদ্ৰোহ ।

দেৱানৰ বিদ্ৰোহৰ আঁচনি ফলৱতী নহ'ল, তইতো জয়ী নহলি । কিন্তু এই বিদ্ৰোহৰ জুই মুনুমায়, ই জ্বলিবই জ্বলিব । এদিন চাহাবহঁত এই দেশ এৰি যাবই লাগিব ।

কিন্তু কথা হ'ল কেতিয়াকৈ ?

## উনত্ৰিংশ

কৰ্কালৰ খোচনত স যত্নে অনা গোসাঁইৰ চিঠিখনত তাৰ হাতটো লাগিলত খচখচকৈ উঠিল। হঠাৎ তাৰ মনত পৰি গ'ল গোসাঁইলৈ, চেলুলাৰ ফেলৰ অসমীয়া কিটাকৈ। আচল ৰণৰ দিনটোৰ কথা কওঁতে আটাযে চকুৰ পলক নেপেলোৱাকৈ শুনিছিল তাৰ বৰ্ণনা। সেইবোৰ কথা তাৰ স্মৃতিত ভাঁহিবলৈ ধৰিলে।

সেইদিনা সেই ৰণ গাৰ নোম শিয়ঁৰি উঠা ভয়াবহ মেলৰ ছবস্ত ছবি কেনকৈ দাঙি ধৰিম— গোসাঁইদেউ! মনত পৰিলেই চকুপানী বাগৰি আহে। অসমীয়া মানুহৰ সাহ-পিত, ধৈৰ্য্য মেলৰ কিদিন যি দেখিলোঁ—এইটো জাতি কেতিয়াও নমৰে. ইহঁত বান-ভগদত্ত-চুকাফা জাত। —চকুহাল বৰকৈ মেলি দি বাহুৰে গোসাঁই, কমলা বৰুৱালৈ চাই ক'লে।

তহঁতবোৰৰ কথা প্ৰজাই মানি লৈছিল আৰু তহঁতবোৰে প্ৰজাক বিশ্বাসত লব পাৰিছিলি, সেয়া বুজিছোঁ। সকলো প্ৰজাক লগত লৈ তহঁতে কেনেকৈ ধেৰা কৰিলি, বিতংকৈ কচোন—মনটো অন্ততঃ উৎফুল্ল হওক! ইয়াৰ পৰাই সিহঁতবোৰক মূৰ দোৱাই প্ৰণাম জনাইচোঁ। —গোসাঁই ঈশ্বৰে ক'লে।

ডা-ডাঙৰীয়া ওপৰ শ্ৰেণীৰ দুই চাৰিজনৰ বাহিৰে বাকীসকল আমাৰ লগত আছিল। চিৰচৰিত ৰজা-পোৰালিহঁতৰ বহাগী মেলাবোৰত পুনৰ যুদ্ধ শিক্ষা ব্যাপক ভাবে দিয়া হ'ল। বহাগ মাহত ৰাইজৰ উপকাৰৰ অৰ্থে হোম-সবাহ পতাৰ কথা জানেই! ৰণুৱাই প্ৰয়োজন হ'লে প্ৰাণ আহুতি দিবলৈ এই হোম-সবাহবোৰতে আশীৰ্বাদ ললে। লক্ষ্মণ চিং সেনাপতিৰ অধীনত আমি ৰণুৱাবোৰ আকৌ সাজু হৈ উঠিলোঁ ৰণৰ কাৰণে। নতুন নতুন কৰ-কাটলে ৰাইজক বেছিকৈ জুকলা কৰিলত বিশেষকৈ আফিং

খেতি সম্পূৰ্ণে বন্ধ কৰি দিলত, বাৰী-পাণৰ ওপৰত কৰ লগাব বুলি জনৰৱ উঠাত নতুনকৈ আয়কৰ, টিকট-মোহৰৰ ব্যৱহাৰ চলন্তি কৰাত প্ৰজা বিদ্ৰোহী হ'ল আৰু প্ৰজাই আমাক সহায়ৰ হাত আগবঢ়ালে। এইবোৰ আপোনালোকক কৈছিলিয়েই।

~~অ' সিদিনা ওই এহেজাৰ প্ৰজাই কিবাৰ বৰচাহাবক আৰ্জী~~ দিয়াৰ ~~কথা কৈছোঁয়েই~~ ।

অ' সিদিনা ওই এহেজাৰ প্ৰজাই বৰচাহাবক আৰ্জী দিয়াৰ কথা কৈছিলিয়েই।

—গোসাঁয়ে ক'লে।

ক'ত আৰ্জী দিব পাৰিলে? সোপাকে প্ৰজাক থানাত বন্ধ কৰি ৰাখি নগুৰ-নাগতিহে কৰিলে। তথাপি আকৌ ৬১ চনৰ অক্টোবৰ মাহৰ ৯ তাৰিখে গাওঁবুঢ়াসকলে আৰু মুখিয়াল লোকসকলে একত্ৰিত হৈ আফিং খেতি বন্ধ কৰাৰ বিৰুদ্ধে আৰু ঘৰ-বাৰী, পাণৰ ওপৰত প্ৰস্তাবিত কৰৰ বিৰুদ্ধে লিখিত আপত্তি বৰচাহাবক জনালে। বৰচাহাব স্নচে এইসকলক যি বুজনি দিলে, তেওঁলোক মুঠেই সন্তুষ্ট নহ'ল। আৰ্জী আৰু প্ৰাৰ্থনাৰ দ্বাৰা একো কাম নহ'ব বুলি সেইসকলে বুজি আহিল। আমাৰ ভালেই হ'ল; সেইসকল আৰু বণুৱাসকলে ঠিক কৰিলে ১৫ অক্টোবৰৰ পৰা একে লেঠাৰিয়ে পাঁচ দিন ধৰি ফুলগুৰিত মেল বহিব আৰু নিজৰ বিভিন্ন অসুবিধাৰ কথা খৰচি মাৰি আলোচনা কৰিব। তাতে আগলৈ কি কৰা হয় ঠিক কৰা হ'ব।

হেৰ' একেলাটে পাঁচ দিন মেল?

অ' তেতিয়াহে চুকে-কাণে থকা প্ৰতিখন গাঁৱৰ প্ৰতিজন মানুহে অংশ লব পাৰিবহি।

—হেবেৰাই উত্তৰ দিলে।

তাৰ পিছত আমাৰ খাৱন-শোৱন নোহোৱা হ'ল। প্ৰতিজন বণুৱাক বিভিন্ন অঞ্চলৰ মানুহক নিমন্ত্ৰণ কৰিবলৈ ভাগ কৰি দিয়া হ'ল। আৰু এজাকক মেলৰ ঠাই পৰিষ্কাৰ কৰি সৰহীয়া মানুহৰ কাৰণে সকলো ব্যৱস্থা

কৰিবলৈ দায়িত্ব দিয়া হ'ল।

১৪ অক্টোবৰৰ পুৱাই মুখিয়াল লোকসকলক উপস্থিত হ'বলৈ জনোৱা হ'ল। কোনোবা চুৰে গৈ চাহাবহঁতক এইবোৰ খবৰ দিলেগৈ। ১৪ তাৰিখে আবেলি জিলাৰ এজন দাৰোগা আৰু পল্টন দুজন আহি বৰচাহাবৰ হুকুম শুনালেহি—বোলে তাত থকা মুখিয়াল লোক-সকল সেই ঠাই এৰি তুৰন্তে যাব লাগে।

পিছত তহঁতে কৰিলি কি?

—ইমান সময় মনে মনে থকা কমলা বৰুৱাই সুধিলে।

আমাৰ গুলোটাকৈ সুবিধাহে হ'ল। আমিবোৰে ঠিক কৰিলোঁ-আমিটো নাযাওঁৱেই সেই ঠাই এৰি, পিছৰ দিনৰ পৰা হ'ব লগা মেলৰ কোনো প্ৰজাই যাতে চাহাবৰ হুমকি খাই মেল-খলি নেৰে, তাৰ বাবে ৰণুৱাক মেলুৱৈৰ মাজে মাজে সোমাই মেলুৱৈসকলক সাহস যোগাবলৈ ব্যৱস্থা কৰি পেলালোঁ।

১৫ অক্টোবৰ দিনা ৰহা-ব্ৰাৰপূজীয়া আৰু চাপৰি অঞ্চলৰ উপৰিও কামপুৰ-যমুনামুখ আদিৰ এহেজাৰ মেলুৱৈ গোট খালেহি। বন্দুক-বাৰুদ, জাঠি-জোং কোনো প্ৰজাৰ হাতত নাই। প্ৰতিজনৰ হাততে একোডাল লাঠী আৰু বেচি ভাগৰে মূৰত পাগুৰি অৱশ্যে আছিল। মেলত কৰ-কাটলৰ চেঁচা, চৰকাৰে কৰা অন্যায়-অত্যাচাৰৰ বিষয়ে আলোচনা হৈ থাকোতেই এদল পল্টন এজন দাৰোগাসহ আহি পুনৰ মনুহবোৰক সেই ঠাই এৰি যাবলৈ বৰচাহাবৰ হুকুম শুনালেহি। মেলুৱৈসকলে নিজৰ ভিতৰত নিজৰ অসুবিধা সুবিধাৰহে কথা পাতিছে; সেয়ে তেওঁলোকে সেই ঠাই এৰি নাযায় বুলি খাটাঙকৈ জনাই দিলে॥ বেচেৰাহঁতে অ'তবোৰ প্ৰজা দেখি ভয়তে একো নকৰি উভতি গৈ বৰচাহাবক সকলো কথা জনালেগৈ। মেল সেইদিনা সুকলমেই পাৰ হ'ল। মানুহো লাহে লাহে বেছি হ'বলৈ ধৰিলে। ১৬ অক্টোবৰৰ দিনাও দাৰোগা-চিপাহী আহি প্ৰজাক ছত্ৰভঙ্গ কৰিব নোৱাৰি উভতি গ'ল। ১৭ অক্টোবৰ। আগৰ দৰে ফুলগুৰি হাট-

খোলাৰ কাষতে কলং নদীৰ পাৰত তিনিজোপা ডাঙৰ আঁহত গছেৰে আবৃত ঠাইখনতে মেল বহিছিল। আঁহত গছ কেইজোপাৰ কেউফালে মানুহবিলাক তিনি জুম হৈ বহিছিল। বিভিন্ন জনে প্ৰজাৰ সন্মুখত দেখা দিয়া সমস্যাৰ আলোচনা কৰি আছিল। আগৰ দৰে দাৰোগা এজনে সৰহীয়া পল্টন আনি মেলত উপস্থিত হ'লহি। সাহস কৰি কেবাজনো মুখিয়াল মেলুৰৈক বন্দী কৰিলে। কাতি লালুং, কলি ডেকাকো সিহঁতে বন্দী কৰিলে। লক্ষণ চিঙৰ ইঙ্গিতত ৰণুৱা এজাক সিহঁতৰ ওপৰত জপিয়াই পৰি আটাইকে দাৰোগা-পল্টনৰ হাতৰ পৰা কাঢ়ি আনিলে আৰু সিহঁতক এশিকনী দিয়াও হ'ল। সেইদিনাই গুপুতে জনোৱা হ'ল, যাৰ হাতত বন্দুক-বাৰুদ আছে, লুকুৱাই পিছদিনা মেললৈ লৈ আহিব লাগে।

হেৰ' পল্টনহঁতৰ হাতত জানো বন্দুক-বাৰুদ নাছিল ?

—গোসাঁয়ে সুধিলে।

আছিল ; কিন্তু অ'ত প্ৰজাৰ গচকত মৰাৰ ভয়তে সেইবোৰ নোটোৱাই লাহেকৈ প্ৰস্থান কৰিলে। আমাৰ সাহস বাঢ়িল। মাউথে উটিলে পকুৱাৰ মৰণ নাই—বুলি প্ৰজাই ধাৰুকৈয়ে বুজিলে।

—ৰূপচিঙে ক'লে।

প্ৰজাৰ হাতত লাঞ্ছিত হৈ দাৰোগাহঁতে সাতখন-আঠখনকৈ বৰচাহাবক লগালেগৈ। বাৰে বাৰে মেলৰ পৰা আঁতৰি যাবলৈ দিয়া বৰচাহাবৰ নিৰ্দেশ প্ৰজাই অমান্য কৰাত আৰু মেল শেষৰ দিনলৈকে চলাই যোৱাৰ সিদ্ধান্তৰ কথা জানি নগাঞাইহঁতৰ এনে দুঃসাহস হ'ল বুলি বৰচাহাবৰ লেফটেনেণ্ট স্কনচ খণ্ডত জ্বলি-পকি হাত-মূৰ এচাৰি একো নাই হ'ল। জিলাধিপতি নিজে ফুলগুৰিলৈ গৈ প্ৰজাক আফু খেতি উঠোৱাৰ বিষয়ে বুজনি দিবলৈ চাহাবে খবৰ পঠালে। এয়া চাহাবে প্ৰজাক চলিবৰ ব্যৱস্থাহে কৰিছে বুলি আমি বুজি পালোঁ। ১৮ অক্টোবৰ। মেলত হাজাৰ হাজাৰ মানুহ। বিৰ দি সন্ধি পাবলৈ নাই। তিনিটা ভাগত ভাগ হৈ প্ৰজাই মেলুৰৈৰ কথা শুনিছে। এনেতে.........

তোমালোকেচোন চিঙ্গাৰ চাহাবক মৰাৰ কথাহে কৈছিলা ; এতিয়া-চোন স্কনচ্ চাহাব আহিব বুলি ক'লা ?

—বাস্তুৰ কথাৰ মাজতে বাহাদুৰ গাঁওবুঢ়াই সুধিলে।

নহয় ককাই, শুনকচোন—মই কৈছোৱেই নহয়! সৌভাগ্যইনে দুৰ্ভাগ্যই স্কনচ্ নিজে মেললৈ নাহি নগাঁৱলৈ নতুনকৈ কেদিনমানৰ আগতে বিলাতৰ পৰা অহা ডেকা চোট-চাহাব লেফটেনেণ্ট চিঙ্গাৰকহে মেললৈ পঠালে। চিঙ্গাৰ চাহাব হাতীত উঠি আবেলি সময়ত গোড়া পল্টন, চিপাহী-চন্তৰি লৈ মেলৰ ওচৰ পালেহি। অসমীয়া মানুহৰ আৱ-ভাৱ, আচাৰ নীতিৰ লগত একেবাৰে অপৰিচিত চাহাবজনে আহি দেখা পালেহি তিনি-চাৰি হেজাৰ মানুহ গোট খাই আছে, আৰু প্ৰায় সকলোৰে হাতে হাতে লাঠি। কেইজনমান বয়সীয়া মেলুৱৈৰ লগত কথা-বতৰা পাতি প্ৰজাই হাতৰ লাঠিবোৰ পেলাই তাৰ পৰা আঁতৰি যাবলৈ চাহাবে হুকুম কৰিলে। কিছুমানে হুকুম মানি লাঠিবোৰ মাটিত থলে, বেছি ভাগেই হুকুম অমান্য কৰিলে। চিঙ্গাৰ খঙত জ্বলি-পকি চিপাহীক লাঠিবোৰ কাঢ়ি আনিবলৈ হুকুম কৰিলে। প্ৰথম জুম মানুহৰ পৰা লাঠিবোৰ কাঢ়িও আনিলে। চিঙ্গাৰে নিজেও মানুহৰ হাতৰ পৰা লাঠি কাঢ়িবলৈ ধৰিলে। চাহাবৰ সেই কাৰ্য্যত সকলো মানুহে অত্যন্ত অপমান অনুভৱ কৰিলে আৰু খঙত উগ্ৰমূৰ্ত্তি ধৰিলে। মই মানুহবোৰক লাঠি নেপেলাবলৈ চিঞৰি অনুৰোধ কৰিলো।

চাহাবটোনো ইমান নিৰ্বোধ আছিলনে? হাজাৰ হাজাৰ মানুহক জোৰেৰে দমন কৰিব পাৰিব বুলি ভাবিছিল। সি অসমীয়া মানুহৰ হোজা ধৰণ-কৰণ দেখি ভিতৰত থকা আচল মানুহটোৰ উমানকে কৰিব নোৱাৰিলে। অসমীয়া ভালত ভাল বেয়াত কাল—বেচেৰা চাহাবে নেজানিলেই। —কমলা বৰুৱাই ক'লে।

অকল সিমানেইনে? চিঙ্গাৰৰ হুকুম অমান্য কৰিবলৈ প্ৰজাক উচটনি দিয়া বুলি মোক আৰু কলি ডেকাক হলধৰ দাৰোগাৰ হুকুমত

চিপাহীয়ে বন্দী কৰিলে। মই বন্দী অৱস্থাৰে চিঞৰি চিঞৰি লাঠি পেলাই দি মেল এৰিব খোজা প্ৰজাক সম্বোধন কৰি কবলৈ ধৰিলোঁ:

তেনেহলে অসমীয়া মানুহৰ সাহ পিত ইমানেই নে? এতিয়া আমাক চিপাহীৰ হাতত এৰি থৈ প্ৰজা যাবলৈ ওলাল!

মানুহ সচকিত হ'ল; প্ৰজাৰ সম্বিত ঘুৰি আহিল আৰু চাহাব, চিপাহী আৰু আমাক সকলোকে আচৰিত কৰি প্ৰজাই চিঞৰি চিঞৰি ক'লে: সেইটো কেতিয়াও নহ'ব। আমি কেতিয়াও লাঠি পেলাই ইয়াৰ পৰা গুচি নাযাওঁ। মেল শেষ কৰিছে উলটিম।

চাৰিওফালে ধৰ-ধৰ মাৰ-মাৰ শব্দ হ'ল। প্ৰজা উত্তেজিত হ'ল। চিপাহী-চাহাব থকাৰ ফালে প্ৰজাই লাঠি দাঙি চোঁচা ল'লে। ইতিমধ্যে চিঙ্গাৰে ২য় জুম মানুহৰ মাজত থকা মৈৰাচিঙৰ লাঠি-ডাল কাঢ়িবলৈ টনা-আজোৰা কৰিছে। চাহাবে টানে ইফালে, মৈৰা-চিঙে টানে সিফালে। টনা-আজোৰা মো'ৰ ওচৰতে হৈছিল। মোক আৰু কলিক সোঁহাতত ধৰি থকা চিপাহী দুটাই অৱস্থা দেখি ভয় খাই-ছিল। এই সুবিধাতে মই ধৰি থকা অৱস্থাতে চিপাহীটোক চোঁচৰাই নি বাওঁহাতেৰে চাহাবৰ মুখত এটা প্ৰচণ্ড খোচা মাৰি দিলোঁ আৰু চাহাব লেং খাই পৰোঁ পৰোঁ অৱস্থা হ'ল। প্ৰজাৰ সাহস দুগুণে বাঢ়িল। এনে অৱস্থাতে কোনোবা ফালৰ পৰা লৰি আহি ৰাবৰ ডেকা চাহাবৰ মূৰত লাঠিৰে আঘাত কৰিলে। চাহাব পৰি গ'ল। আধামৰা চাহাবক চাংবৰ লালুং আৰু বিভিন্নজনে লাঠিৰে প্ৰহাৰ কৰিবলৈ ধৰিলে। মই একে আজোৰে মুক্ত হৈ এজনৰ পৰা এডাল লাঠি টানি আনি চিপাহীৰ ওপৰত লাঠি চালনা আৰম্ভ কৰিলোঁ। কলিতে কাণ্ড মুক্ত হ'ল। মানুহবোৰ বিশেষকৈ বনুৱাবোৰে মোক দেখি চিপাহীৰ ওপৰত জপিয়াই পৰিল। ভীষণ লাঠি-যুদ্ধ হ'ল। তিনিজন চিপাহী ঘটনা-স্থলতে মৰা পৰিল। আধা মৰা চিঙ্গাৰক টানি চোঁচৰাই নি কলং নৈত উটুৱাই দিয়া হ'ল। কিছুমান পল্টনে চাহাবক পানীত পেলাই দিয়া কলঙৰ ফালে লক্ষ্য

কৰি মানুহৰ জুনৰ মাজলৈ  যাৱে-সোঁৱে গুলীয়াবলৈ ধৰিলে। প্ৰজাৰ ফালৰ পৰাও লুকুৱাই অনা বন্দুকৰে পল্টনৰ ফাললৈ এলোটাই গুলী কৰিবলৈ ধৰিলে। ৰণুৱাৰ লাঠি চালনাৰ কৌশলত পল্টনে চম্ভালিব নোৱাৰি নগাঁও চহৰৰ ফালে পলাই পত্ৰং দিলে।

—বান্থৰ কথাৰ মাজতে গোসাঁয়ে সুধিলে।

বোধহয় অনেক প্ৰজা ঘটনা স্থলীতে মৰিল?

বহুতো মানুহ আহত হয়, দুজন বন্দুকৰ গুলী লাগি থিতাতে মৰে। লগে লগে তেওঁলোকক ৰণুৱাই আঁতৰাই লৈ গ'ল।

—চিবচিঙে ক'লে।

তেতিয়া অলপো পলম নকৰি জিলাৰ খাৰ-ঘৰ আৰু ট্ৰেজাৰী দখল কৰিবলৈ কলঙৰ দুয়ো পাৰে দুদল আৰু অন্য এটা সৰু দলে ৰহা থানা দখল কৰিবলৈ আগবাঢ়ি গ'ল। ৰহা থানা দখল কৰিবলৈ যোৱা দলটোৱে থানা দখল কৰিলে। চিপাহী কিটাই তিষ্ঠিব নোৱাৰি পলাল। থানাৰ দাৰোগা গোলাপ চিঙক লাঠিৰে কোবাই আধা মৰা কৰি কলঙত উটুৱাই দিলে।

নগাঁও চহৰলৈ কলঙৰ উত্তৰ পাৰে যোৱা দলটো চিঙ্গাৰ চাহাবক উদ্ধাৰ কৰিবলৈ অহা পল্টনৰ লগত শেনচোৱা আগৰ ডিমৌ বিলৰ কাষত ভেটাভেটি হৈ গুলীয়া-গুলী লাগে। সেই খণ্ড-যুদ্ধত বৰবা আটিৰ চোৰাবৰ লালুঙৰ ইংৰাজ চিপাহীৰ গুলীত মৃত্যু হয়। এঘাৰজন গুলীত জখম হয়, বাকীবোৰ পলাই সাৰে। এই দলটোৰ নেতৃত্বত আছিল সেনাপতি লক্ষণ চিং ডেকা নিজে। কলঙৰ দক্ষিণ পাৰে উজাই অহা দলটোৰ লগত আছিলোঁ মই। ঘাঁহী গাঁৱৰ ওচৰত ইংৰাজ চিপাহীৰ লগত তুমুল ৰণ হয়। এই ৰণত আমাৰ পাঁচজন আৰু ইংৰাজ পল্টনৰ ৬জন মৃত্যু মুখত পৰে আৰু বহুতো আঁহত হয়। বাকী ৰণুৱা পিছুৱাই প্ৰাণ ৰক্ষা কৰিবলৈ বাধ্য হয়। সেই দিন ধৰি আমি আৰু ঘৰলৈ উভতিব পৰা নাছিলোঁ। ধৰা পৰাৰ আগলৈকে অনাই-বনাই ফুৰিছিলোঁ। ঘৰলৈ অহাৰ দিনা ৰাতিয়েই বন্দী হ'লোঁ। সেই দিনটোৰ কথা মনত

পৰিলে কলাফুল কলা পৰি যায়।

—সি কিছুপৰ মনে মনে থাকি আকৌ ক'লে :

গুৱাহাটী, তেজপুৰ, যোৰহাটৰ পৰা সৈন্য সাহায্য বিচাৰে চাহাবইতে। ২০ অক্টোবৰৰ দিনা দিয়া কাপ্টান কেম্পবেল চাহাবে তেজপুৰৰ পৰা ৫০ জন সৈন্য লৈ নগাঁও পায়হি। ২১ তাৰিখে গুৱাহাটীত থকা কমিচনাৰ মেজৰ হপকিন্সন চাহাবে জাহাজেৰে ১০০ নিপুণ গোড়া পল্টন নগাঁৱলৈ পঠালে। এই কিদিন এই সমুদায় অঞ্চলটো আমাৰ অধীনত আছিল।

চিঙ্গাৰ চাহাবক বধ কৰাৰ চাৰি দিনৰ পিছত চাহাবইতে ফৌজ লগত লৈ ফুলগুৰিত মেল কৰি থকা নিৰস্ত্ৰ মেলুৰৈক ফৌজৰে আগুৰি ধৰি মেলতে নিৰ্মমভাৱে গুলী কৰি বিনা দোষতে অজস্ৰ লোকৰ মৃত্যু ঘটালে। আগবঢ়া জাতি বুলি দাবী কৰা চাহাবইতৰ বাৰণে ই অতি লাজৰ বিষয়। মেলুৰৈৰ শ-বোৰ গেলি-পচি নোযোৱালৈকে ইহঁতে আত্মীয়-স্বজনক শ-বোৰ আতৰ কৰিবলৈ দিয়া নাছিল। এই ঘটনাৰ পিছত গোড়া আৰু দেশীয় চিপাহীবোৰ ফুলগুৰিত ৬ মাহলৈ ছাউনী পাতি নিগাজীকৈ বহি লৈ গোটেই অঞ্চলটোত যি নিদাৰুণ আৰু অবৰ্ণনীয় অত্যাচাৰ চলালে এক কথাৰে কৈ বুজাব নোৱাৰিম। এই অত্যাচাৰ মানৰ আক্ৰমণৰ সময়ৰ অত্যাচাৰৰ লগতহে তুলনা কৰিব পাৰি।

—টকু ঢুলঢুলীয়া হোৱা বাস্তৱ কথা শেষ নৌ হওঁতেই গোসাঁয়ে ক'লে :

এবা দে, কৃষক প্ৰজাৰ উপকাৰৰ অৰ্থে তহঁতবোৰে যি কৰিলি, অসমীয়া মানুহৰ হৈ তহঁতে যি খিযাতি আৰ্জিলি, চন্দ্ৰ-দিবাকৰ থাকে মানে মানুহে সোঁৱৰণ কৰিব।

পাব ডব্বাটোৰ সকলোৱে কাপোৰকানি চপাই গোটাই লোৱা দেখি সি ওচৰৰ জনৰ পৰা সুধি লৈ জানিলে বঙাইগাওঁ পোৱা বুলি আৰু ইয়াতে ইখন ৰেল এৰি আনখন ৰেলত উঠিব লাগিব। তাৰ বয়-বস্তু নায়েই, গতিকে সি নিচিন্তে আগৰ ঠাইতে বহি ৰ'ল নিৰ্দিষ্ট সময়ৰ অপেক্ষাত। ৰেলখনে ঘনাই ঘনাই দীঘলকৈ উকিয়াইছে। বোধ হয় বঙাইগাওঁ পালেহি। — সি ভাবিলে।

ত্ৰিশ

এইখন ৰেলৰ যাত্ৰীবোৰ অসমীয়া মানুহ। যাত্ৰীৰ ভিৰ তেনেই পাতল। মনটো তাৰ মুকলি মুকলি লাগিছে। সি সঁচাই তাৰ ঘৰখন পাবগৈ, মৰমৰ জোনাকীকো পাবগৈ। বীৰচিঙৰ ভড়ালত লুকাই থাকোতে বনমালীয়ে কৈছিল, জোনাকীৰ কপাল উকা হোৱা কাম কৰিছোঁ বুলি। ৰণৰ পিছত ভঁৰালত লুকাই থকা দিনৰ কথাবোৰ তাৰ মনত পৰি গ'ল— এটা এটাকৈ।

শুনিছনে বনমালী, টোপনি গ'ল নেকি?

—বাহুৰে বনমালীক লক্ষ্য কৰি ক'লে।

টোপনি যাব? ভাল কথা কৈছ? ধান খেৰৰ বিজবিজনি উঠিছে। ভড়ালটোৰ বেৰবোৰ নিলিপা যদিও আৰু লগা নাই, কিন্তু গুলুপ মাৰি ধৰিছে। ভড়ালটোত নিগনি-এন্দুৰো ঢেৰ। এন্দুৰ এটা মোৰ ভৰিয়েদিয়েই বগাই গল। দীঘল বিধ আছে বুলিহে শঙ্কা লাগিছে।

—বনমালীয়ে ক'লে।

—সেইবোৰ এৰচোন—

—পিছে কথা এটাহহে মোৰ মনত বৰকৈ খুহুৰনি লগাইছে। বীৰচিঙৰ ঘৰত তাৰ বৰপুতেক মৈৰাচিঙৰ মৃত্যুৰ খবৰ লৈ ওলাই আহোঁতে তাৰ ঘৰৰ সিদাঁতিয়ে মানুহ এটাই আমাক পোন্দোৰা-পেন্দি কৰি চাইছিল। তই মানুহটো বাৰু চিনি পাৰনে? বাৰু ই আমাৰ কাঁছনপুৰ মৌজাৰ টেকেলাটো নহয়নে?

—কিয় সুধিলি বাৰু? মই মানুহটো চিনি পোৱা নাই। তই মন কৰিছিলিনে বাৰু? সি অলপ দূৰ গৈয়ে উভতি আহি বীৰচিঙৰ ঘৰত সোমাইছিলহি।

— বীৰচিঙৰ ঘৰত সোমোৱা তই দেখিছ? মোক নকলি কিয়? তেন্তে

ভবাটোৱেই হ'ল। সি নিশ্চয় থানাত খবৰ দিব। চাৰি পল্টনে আজি গাঁওখন উজাৰ কৰিব।

—সি কেনেকৈ জানিব আমি উভতি আহি বীৰচিঙৰ তাতে থাকিম বুলি ?

—আমি ক'ত আছোঁ জনা হ'লেই ভাল আছিল, তেতিয়া কোনোবা এখৰ মানুহৰ ঘৰতহে অত্যাচাৰ হ'লহেঁতেন। এতিয়া গোটেই গাঁওখনত আমাক বিচৰাৰ নামত তহিলং কৰিব। অযথা মানুহবোৰে শাস্তি খাব। লক্ষণচিং সেনাপতিক বিচাৰি কটহগুৰি গাঁৱৰ মানুহক অলা-কলা কৰিছে ইহঁতে। সিহঁতে তাক প্ৰাণেৰে ভাল পায়। শাস্তি খায়ো কোৱা নাই, সেয়ে তাক ধৰিব পৰা নাই। ৰংবৰ ডেকাক বিচাৰি টোপাকুছিৰ মানুহৰ শোৱা-খোৱা নোহোৱা কৰিছে, দউবালিৰ কথা নকওঁৱেই। কি মহাপাপ কৰিছিলোঁ আমি, গাঁওখন শেষ কৰিলে পাষণ্ডইঁতে। জোনাকী-বতাহীহঁতৰ চাগৈ চকুৰ পতা জাপ যোৱাই নাই। আজি এইখন গাঁৱৰ বিলাই চাব কোনে ? হায়, হায়! তাক মৌজাদাৰৰ টেকেলাটো বুলি খাটাং হোৱা হ'লে তাতে তাৰ গলাটো চেপি মাৰিলোঁহেঁতেন।

—আমাহঁৰ থানাৰ পুলিচ-মহৰাটোৱেহে আমাৰ প্ৰায়বোৰক চিনি পায়। সিহে নাম-ধামবোৰ দিলে .বন পাইছো। সেইদিনা হলধৰ বৰুৱাও তাত আছিল নহয় ? সিযোতো তোক ভালকৈ চিনে। মোক অৱশ্যে সি চিনি নেপায়।

নহয় অ' বনমালী, থানাৰ দাৰোগা গোলাপ সিংক আধামৰা কৰি হলঙত যে পেলাই দিলে, সেই ঘটনাৰো বেছিকৈ জানাজনি হৈছে। তাৰ বাবেহে আমাক পিছু কৰিছে বেছি! সেইবোৰ থাওক। কচু হাটলৈ কালিৰ ভিতৰতে যাব লাগিব। গাঁওখনৰ মৰা মানুহৰ খবৰ-খাতি ল'ব লাগিব। জবচিঙৰ মানুহজনী একেবাৰে নিঠৰুৱা হ'ল নহয়! গাঁৱৰ মুখিয়াল মানুহ কিজনক লগ ধৰি তাইক পালন-পোষণ দি থকাৰ ব্যৱস্থা এটা কৰাৰ লাগিব। পানী কেচুৱাটোলৈয়েই তাইৰ বিপদখন হ'ল, নহ'লে কাৰোবাক একেবাৰে গটালোঁহেঁতেন।

নেল্লীত শুনিলোঁ। জোনাকী-বতাহীহঁত কলৈকো বোলে গুলোৱাই নাই। কিয়, ইহঁতে বিপদত পৰা মানুহবোৰৰ খা-খবৰ লব লাগে বুলিও নাজানেনে?

—এৰা; বতাহীহঁতে ইমানকৈ বেজাৰ কৰি বহি থাকিব বুলি মই ভবাই নাছিলোঁ। ইহঁতৰ হ'ল কি? ইমানদিনে সিহঁতে তাকেহে শিকিলেনে, বুজিলেনে?

—ভাল কথাটো কৈছ। গৰুৱে-গায়ে, পথাৰে-সমাৰে তাই অকলে ম্ভালিব কেনেকৈ? তোৰ মূৰত হবলা এইবোৰ সোমোৱাই নাই।

বহুত সময় নিমাতে থাকি বনমালীয়ে মাতিলে:

—এৰা, তাই বা কৰিছে কি? পদুম পুখুৰীৰ পাৰৰ ধানবোৰ কেতিয়াবাই পকিল। গৰুৱে-গাৰে খাই নষ্ট কৰিলে। খোৱাৰ কষ্টতে মৰিব লাগিব। বেচেৰীয়েনো কৰিব কিটো?

—হেৰ মূৰুখ; ভাগ্যৰ বলতহে তই তেনে এজনী তিৰোতা পাইছ। যিটোহে চেহেৰা, যিহে গুণেশ্বৰ, অন্য হোৱা হ'লে তোক কেতিয়াবাই এৰি গলহেঁতেন। ঘৰৰ কাম-কাজ কৰি পাইছ? হালখন চোচোৰোৱাৰ বাহিৰে কিবা কৰিছ? সকলোবোৰ তাইহে চম্ভালিছে। তাৰ মাজতো ৰাজহুৱা লেঠা-পেঠা, ৰণৰ কাম-কাজো নিয়াৰিকৈ কৰিছে। তই ভাগ্যৰ বলতহে তাইক পাইছ, বুজিছ?

—কথাটো মিছা নহয়। ঈশ্বৰৰ কৃপাতেহে বতাহী মোৰ গৃহিণী হ'ল। বছৰৰ পিছত বছৰ বাটকুৰি বাযো বিয়া নহ'ল। তাই শেষত মনটো কুমলি পলাই আহিল বুলিহে। তাইৰ কাৰণে যোৱা দিনকিটা আনন্দৰে কটালোঁ। পিছে যিটো অৱস্থাৰ মুখামুখী হৈছোঁ, তাইৰ কপাল পোৰা। অকালতে বিধবা নহ'লেই ৰক্ষা।

—ছিঃ তোৰ তেনে কথা কবলৈ মনে কৈছেনে?

—পাৰোঁ তেনো কৈছোনে বাৰু? আমাক ধৰিব পাৰিলে ইংৰাজহঁতে হয় ফাঁচি, নহয় কলীয়াপানীলৈ পঠাব। তই হবলা ভবাই নাই। মোৰ জনীৰে নহয়, তোৰ জনীৰ বা ভাগ্য কি আছে? ওপৰৰ জনেহে জানে।

অৱস্থা বুজ পাই বাহুৰ মাত হৰিল। তাইঁতক ফাঁচি দিলে জোনাকী-বস্তাহীৰ কি হ'ব তাকে ভাবি দুয়োটা নিশ্চুপ হ'ল! নানা বিমঙ্গল কথাবোৰে মনত ক্রিয়া কৰিবলৈ ধৰিলে। জোনাকীক বিধবাৰ ৰূপত সি কল্পনা কৰিলত সি চক খাই উঠিল। চুঙাৰ বাহুলী এটা ভুৰুঙকৈ ওলাই যাবলৈ গৈ ভড়ালটোৰ চতিটোত লাগি ধমহ কৰে তলত পৰাৰ শব্দ তাৰ কাণত পৰিল। নিগনি-ধৰিয়াবোৰে ভড়াল-টোত বেছিকৈ দৌৰা-ধপৰা কৰিবলৈ ধৰিছে। মাইকী নিগনি এজনীক পিছে পিছে খেদি আহি চিঁ-চিঁ কৰি নিগনি হাল তাৰ মূৰৰ ওপৰে-দিয়েই লৰি পাৰ হৈ গল। মূৰৰ পৰা ধানখেৰবোৰ কিছু আঁতৰাই সি বনমালীৰ ফালে চালে। ঘোপমৰা অন্ধকাৰ, একোকে নেদেখি। ধান-খেৰৰ খচ-খচনিযে বনমালী জাগি আছে বুলি জনাত তাৰ ভুল হোৱা নাই। ভড়ালটোৰ মূধচত শাৰী-শাৰীকৈ ওলোমাই থোৱা কঠীয়াধানৰ টোমবোৰে তাৰ মনত আশা কঢ়িয়াই আনিছে।

—নিস্তব্ধতা ভঙ্গ কৰি বনমালীয়ে মাতিলে :

বাহু, অ' বাহু— টোপনি গ'লনেকি?

—কি হ'ল? কিবাকিবি?

—নাই এনেয়েহে মাতিছোঁ। বাৰু আমাক যদি ফাঁচি দিয়ে, ইহঁতৰ বাৰু কি অৱস্থা হ'ব?

—ধেৎ, অমঙ্গলীয়া কথাবোৰহে পেৰপেৰাই আছ। কিয় আমাক ফাঁচি দিব? কোনেনো দেখিছে আমি চিঙ্গাৰ চাহাবক মাৰিছোঁ, গোলাপ সিঙক মাৰিছোঁ। দেশদ্ৰোহী গোলাপক মাৰি মই কিন্তু অলপো বেজাৰ পোৱা নাই। চিঙ্গাৰ, সি নিজৰ দোষতহে মৰিছে। আমি শাস্তি পাম কি? ৰাযতৰ মঙ্গলৰ বাবেহে আমি কিবা কৰিছোঁ। যদি কৰিছোঁ ৰায়তেও সাক্ষী নকয়। অতি বেচি বেবাছৰমান জেল হ'ব। তাতকৈ বেচি…

—থ-থ বাহু, তই যে নিৰ্বোধ এতিয়াহে বুজিছোঁ। হলধৰ বৰুৱা, মৌজাদাৰৰ টেকেলা, চাকৰিত উন্নতিৰ বাবে, দুপইচা উপাৰ্জনৰ বাবে

আমাৰ বিৰুদ্ধে সাক্ষী দিয়া মানুহৰ অভাৱ নহ'ব। মিছাকৈয়ে সাজি-কাচি নিজৰ চকুৰে ঘটনা দেখা মানুহো ওলাব, তই বুজাই নাই। ফিৰিঙি-হঁতৰ বা বিচাৰেই কিটো? দেৱানৰ বিচাৰ কেনেকৈ কৰিলে শুনা নাই? বুজিছ আমাৰ নিৰ্ঘাত ফাঁচি হ'ব; বতাহীহঁত বিধবা......

—মনে মনে থাক বনমালী। যি হ'ব—হ'ব। চোৰ-চণ্ডালি কৰা নাই আমি, নিজৰ পেট পুৰাবলৈ নৰহত্যা কৰা নাই। সজ কাম কৰিবলৈ যাওঁতে বাটৰ কাঁইট আঁতৰাওতে ইহঁতকিটা মৰিছে। কিয় সিহঁতে নিৰস্ত্র প্রজাক ভেটি ধৰি গৰু-পশু মৰা দি মৰা নাই জানো? মৰিবৰ সময়তো পিযাহত পানী অকণ নিদি সিহঁতে প্রজাক তিলতিলকৈ মৰা নাই জানো? ঘৃণীয়া, আধামৰাক আত্মীয়-স্বজনক আতৰাই নিবলৈ নিদি মহাশাস্তি দি মৰা নাই জানো ইহঁতে? সুসভ্য চাহাবহঁতৰ অসভ্য কাৰ্য্যৰ বিচাৰ জানো এদিন নহ'ব?

--কিন্তু সিহঁতৰ বিচাৰ এদিন কৰিব কোনে? আমাৰ বিচাৰ কিন্তু সিহঁতে কৰিব।

—তাহাঁতৰ বিচাৰ ঈশ্বৰে কৰিব যদি মানুহে কৰিব নোৱাৰে।

—ঈশ্বৰ আছেনে নাই, মই নাজানো। হয়তো নিশ্চয় বিচাৰ কৰিব। কিন্তু সিহঁত মৰাৰ পিছতহে ঈশ্বৰে বিচাৰ কৰিব। তাহাঁতৰ বিচাৰ হ'লেও কেৱে নিদিখিব। আমাৰ বিচাৰটো বতাহী-জোনাকীহঁতৰ সন্মুখতে, প্রজাৰ চকুত আগতে হ'ব। আমাক ফাঁচিত ওলোমাব। বতাহী, জোনাকী-হঁতে গছৰ পাত সৰাই কান্দিব। কপালৰ ফোঁট মোহাৰি-মোহাৰি ঈশ্বৰৰ কৃপা ভিক্ষা বিচাৰিব। ঈশ্বৰে যেন মৃত্যুৰ সিপাৰে আমাক ক্ষমা কৰে। ঈশ্বৰে হয়তো আমাক ক্ষমা কৰিব, আমি কোনো অন্যায় কৰ্ম কৰা নাই বাবে। কিন্তু বতাহীয়ে, জোনাকীয়ে জীয়া-বাৰী হ'ব, নিঠৰুৱা হ'ব! সিহঁতৰ জীয়াই থকাৰ সপোন, স্বামীৰ মৰম-চেনেহেৰে সোণৰ-সংসাৰ কৰাৰ জল্পনা-কল্পনা যে ধূলিসাৎ হ'ব? ডেকা গা বুঢ়া কৰি ওৰে জীৱন কান্দি কান্দি কটাব লাগিব? তই জানো সেইটো ভবা নাই?

এইবাৰ বনমালীৰ কব লগা শেষ কৰাত বাছুৱে বাধা নিদিলে।

তাৰ কথা সি মৰ্মে মৰ্মে উপলব্ধি কৰিছে। বনমালীয়ে কোৱা কথাবোৰ সিয়ো নজনা নহয়, নভবা নহয়। কিন্তু সিহঁতে কৰিবই বা কি? সেয়ে সি একো নামাতিলে। মাতিবৰ একো কাৰণো সি নেদেখিলে।

—বাহু, অ' বাহু টোপনি গ'লিনেকি? নামাতচোন?

তথাপি বাহুৱে নামাতিলে। নানা অজান দুঃচিন্তাই তাক ভাৰাক্ৰান্ত কৰি তুলিলে। বৰ্তমানৰ কথা এৰি পোন প্ৰথম বাৰৰ বাবে সি ভবিষ্যতৰ কথা ভাবিলে। তাকো তাৰ কথা নহয়, তাৰ জোনাকীৰ কথা। তাইক ভাল পোৱা দিনৰপৰা বৰমেললৈ যোৱাৰ দিনলৈকে তাইৰ পৰা পোৱা অকৃত্ৰিম মৰম-চেনেহ, ভাল পোৱা, দিয়া-থোৱাৰ কথা। সি যে তাইৰ হৈ একোকে কৰিবলৈ সমৰ্থ নহ'ল তাৰ বাবে তাক বেজাৰে আগুৰি ধৰিলে। তাইৰ সদাসৰ্বদা হাঁহো হাঁহে কৰি থকা মুখখনে অ'ক কেতিয়াও নাহাঁহিব, তাইৰ কপালত ডাঙৰকৈ লোৱা সেন্দুৰৰ ফোঁটটো নোহোৱাকৈ তাইৰ কল্পনা কৰি সি হুকহুককৈ কান্দি পেলালে।

—বাহু, বাহু— মই জানিছো তোৰ টোপনি যোৱা নাই, টোপনি নাযায়ো। বুজিছ বাহু, আমাৰ এটাই আনন্দ, এইটোৱেই গৌৰব যদি আমাৰ ফাচিও হয়, আমি অন্ততঃ বিবেক দংশনত ভুগিব নেলাগে। চিৰ স্বাধীন তাইক আমি পৰাধীনতাৰ শৃঙ্খলৰ পৰা মুক্ত কৰিব বিচাৰিছিলোঁ, আমি নোৱাৰিলোঁ। আমাৰ পিছৰ চামে সেই কাম কৰিব। সিহঁতে আমাক ঘৃণাৰ চকুৰে নাচাব, সিহঁতৰ বাট-কটীয়া বুলি অন্ততঃ আমাক সুঁৱৰিব। আমি এটা কাম কৰা ভাল হ'ব। আমি আৰু পলাই নাথাকোঁ। আমি নিজৰ ঘৰলৈ উভতি যাওঁগৈ, আই-ভাই-তিৰোতা-আপোনজনৰ ওচৰলৈ উভা··· যাওঁগৈ। প্ৰায়বোৰ মৃত ৰণুৱা-বন্দুৱাৰ খবৰ-খাতি লোৱা হ'লেই। বাকী থক কিঘৰ কাটিলৈ শেষ কৰি জোনাকী-বতাহীহঁতৰ ওচৰলৈ যাওঁগৈ। পুলিচে যদি ধৰেই ঘৰতে ধৰক। অন্ততঃ সিহঁতক যোৱাৰ সময়ত এবাৰ চাই যাব পাৰিম।

—ময়ো তাকে কব খুজিছিলোঁ। পলাই থকাৰ আৰু সকাম নাই। যি হয়

আপোনজনৰ সাক্ষাতত হক। কালিলৈকে আমি ওভোটাটোৱেই ...
—কথা বন্ধ কৰ, শুনিছনে বুটজোতাৰ শব্দ? মই কোৱাটোকেই হ'ল। সিহঁত পালেহিয়েই। কোনোবাই কন্দা-কটা কৰিছে। দুই তিনি ঘৰৰ সিফালেই হ'ব। পল্টনহঁতে কাৰোবাক মাৰধৰ কৰিছে, বাহু। ভাল বিপত্তিখন আমি মাতি আনিলোঁ গাঁওখনলৈ। ইয়াৰ পৰা ওলাই যোৱাহে উচিত হ'ব নেকি?
—সিহঁতে ভড়ালত নিবিচাৰে। বাহিৰৰ পৰা সঁচাৰ কাঠি বন্ধ আছে। চুপ কৰ, সিহঁত ইয়ালৈকে আহিছে।

মূৰে-গায়ে ধান-খেৰেৰে সম্পূৰ্ণকৈ ঢাকি অতি সন্তৰ্পণে কাণ উনাই বুটজোতাৰ আৱাজ সিহঁতে উমান কৰি ৰ'ল। প্ৰতি ঘৰতে সিহঁত সোমাই আহিছে, মাৰধৰ কৰি আহিছে। সিহঁত দুটাৰ খবৰেই লৈছে পল্টনকিটাই। সিহঁত থকা গৃহস্থৰ ঘৰৰ নঙলা মেলাৰ আৰু বুটজোতা গৃহস্থৰ দুৱাৰ মুখলৈ আগুৱাই যোৱাৰ আৱাজ শুনিছে। গৃহস্থক কাঠৰ দুৱাৰত বুটজোতাৰে গোৰ মৰাৰ শব্দ, দুৱাৰ খুলিবলৈ গৃহস্থক হুকুম কৰা—সিহঁতে স্পষ্টকৈ শুনিছে। দুৱাৰ খুলিলে। চাকিৰে চোতাল পোহৰ হ'ল। ভড়ালৰ বেৰৰ ফাকেৰে সিহঁতে দেখিলে গোড়া পল্টন তিনিটা, পুলিচৰ মহৰী এজন। সিহঁতৰ বুকু টিপিংকৈ মাৰিলে। উশাহ-নিশাহ ক্ৰমান্বয়ে বন্ধ হৈ আহিছে। অতি সন্তৰ্পণে পৰিস্থিতি লক্ষ্য কৰি আছে দুয়োটাই।

আজি ইয়ালৈ দেউবালিৰ মানুহ দুটা আহিছিল নহয়?
—ডবিয়াই মহৰীটোৱে সুধিলে।
হয়, আহিছিল। ঘৰৰ মানুহ মৰাৰ ... ... ...
—বিধবা তিৰোতা মানুহ গৰাকীক কথা শেষ কৰিবলৈ নিদি মহৰীটোৱে সুধিলে।
—সিহঁত ইয়াতে আছে বুলি আমি জানিছোঁ? সিহঁতক উলিয়াই দে।
ধৰা পৰিলোঁ বুলি দুয়োটা বিবুদ্ধি হ'ল। এন্ধাৰতে ইটোৱে সিটোলৈ চালে।

সিহঁত দুয়োটা গুচি গ'ল বুলি গৃহস্থনীয়ে নোকোৱাত দুয়োটাৰ ধৰফৰণি লাগিল। ইয়াৰ পিছত বা ভঁড়ালত থকা কথা কৈয়েই পেলায়! সিহঁতক আশ্চৰ্য্য কৰি নিমাতী-কন্যা গৃহস্থনী গৰাকীয়ে মহৰীৰ মুখলৈ চাই দৃঢ়কণ্ঠে ক'লে :

—মৰা মানুহৰ মাত লগাবলৈ বহুতো মানুহ আহিছে। দেউবালিৰ মানুহ দুজনো আহিছিল। এজন বৰ শকত-আৱত, এজন ক্ষীণ। তাৰ পিছত তেওঁলোক গুচি গ'লগৈ। ক'লৈ গ'ল আমি নাজানো। অবিশ্বাস কৰিছে যদি ঘৰত সোমাই নাচায় কেলৈ?

সিহঁতে স্বস্তিৰ নিশ্বাস পেলালে। গৃহিনীগৰাকীলৈ শ্ৰদ্ধা উপজিল। কাকো মাৰধৰ কৰা সিহঁতে নেদেখিলে। থানাৰ মহৰীয়ে বিশ্বাস কৰিলে। সিহঁত তাত নাই। কৰবালৈ গুচি গ'লগৈ।

বুটজোতাৰ শব্দ নঙলাৰ ফালে উভতিল। এসময়ত নুশুনা হ'লগৈ।

—বাহুৰেই মাতিলে প্ৰথমতে :

—বোধহয় আজিলৈ বাচিলোঁ।

## একত্ৰিশ

ফুলগুৰিৰ ৰণৰ আজি ৭ দিন হ'লহি। গাঁৱে-ভূঁৱে শান্তি নাই। গোড়া পল্টনৰ অত্যাচাৰত মানুহৰ চকুৱে-মুখে ভয় ভাব। কোন সময়ত আহি সিহঁত গাঁৱত সোমাবহি, কাক ক'ত মাৰ-ধৰ কৰিব কাক চোচোঁৰাই থানালৈ নিবহি তাৰ ঠিক নাই। সন্ধিয়া মানুহে চাকি জ্বলাবলৈ এৰিলে। দুৱাৰ দাং দি বন্ধ কৰি—হয় ভিতৰত, নহয় পিছফালে মানুহ থকা হ'ল। নামঘৰত চাকি-বন্তি জ্বলাই ডবাত কোব নমৰা হ'ল। মানুহ জীয়াই থকাৰ চিন-চাবেই নাই। ইকিদিন কোনো মানুহে পথাৰলৈ গৰু নিয়া নাই। পথাৰত বোকা শুকাই গৈছে। খেৰ-বোকা মাটি তেনেকৈয়ে আছে। ৰোৱনীৰ প্ৰাণো নাই, সাহসেও নুকুলায়। সিদিনা হেনো বাৰপূজীয়াৰ ওচৰত ভুঁই-কৰ্ই থকা ৰোৱনী কেজনীমানক গোড়া পল্টনে ঠাট্টা-মস্কৰা কৰাত সিহঁতে চিপাহীহঁতলৈ চোঁচাই গৈছিল। পিছে কিবা স্বৰূপে চিপাহীহঁত আঁতৰি গ'ল, হাই-কাজিয়াৰ পৰাও বাচিল। অসমীয়া তিৰোতাৰ সাহ-পীতৰ গমটোও পালে। সিদিনাৰ পৰা সেই অঞ্চলটোৰ কেৱে পথাৰলৈ যোৱা নাই।

জোনাকীৰ আজি সাদিনে খোৱা-বোৱা হোৱা নাই বুলিলেও হয়। টোপনি নায়েই। ফুলগুৰি ৰণৰ দিনৰ পৰাই বালু ঘৰলৈ অহা নাই। আনকি খবৰ এটা পোৱা নাই। কোনোৱে কোনোৱে তাক, বনমালীক ৰণৰ থলীৰ পৰাই পুলিচে নিলে বুলি উলিয়াইছিল। নাৰায়ণে খাটাঙৈক কৈছে, তাক দুটা চিপাহীয়ে আগুৰিছিল সচাঁ, পিছে সিতো মুকলি হৈ আহিলেই লগৰ আটাইকিটাক মুকলি কৰি আনিলে। দুয়োটা চিপাহীক হেনো ভালকৈ এশকনি দিলেও তাক ধৰি নিয়া কথা তাইৰ মনে কোৱা নাই। তাক যদি ধৰিয়েই নিলেহেঁতেন, সেইদিনা ৰাতি গোড়া পল্টনে

তাহাঁতৰ ঘৰ ঘেৰাও কৰি তালাচী কৰিব কিয় ?

তাক পুলিচে বিচাৰি পোৱা নাই। বনমালীকো পোৱা নাই। দুয়োটা নিশ্চয় আগৰ দৰেই লাগে ভাগে ফুৰিছে। তাহাঁত দুটাৰ বাবেহে গাঁওখনত পল্টনে টিঘিল-ঘিলাই ফুৰিছে। নিৰ্দোষ সৰল সহজ মানুহবোৰ অত্যাচাৰৰ বলি হৈছে। বিনা কাৰণতে সেইদিনা ডালিমক মাৰধৰ কৰিলে। বেচেৰাই-শোৱা ঘৰলৈকে চিপাহী সোমাই যোৱাত গালি-শপনি পাৰিছিল। এটা চিপাহীক পিছৰ পৰা টানি আনি পাক-ঘৰত বুটজোটাৰে সোমাই যোৱাত বাধা দিছিল। গোৰা পল্টনবোৰতকৈ মো-অসমীয়া চিপাহীকিটাৰহে মটমটনিটো বেচি। গাঁৱত কোনোবাই ঘৰ-দুৱাৰ দেখুৱাই ফুৰিব লাগিব, নহ'লে ঘিটঘিটীয়া আন্ধাৰত সিহঁতে ঘৰবোৰ চিনি পাব কেনেকৈ ? কোনোবা ওচৰ-পাঁজৰৰ চৰ ইহঁতৰ লগত আছে।

তাই ভাবিলে।

—বোলো বোৱাৰী।

শাহুৱেকৰ মাতত তাইৰ তন্দ্ৰা ভাগিল।

—বৌটি।

—তই লঘোণে-ভোকে মৰিব খুজিছনেকি ? সি আছে, তাক সিহঁতে ধৰিব পৰা নাই—মোৰো মনে কৈছে। তই কিবা এটা খাই ল। কোমল চাউল পাৰ্বতী চাঙতে আছে। গুৰ অলপ লৈ খাগৈ। গৰু-পোৱালি আজিও বন্ধা নহ'ল, কালিলৈকো গাখীৰ গল। বোলো উঠ, মাটিৰ চাকিটো জ্বলাচোন, তুঁহ জুই জ্বলি আছে। পুৱালৈকে নুজুৰিব, তুঁহ-এখৰাহীও দি আহিবি।

—হ'ব বৌটি; মোৰ ভোক নায়েই। তুমিযোতো একোকে মুখত দিয়া নাই। কিবা এমুঠি নাখালে কালিলৈ জানো কৰ্কাল পোনাব পাৰিব ?

—কথাটো হয়েই। মনধনক কোমল চাউল এসোপাকে দিলোঁ। তই লঘোণে-ভোকে থাকিলে মইনো খাওঁ কোনটো সতৰে ?

—মই গৈছোঁ বৌটি, মইতো নাখাওঁ বুলি ভৰা নাই নহয়, খাবৰহে মনটো নাযায়। —জোনাকী শেতেলিৰ পৰা উঠিল। তাইৰ লগতে বুঢীৰ অযথা কষ্ট হৈছে। শান্তৰেকক এমুঠি খুৱাবৰ বাবেই তায়ো কিবা এটা মুখত লব লাগিব। তুই-জুই ফুৱাই মাটিৰ চাকিটো জ্বলালে। চকুৰে-মুখে পানী ঢালি শান্তৰেকৰ ওচৰ পালেগৈ। ৰাতিও বহুত হ'ল; আগৰ হলে এঘুমটি যাবৰে সময়।

—তই উঠিলি বোৱাৰী? ভিতৰত পানী-তুনীও নাই। তই পানী এবুন্দ ধৰা। চাকিটো মোক দে। মই চাউলকিটাৰ যোগাৰ কৰোঁ।

বাহিৰত এন্ধাৰ অনুমানতে গৈ তাই পানী একলহ পুখুৰীৰ পৰা আনিলেগৈ। পিছফালৰ নঙলাইদি বোনোবা এজনী সোমোৱা যেন অনুমান হ'ল। তাই ভয় খাই চিঞৰ মাৰিব খোজোতেই তাই ফেঁাপাই-জোপাই কোৱা শুনিলে।

—মই বতাহী, জোনাকী—মই বতাহী।

ইমান ৰাতি উধাতু খাই এন্ধাৰে মুৰে অহা বতাহীক দেখি তাইৰ নানা দুঃচিন্তাই আবৰি ধৰিলে। তাই বা কি খবৰ আনিছে?

—তই অকলে আহিছ বতাহী? ভয়-ভীত লগা নাই তোৰ?

—ভয়, কি ভয় লাগিব জোনাকী? গাঁৱৰ মানুহ শুই নিঃপালি দিলে। লগত আনিবিহেই বা কাক? ইহঁত দুটাক নেলীত মোৰ ভাইটোৱে আজি লগ পাই আহি খবৰ দিছেহি। অকণমান তেও উশাহ পালোঁ। তোকো খবৰটো দিওঁ বুলি তাক পঠায়েই তিতা দাহে আহিছোঁ।

—একে উশাহে বতাহীযে ক'লে।

জোনাকীৰ মুখত হাঁহি বিৰিঙি গ'ল। এই খবৰটোৱে তাইক বৰকৈ সকাহ দিলে। পুখুৰী পাৰত কথা পতা শুনি শান্তৰেক তাহাঁতৰ ওচৰলৈ চাপি আহি বতাহীক দেখি আচৰিত হোৱা যেন দেখি জোনাকীয়েই আগতে মাতিলে:

বৌটি, আমাৰ তাক এইৰ ভায়েকে নেলীত দেখি আহি খবৰ দিছেহি। তাই তাকে কবলৈ দৌৰি আহিছে।

—কোনে দেখি আহিছে বুলিলি বতাহী ? ভিতৰলৈকে আহ,তাতে কথা-বতৰা পাতিবি । তোৰ লগত আহিছে কোন ?

—তাইৰ লগত আহিবলৈ আছেনো কোন ? সেয়ে তাই অকলেই আহিছে ! জোনাকীয়ে শাহুৱেকে য়োৱাকৈ কিবা কব খুলিবেই উপযাচি আগতে মাতিলে ।

পিৰালিত উঠি পীৰা দুখন লৰালৰিকৈ পাৰি দিলে জোনাকীয়ে ।

বতাহী, তাতে বহ । পিছে এই ৰাতিখন তই অকলে অহা কথাটো মই ভাল পোৱা নাই, তাতে গোড়া পল্টনে গাঁওখনত পিতপিতাই ফুৰা সময়ত তই এইটো ভাল কাম কৰা নাই । তযো খোৱা-বোৱা কৰা নাই ? তোৰ মুখখনো একেবাৰে শুকাই-উবাই আছে । মই কোমল চাউল কেটামান তিয়াইছো । আটায়ে এমুঠি খাই লওঁ, কথা-বতৰা পিছতো পাতিম । বাৰু কচোন, বাছুকহে দেখিছেনে—বনমালীকো দেখিছে ? দুযোটাচোন লৱকুশ । এটাক এৰি ইটো আছেনে ?

—নহয় জেঠাই, দুযোটাকে দেখিছে । নেলীৰ মানুহ এঘৰত ভাইটেৰ লগ পাই আহিছে । সি মৌজাদাৰৰ মহৰী নহয় ।

—বাৰু হওক দে, ঈশ্বৰ প্ৰভুৱে দয়া কৰিলে ।

বুঢ়ী ভিতৰ সোমাল । জলপান সজাবলৈ যা-যোগাৰত লাগিল গৈ । এধাৰে-মুধাৰে মুকলি ঠাইখিনিত দুযোজনী বহিল । প্ৰথমতে জোনাকীয়েই উলিযালে :

—সিহঁত দুটাক কোনে দেখিছো বুলিছে ? সিহঁতৰ কিবা আঘাত হৈছে নেকি ? আমাৰ কথা কিবা কৈছেনে সিহঁতে ?

— ভাল কৈছ, জোনাকী । বাহু তোক লৈযে বলিযা, বুজিছ । আমাৰ ভাইটোক সি আগৰে পৰা চিনি পায় নহয় । সেয়ে সকলো কথা পাতিছে । আমাৰটোও হেনো চিন্তাত ব্যাকুল । দুয়োটাই ভাইটোক ইযালৈ আহি খবৰ দিবলৈ পাচিছে । সেয়েহে সি ঘৰ পায়েই পোনে পোনে আহিছে

—ভায়েৰে কেতিয়া পাইছিল ?

—হেৰ' আজি পুৱাবেলা। সি খাজানা তুলিবলৈ গৈছিল। তোৰ কথা বাৰে বাৰে সুধি হেনো তাক বিপাওক পেলাইছিল। জাই-টোৱে সিহঁত দুটা নোহোৱা হোৱা কথা জানে। কিন্তু তোৰ কথা যিমানেহে পেৰেনিয়াই-পেৰেনিয়াই সুধি আছে, সিমানবোৰ কথাটো সি নাজানে। সি বোলে সৰ্বজানতা হৈ সকলো কথাতে ভাল ফালটোকে কৈছে। আৰু তোক সি নেদেখিলে এখন্তকো থাকিব নোৱাৰে অ'। চিপাহীবোৰ ৰাতিয়ে দিনে গাঁৱত পিতপিতাই থকাৰ কথা সি জানিছে। আমাৰটোৰেও গম পাইছে। সেই কাৰণেই হেনো আহিব পৰা নাই। সুবিধা পালেই ওলাবহি। পিছে মই হ'লে এতিয়া অহাটো সুবিধা-জনক নেদেখোঁ। কিবা অথন্তৰ নহ'লেই ৰক্ষা।

—এৰা, এতিয়া অহিব নেলাগে, বিপদ ঘটিব। কিন্তু, মই বাৰু শান্ত আইৰ সাহতে আছোঁ। তই কৰিছ কি? তোৰ কথা বৌটিয়ে কৈয়েই আছে। কালি বৌটি গৈছিল নহয়, তোৰ ঘৰলৈ। আই এসোপা কান্দিলেহি। তোৰ হেনো দৰ্কাৰী বয়-বস্তুৰেই ঘৰত নাই। বৰ কষ্টত চলিছ?

—জেঠায়ে এনেয়ে চিন্তা কৰিছে। মোকনো এই কিদিন লাগিছেইবা কিটো? ভীমকল একাৰি জেঠাযে নিছিল নহয়! তাকে খাইছোঁ এটা-দুটাকৈ। ভোকেই নাই আচলতে।

—কিয় তোৰ চকুৰ তললৈ জুই যোৱাই নাই, নহয়?

—ৰাদ্ধিবি কালৈ? এটা পেট, এইবোৰেৰেই পূৰা হয়।

—বৌটিৰেতো তাকে কৈছে। মৰিবলৈ ঠাই পোৱা নাই, নেখাই-নবই মৰিবলৈ ওলাইছ? বায়নৰ লৰাটোৰ হতুৱাই ইটো-সিটো অনাব নোৱাৰ?

—অনাব লগীয়া হোৱাই নাই। দিনটো ঘৰতে থাকোঁ, ৰাতি বায়ন-দাটিৰ তাতে কটাওঁ। সিহঁতেও খোৱা-বোৱালৈ দাবী-ধমকি দি থাকে। সিদিনা তাতে ভাতো খাইছোঁ নহয়।

—তোৰ চেহেৰা বৰ বেয়া দেখিছোঁ। তই জীয়াই জীয়াই মৰিব খুজিছ হবলা?

এহাতে মাটিৰ চাকি এটা, আনহাতে পানী এবটি আমি জোনাকীৰ শাহুৱেকে বতাহীক দি তাইৰ চকুলৈ চাই শাসনৰ সুৰত ক'লে :

—মুখখন পখালি ছুয়োজনী ভিতৰলৈ আহ।

তিনিজনীয়ে তিনি বাটি কোমল চাউল গুৰ লৈ গাখীৰ-পানী একো নোহোৱাকৈ খোৱাত লাগিল।

—সিহঁত ঘৰলৈ অহাৰ কথা কিবা কৈছেনে ?

বুঢ়ীয়ে সুধিলে।

—পুলিচ পল্টনে টিঘিলঘিলাই থকাৰ কথা সিহঁতে জানিছে। সুবিধা পালেই ওলাবহি বুলিছে।

বতাহীয়ে ক'লে।

—সিহঁত এতিয়া নহাটোৱে ভাল হ'ব। চিপাহীৰ আহ-যাহ আগতকৈয়ো বাঢ়িছেহে। তয়ো আজি যাব নেলাগে। ইয়াতে পৰি থাক, পুৱালৈ যাবিগৈ।

—নহয় জেঠাই, মই কাকো কৈ অহা নাই। দদাইটিহঁতৰ ঘৰৰ মানুহে হুলস্থুল লগাব। এই কিদিন মই তাতেহে আছোঁ। আজিৰ পৰা ঘৰতে থাকিম বুলি ভাবিছোঁ। সৰুভাই এটা আজি ৰবিৰ লগতে আহিছে। সি মোৰ লগতে থাকিব।

—তাত থকাৰ কথা জানিছোঁৱেই। ঘৰত থাকিব খুজিছ ভালেই কৰিছ। চোৰ-চাতুৰীও বাঢ়িছে। যি এপদ বয়-বস্তু আছে, তাকো তোলাং কৰিব। সাৱধানে থাকিবি। হ'ব বাৰু, মৱে তোক থৈ আহিমগৈ।

—কথা একেটাই হ'ব। তুমিনো উভতিবা কেনেকৈ ? তুমি আকৌ অকল-শৰীয়া নহ'বা জানো ?

—মই বুঢ়ী মানুহজনী আৰু তই গাভৰু ছোৱালীজনী জানো একে কথা ?

—ৰাতিও বহুত হ'ল। গাঁৱৰ মানুহৰ এঘুমটি যাবৰে হ'ল। লৰালৰি কৰ, থৈ আহোগৈ।

—দদাইটিহঁতৰ মানুহ দেখিলৈকে নোশোৱে। এতিয়াও খোৱা-বোৱা কৰাই নাই কিজানি। মইনা পেহী আহিছিলনে জোনাকী ? আজি আমাৰ

তালৈ গৈছিল।

—আহিছিল। ফুলগুৰি মেলাত চিপাহীৰ হাতত ঢুকোৱা, ঘূৰ্ণীয়া হোৱা মানুহবোৰৰ পৰিয়াল-পৰিজনৰ খবৰ লবলৈ এপাক যোৱাটো বৰ ভাল আছিল। সেইকে কালিলৈ লগ ধৰিছোঁ, তোকো খবৰটো দিবলৈ ময়ে কৈছিলোঁ। তই যাবি নহয়?

—নাযাম কিয়? আমাৰ দেৰি হৈছে। কালিলৈ চলপুৱাতে খোজ পেলালে কিছু ঠাইলৈ যাব পৰা হ'ব।

—কালিলৈ মইনা সেইয়ে মৰাৰ মাত লগাবলৈ যোৱাৰ কথা কৈছে—জেঠাইটি।

—আমাৰ ভাইকো কৈছে। মই যাবলৈ কৈছোঁ, তয়ো যা,। বিপদত মানুহৰ মাতষাৰতকৈ ডাঙৰ একো নাই। তাতে তহঁতে এইবোৰ মানুহকে লৈ ৰণ কৰিবলৈ ওলাইছিলি। শুনিছোঁ কেবাজনো ৰণত ঢুকুৱা মানুহৰ ঘৰৰ অৱস্থা একেবাৰে পানীত হাঁহ নচৰা। সেইবোৰৰ লৰা-তিৰোতা চলিব-ফিৰিবৰ সংস্থান এটা নকৰিলেচোন সিহঁত মৰা পৰিব। তহঁতে আৰু এটা কাম কৰিব পাৰহ'ক নহয়। ঘূৰ্ণীয়া হোৱা বহুতো মানুহৰ এতিয়াও হেনো চিকিৎসা-পাতি ভালকৈ হোৱাই নাই। ভালাপী কৰা মানুহো বোলে নাই। কিয় অসমীয়া দৰবতকৈ ভাল দৰব কি আছেহঁত ঔ। কিয় তেনেকুৱা গাঁৱে-ভূৱে থকা দৰব-জাতি জনা মানুহ গোটাই মেলি লৈয়ো এই মানুহবোৰৰ কিবা এটা কৰিব পাৰহঁক নহয়? সুখুনা গুগীয়াৰ পিতচিং কবিৰাজৰ নাম নজনা মানুহ অঞ্চলটোত কেইজন আছে? মায়ঙৰ মনেশ্বৰ বেজৰো বহুতো প্ৰমাণী ঔষধ আছে। মহৰ গাড়ী যোগাৰ কৰি তেওঁলোকক ঘূৰ্ণীয়া মানুহবোৰ দেখুৱাৰ ব্যৱস্থা এটা নকৰাৰ কিয়? মনেশ্বৰ বেজৰ হাড় যোৰোৱা লতা বান্ধি কিমান গুৰাকৈ ভগা হাড় যোৰা লাগিছে? তহঁতৰ লগৰ ছোৱালীজাকে চোন ভালাপীৰ কাম কৰিব পাৰে। যা, তহঁত গৈ মাত-বোল লগাই আহগৈ। মানুহ-বোৰৰ কিবা এটা সংস্থানৰ ব্যৱস্থা কৰি আহগৈ। পৰা হ'লে

মগ্নো গলেঁাহঁতেন, ককালৰ বিষটোৱেহে খাই মাৰিছে।

গৰপ্ গৰপ্ জোতাৰ আৱাজ হ'ল। জোনাকীহঁতৰ বুজিবলৈ বাকী নৰল—গোড়া পল্টন আকৌ পালেহি বুলি। লৰালৰিকৈ ভিতৰ সোমাবলৈ নেপাওঁতেই চাৰিটা পল্টন এটা দাৰোগাৰে পিৰালি-কাথি পা'লহিয়েই। পিৰালিত থিয় হৈ থকা মানুহকিজনীক ভ্ৰূক্ষেপ নকৰাকৈ দাৰোগা বাবু আগে আগে আৰু পিছে পিছে পল্টনকিটা ঘৰৰ ভিতৰলৈ সোমাল। একেবাৰে পিছত যোৱা পল্টনটোৱে বন্দুক থিয় কৰি নিছে, বুলিবা যুঁজলৈহে আগবাঢ়িছে। মনধনে পল্টন অহা গম পায়েই শোৱাৰ পৰা উঠি আহিল।

—ৰবি, য'তে আছে থিয় হ'। এখোঁজো নলৰিবি।

দাৰোগা বাবুৱে মনধনকে বান্ধ বুলি থিয় দিবলৈ হুকুম কৰিলে। চিপাহীকিটাই মনধনক বাহিৰ পোৱাৰ আগতে ঘেৰাও কৰি ধৰিলে। ভয়ত ত্ৰাহি মধুসূদন দেখা মানুহকিজনীয়ে বজ্ৰপাত পৰা মানুহৰ দৰে একে ঠাইতে থৰ হৈ অৱস্থাৰ বুজ লৈ ৰল। মনধনক ধৰি নিব বুলি ৰাধিকা বুঢ়ী বেছি সচকিত হ'ল। দাৰোগাই ওচৰ চাপি মনধনক একো নোসোধাকৈয়ে পল্টনককিটাক তাক এৰি থৈ বাহিৰলৈ ওলাই আহিবলৈ ইঙ্গিত কৰিলে। তিৰোতাকিজনীকো সিহঁতে একোকে নুসুধি নওপাৰে বাহিৰ ওলাল।

বুটজোতাৰ আৱাজ নুশুনা হোৱাৰ পিছত ৰাধিকা বুঢ়ীয়ে নিজে নিজে কোৱাদি ক'লে:

—বাৰুতে তোক মই অকলে নাহিবলৈ কৈছিলোঁনে? ইহঁতক চাহাবহঁতে নেৰিছে। তহঁতে কি সাধি আহিছে ভগবন্ত বস্তুৱেহে জানে।

## ৰত্রিশ

জোনাকীৰ বিয়াৰ ছুমাহ মানৰ পিছত ফণিধৰে মইনা পেহীক এৰি গুচি গলগৈ চিৰকাললৈ। মইনা পেহী অকলশৰীয়া হ'ল। এতিয়া পেহীৰ মন গলে চকুৰ তললৈ জুই যায়, মন গলে নাযায়। কৰকৰা-পইতা ভাত কেটামান হ'লেই হ'ল। জলকীয়া গোটাচেৰেক অৱশ্যে লাগিবই। দিনবোৰ পাৰ হৈ গৈছে এনেকৈয়ে।

যোৱা ৰাতি পেহীৰ চকুৰে-চকুৰে নালাগিলেই। গাঁওখনৰ কথা ভাবি বুঢীৰ পাৰপাৰ নাই বাস্তু-বনমালী-নাৰায়ণকে ধৰি গাঁওখনৰ ৯টা মানুহ চিপাহীয়ে ধৰি লৈ গল। হলধৰ, সোমকান্ত ফুলগুৰিৰ মেলতে সিপুৰী হ'ল। নলিন, মিনাৰাম ফুলগুৰি মেলতে ঘূণীয়া হৈ ছুদিনৰ পিছতে ঢুকাল। বেচেৰী বিষ্ণুপ্ৰিয়া আৰু হৰেশ্বৰী অকালতে বিধবা হ'ল। সকমাইৰ শিৰৰ সেন্দুৰ মুচা গল। তাইৰ পেহ্নকনাকিটাৰ জীৱনলৈ ঘনঘোৰ অন্ধকাৰ নামিল। তাহাঁত কিজনীক বুজাই-বুৰাই সান্ত্বনা দিব কোনে? এই কিদিন গাঁওখন যেন চিৰ-নিদ্ৰাতহে পৰিল। চৰাই-চিৰকটিবোৰো যেন ইকিদিন বাহৰ পৰা ওলোৱাই নাই। গাঁওখনৰে চকুৰ তললৈ জুই যোৱা নাই। মানুহবোৰে যেন খাবলৈকে পাহৰিলে। আগতে গাঁওখন কেতিয়াও ইমান ৰিঙা ৰিঙা লগা নাছিল। জিয়াৰ চি-চিয়নি যেন আগতকৈ বাঢ়িছে। ফেঁচাই ইমান বিকৃত চিঞৰ ইয়াৰ আগতে মৰাৰ কথা কাৰো মনত নপৰে। কাউৰী কিজনীয়ে যেন বেচিকৈ ৰমলিয়াই অশান্তি কৰি ফুৰিছে। গাঁওখন কাহ পৰি জীণ যোৱা, নিমাত-নিতাল।

মইনা পেহীয়ে শেতেলিতে পৰি পৰি ভাবিলে।

—দিনটোলৈ ওলাই যাব লাগিব! যিমান দিন লাগে লাগক, ভাই

যাবলৈ মন যেনিহে যেতিয়া হোঁহোকা-পিচলা কৰাৰ কাৰণ নাই। বতাহীও যাব খুজিছে, তাইৰহে গাটো ভাল নহয়। হ'লেও উপায় নাই। তাইকো নিয়াইহে ভাল হ'ব। ৰ'দ-বাদ ওলোৱাৰ আগতেই যাত্ৰা কৰাটো উচিত হ'ব।

একে চাৰে উঠি গা-পা ধুই ততাতৈয়াকৈ এমুঠি খাই ললে পেহীয়ে। এন্ধাৰে-পোহৰে পেহী আহি জোনাকীৰ ঘৰত হাজিৰ। নগুলা মেলাই নাই। মানুহ উঠাৰো চিনবান নাই।

বোলো মনধন, উঠাই নাই হবলা? আনে এডৰা মাটি চহালেগৈ এতেপৰে। তোৰ লৰচৰ কৰিবৰে হোৱা নাই।

—মইনা পেহীয়ে চিঞৰি চিঞৰি ক'লে।

মই কেতিয়াবাই উঠিলোঁ পেহী। খাই-বৈ সাজু হৈয়েই আছোঁ। বতাহীহে নোলালহিচোন।

—জোনাকীয়ে ভিতৰৰ পৰাই ক'লে।

—কিবা বোলেনে মনধন হবলা শোৱাৰ পৰা উঠিবৰে হোৱা নাই? উঠিব কেতিয়া, পথাৰলৈ যাব কেতিয়া?

—দ' মাটিকিডৰাকে ৰোৱা হোৱা নাই। বাম-বাকৰি ৰুব কেতিয়া?

ইতিমধ্যে চকু মোহাৰি পেহীৰ কাষেদিয়েই শুই উঠি অহা মনধনক চাই পেহীয়ে কথা শেষ কৰিলে।

বতাহীও ওলালহি।

—বোলো হ'লনে জোনাকী। ৰ'দ টান হোৱাৰ আগতে এখন গাওঁ শেষ কৰিব লাগিব। লৰা-ঢপৰা কৰ।

—বৌটি; কালি তোমাক কৈছিলোঁৱেই। বিপদত পৰা মানুহখিনিক মাত দিবলৈ ওলাইছোঁ। হয়তো ওভটোতে পলম হ'ব। পথাৰতে কঠীয়াবোৰো এলাই-এঠানি হৈ আছে। তেতেলীৰ তলৰ কঠীয়াডৰাও গৰুৰ মুখত পৰিছে।

—হ'ব যা বোৱাৰী। বৰ পলম নকৰিবি। ৰাতিবেলা অকলে অকলে থাকিবলৈকো ভাল নালাগে। দিনটো বাৰু পথাৰতে যাব।

—ৰ'দ বতাহী-জোনাকী। বৌটিয়েৰ বুঢ়া মানুহ, বুজিব। পিছে শুনিছোঁ নহয়, গাঁৱত আকৌ চোৰ ওলাইছে। কালি সন্ধিয়াতে তকব্ৰ ঘৰৰ কাহি-বাতি সোপাকে নিলে। মানুহৰ বিপদৰ সময়তহে চোৰৰ টিঘিল-ঘিলনিটো বাঢ়িছে। বোলো মনধন, দাং-চাংবোৰ ভালকৈ মাৰিবি, আজিৰ পৰা মাটিকিড়বা বোৱাৰ ব্যৱস্থা কৰ। গৰুকিটাও ভালকৈ চৰাবি কলিচোন ছুংৰৈকে তহঁতৰ গৰু গোহালিতে বান্ধি থকা দেখিছোঁ।

—মইনা পেহীয়ে ক'লে।

মইনা পেহীয়ে জোনাকী-বতাহীক লৈ ডাঙৰ আলিত ভৰি দি কোবা-কুবিকৈ খোজ পেলালে। ৰ'দ টান হোৱাৰ আগতে কোন গাঁৱত সোমাব, কোন ফালেদি গ'লে দিনটোত বেছি মানুহৰ ঘৰত সোমাব পাৰিব, ঠিক কৰি ফুলগুৰি মুৱা হৈ খোজ পেলালে সিহঁতে।

—মইনা পেহী ফুলগুৰিৰ ডাঙৰ আলিৰে যোৱাটো উচিত নহ'ব। এতিয়াও চাহাবহঁতে গড়ালত চাৰিশমান মানুহ বন্দী কৰি ৰাখিছে। গোৰা পল্টনহঁতে চাৰিওপিনে পিনপিনাই ফুৰিছে। সিহঁতৰ চকুত পৰিলে কেনেবাকৈ লঘু-লাঞ্ছনা কৰিব। —জোনাকীয়ে ক'লে।

—মুঠতে তিনিকুৰি ছজনকহে নগাওঁ জেললৈ নিছে। বাকীবোৰতো ইয়াতে বাহঁৰ জেল সাজি ৰাখিছে। আমি ফুলগুৰি পোৱাৰ আগৰ কেঁককুৰিটোৰেদি গাঁৱৰ ভিতৰলৈ সোমাই আকৌ মহীধৰ গাওঁবুঢ়াৰ ঘৰৰ ওচৰত ডাঙৰ আলিত ওলাব পাৰিম।

— বতাহীয়ে এটা পৰামৰ্শ দিলে।

একেবাৰে ফুলগুৰি নোপোৱাকৈয়ে তাৰ আগতেচোন কেৰকন ফদাৰ ঘৰৰ বৰিটোৰেদি সিটো আলিলৈ যাব পাৰি।

—মইনা পেহীয়ে ক'লে।

সিইটো কেনেকৈ হ'ব। সেই দিমৌবিলৰ কাষেদি যাবই লাগিব। তাতে মহীধৰ গাওঁবুঢ়াৰ ঘৰৰ ওচৰৰ তিনিজন মানুহ চিপাহীৰ গুলীত ঢুকাইছে নহয়! আয়ৈ দেহি, গোলাপীৰ কথা ভাবিলেই

মুৰটো আচগ্রাই কৰি যায়। তাইৰ সিদিনাহে বিয়াখন হৈছিল।
—জোনাকীয়ে ক'লে।
—এৰা—এৰা, মই পাহৰিছিলোঁৱেই। তই দন্দীৰ জীয়েক গোলাপীৰ কথা কৈছ নহয়? তাইৰতো বিয়া বহাগতহে হৈছিল, এয়া আহিনে ৬ মাহত সোমাইছেহে।

তেওঁলোক যি ঘৰতে মাত দিবলৈ সোমাইছে, তাতে কন্দা-কটা হৈছে, বিননি উঠিছে, হাহাঁকাৰ অৱস্থা এটাই দেখা দিছে। পুত্ৰহাৰা-মাতৃহঁতক, স্বামীহাৰা তিৰোতাবোৰক, বুজনি দিওঁতে এপৰ সময় লৈছে। প্ৰত্যেক ঘৰতে বাহু-বনমালীহঁত অহাৰ কথাও ওলাইছে। বেলি ভাটি দিয়াৰ সময় হ'লহি। সিহঁতবোৰে এতিয়াও বৰ বেচি মৃতকৰ কিম্বা গুৰুতৰ ঘূণীয়া হোৱা লোকৰ ঘৰত সোমাব পৰা নাই। লৰালৰি কৰাও সম্ভৱ নহয়। যিমান সোনকালে পাৰি উঠি আহিবলৈ তেওঁলোকে পাহৰা নাই। যি কিঘৰ মানুহৰ খা-খবৰ লৈছে, তাত হোৱা তেওঁলোকৰ অভিজ্ঞতাও শোকাবহ। পুত্ৰহাৰা স্বামী বিয়োগত মৰ্মাহত হৈয়ো এটা সজকামৰ বাবে, প্ৰজাৰ উপকাৰৰ বাবে তেওঁলোকে আত্মাহুতি দিয়াত গৌৰৱ কৰা যেনেকৈ পাইছে, তেনেকৈয়ে বাহু-বনমালী-লক্ষণচিণ্ডহঁতে তেওঁলোকৰ পুত্ৰ কিম্বা স্বামীক আঁতৰাই নিনিয়া হ'লে এনে শোকাবহ পৰিস্থিতি নহ'লহেতেন বুলি দোষাৰোপো কৰিছে। বহুতো অকালতে বিধবা হোৱা তিৰোতাই সিহঁতকিজনীক আকোৱালি লৈ ভৰাওবাৰে কান্দি নিজৰ শোক পাতলাইছে—তাইহঁতকো কন্দুৱাইছে। চাহাবহঁতক চৈধ্যপুৰুষ উজাৰি গালি-শপনি দিয়া মানুহো পাইছে। বাহু-বনমালীক গালি-শপনি পৰা মানুহো নোহোৱা নহয়। এই বিদ্ৰোহৰ ফলশ্ৰুতিলৈ অযথা তৰ্ক-বিতৰ্ক কৰা মানুহবো অভাব হোৱা নাই। মুঠতে তেওঁলোকৰ অভিজ্ঞতা মিশ্ৰিত, ভাল আৰু বেয়া উভয়ৰে। জোনাকী-বতাহীয়ে সংগঠিত কৰা গাভৰু ছোৱালীৰ দলবোৰে প্ৰতি গাঁৱতে চাহাবহঁতৰ অত্যাচাৰৰ বলি হোৱা লোকসকলৰ, মৃতকৰ, আহত হোৱা লোকৰ ঘৰে ঘৰে

গৈ সেৱা-শুশ্ৰূষা কৰা, খোজ-খবৰ কৰাৰ বাহিৰে আৰু তেওঁলোক ঘোৰাত, তেওঁলোকে লগ ধৰিবলৈ অহাত সিহঁত কিজনীয়ে আনন্দও পাইছে যথেষ্ট। এয়া বেজাৰৰ মাজতে সন্তুষ্টিৰ আনন্দ।

—চা জোনাকী, বাহু কিমান হিচাবী আৰু চতুৰ। তাৰ মুখতেই প্ৰথমতেই খেলাইছিল গাঁৱৰ পিছপৰা ছোৱালীক একেলগ কৰি আগ বাঢ়িবৰ বুদ্ধি-ভাৱনা দিলে সময়ত কামত আহিব। তইতো বাহুৰ কথা প্ৰথমতে উকৰাই দিছিলি নহয়!

—এৰা পেহী. আজৰি সময়ত ঘৰতে বহি নাথাকি আখৰৰ চুক চিনি নোপোৱা পিছপৰা লেৰেলী-গেৰেলীহঁতক পঢ়ুৱাবলৈ সি য়ে বুদ্ধি দিছিল। মই প্ৰথমতে তাৰ কথাত আস্থা কৰা নাছিলোঁ, কিন্তু দেউবাণিৰ এজনী ছোৱালীয়ে মোৰ চকু গঙ্গালে। সিহঁতবোৰ আচলতে চতুৰ। সুবিধা নোপোৱাতহে এই ছোৱালীবোৰ পিছ পৰি আছে আৰু সুবিধা পালেই সকলো কৰিব পাৰিব বুলি বিশ্বাস হোৱাৰ পিছৰ পৰাই গাঁৱে গাঁৱে বতাহীৰ সৈতে লাগি পৰিছিলোঁ—এই বোৰ কামত। সি কোৱা বাকীবোৰ কামো আমি কৰিব লাগিব। এইবোৰ ছোৱালীয়ে, শিকালে যে সকলো কৰিব পাৰিব, আজি মোৰ সেই বিশ্বাস গজগজীয়া হৈছে।

জোনাকীয়ে গৈ গৈয়েই তাইৰ মনৰ কথা ক'লে।

—পেহী এবাৰ বনমালীয়ে আমাৰ তাৰ সৈতে কথা কটাকটি কৰোঁতে সি নজনা-নুশুনা বহুতো কথা কৈছিল।

—হেৰ' বোকা বোৱঁতে কঠীয়াবোৰ ইমান পোনকৈ শাৰী-শাৰীকৈ তই রুব পাৰিবি? নোৱাৰ'। মতা মানুহে নোৱাৰে, তিৰোতা মানুহে পাৰে। ইমান পোনকৈ, ইমান হিচাবত বোকা কৰ জানিলে, শিকালে সিহঁতে অঙ্কও গোত-মোতকৈ বেছিকৈ পাৰিব। বুজিছ। আঙ্গাৰ নিমখ-হালধীৰ জোখ যদি সিহঁতে জানে, কি কৰিলে মুখত জুতি লাগিব তাক জানে, মুখত দিলে পেট পোৱাকৈ ৰান্ধিব জানে, টেঙ্গা, তিতা, খাৰৰ, বতৰৰ কথা জানে—সিহঁতে নাজানে কিটো?

শিকালে বুজিছ, সকলো জানিব। এবা, ইহঁত ছুটা কিবা বেলেগ প্ৰাণী ঔ। আনে আফিঙৰ নিচা লগাই দিনকো ৰাতি কৰি ফুৰোঁতে সিহঁতৰ কথা-বাৰ্ত্তাবোৰ চা। বাছহঁতে ইহঁতক এশিকনি দিহে এৰিব, বুজিছ। ইহঁত ছুটাক পল্টনে ধৰিব যে পাৰিব, মোৰ হ'লে মনে নধৰে সেই।

—বতাহীয়ে ক'লে।

—জোনাকী, শুনিছনে বতাহী—আমি মহীধৰ গাঁওবুঢ়াৰ গাঁৱৰ পৰাই-উভতিব লাগিব, তেতিয়াহে নামঘৰত ডবা কোবোৱা সময়ত ঘৰ পামগৈ হঁক।

—ময়ো তাকে ভাবিছোঁ।

জোনাকীয়ে সেইৰ কথাত একমত হ'ল।

—গোলাপীৰ ঘৰলৈ নোযোৱা হ'লেই ভাল আছিল নেকি? উস্ ৰাম, ঈশ্বৰৰ কি ইচ্ছা!

—কান্দি কান্দি জোনাকীয়ে ক'লে।

—এই জীয়া-বাৰী হ'বলৈকে এইটো ৰূপ লৈ আহিছিল। ছয় মাহতে অনাথিনী হ'ল। শুনিছোঁ গাতো লেঠা। কি হ'ব এইজনী জীয়া-বাৰীৰ? প্ৰভু, তুমিনো ইমান নিৰ্দয়নে? উঠিব নোৱাৰা শাহুৱেকজনীৰে গাত লেঠা শৰীৰটোৰে এই চলিব-ফিৰিব কেনেকৈ? হায়, হায়! ইঘৰৰ দেখিলানে একমাত্ৰ পুতেকটোক গুলীয়াই মাৰিছে, আকৌ বাপেকটোক বান্ধি লৈ গৈছে অকাৰণতে। মানুহজনীৰ উপায় নোহোৱা হ'ল। গাঁৱৰ মানুহবোৰৰো, সমাজখনৰো বৰ বান্ধ নাই নেকি ইয়াত? আমাৰ সেই হীৰামাই বোলা ছোৱালীজনীয়ে কিন্তু বেচ কাম কৰিছে।

—সম্পূৰ্ণ চণ্ডালি লৈ শোক-বেজাৰ পাহৰি স্বাভাবিক ভাবে চলিছে।

—বতাহীয়ে ক'লে।

—আমি অহা বাটে যোৱাটো ভাল নহ'ল। গোড়া পল্টনৰ ভয়ৰ বাহিৰেও সেইখন গাঁৱতে ন'ৰাম টেকেলাৰ ঘৰ। এই টেকেলাই ছুৱাৰ তাৰ গাঁৱৰে অহা-যোৱা কৰা দেখিলেই সন্দেহ কৰিব। গুৰিগছ লৈ নগৰ-নাগতি কৰিব। সি এক নম্বৰ চৰকাৰী চৰ। অৱশ্যে তাৰো দিন চমু চাপি আহিছে। নিৰ্দোষী মানুহবোৰ জেলৰ পৰা ওলালেই এদিন সি

ঘৰতে মৰি থকাহে সকলোৱে দেখিব ।

জোনাকীয়ে অন্য আলিৰে ওভোতাৰ পৰামৰ্শ দিলে আৰু আগৰ বাট এৰি চমু বাটেৰে ঘৰমুৱা হৈ খোজ পেলালে ।

চুনিমুনি সময়ত সিহঁত কিজনী আহি মানুহ পোৰা বিলৰ ওচৰ পালেহি । এজাক গৰু ধূলি উৰুৱাই পাৰ হৈ গ'ল । জিয়াৰ চিঁ-চিঁয়নীত ঠাইখন ভয় ভয় লাগিছে । ঠাইখন জয়াৰ । ডাঙৰ আহত জোপাৰ লগতে এক লেঠাৰিয়ে তিনিজোপা ডাঙৰ শিমলু । আহত জোপাৰ পৰা অজস্ৰ ঠাল-ঠেঙুলি শিপা ওলমি ভয় লগা হৈ আছে । মিটমিটীয়া গছ, সঁৰা আদি সৰু সৰু গছেৰে ঠেক বাটটো আৰু ঠেক কৰি আনিছে । কোনোমতেহে মানুহ যোৱা সম্ভৱ । বাৰিষা ইয়াত নিশ্চয় হোৰোৰণী বোকা হৈছিল । বোকা এতিয়াও আছেই । শিমলু গছত পৰি থকা শগুন জাকৰ এটাই টোঁ কৰি নামি আহি সিহঁতৰ মূৰৰ ওপৰেৰে পাৰ হৈ গ'ল । ঠাই টুকুৰা সঁচাকৈয়ে ভয় লগা । অৱশ্যে পোৰা বিল পাৰ হ'লেই মুকলি আলি পোৱা যাব ।

— কানিমুনি পৰ, তলৈ চাই-চাই চলিবি জোনাকী; এতিয়া দীঘল বিধ ওলোৱাৰ সময় । কেতিয়াবা আলিতে দীঘল দি পৰি থাকে এই বিধ । আজি তাতে ঘিটমিটীয়া এন্ধাৰ । গাঁও পালেই জোৰ এটা জোগাৰ কৰিব লাগিব ।
—মইনা পেহীয়ে ক'লে ।

—ঠাইখন ইমানেই জয়াৰ যদি এই ফালে নহা হ'লেই ভাল আছিল ।
—বতাহীয়ে ক'লে ।

তহঁত কিজনীয়ে তিৰোতা মানুহবোৰক বুকুত সাহ গোটাই ওলাই আহিবলৈ কৈ ফুৰিছিলি নহয়, আজিও কৈ আহিছ নহয় ? বুকুত এইটো সাহ লৈয়ে ? কিহৰ ভয়টো আছে ? বাঘে খাই আমাক মাৰিব নোৱাৰে, নামাৰেও । মই মন কৰিয়েই এই ফালেই আনিছোঁ তহঁতক । বোলো, চাই যাহ'ক এইখন তীৰ্থস্থান; আমাৰ কাৰণে প্ৰাণ দান দিয়া মানুহখিনিৰ সমূহীয়া শৱ দাহ কৰা ঠাইখন ।
—মইনা পেহীয়ে ডাঙৰ ডাঙৰকৈ ক'লে ।

—বুজিলোঁ পেহী, সকলো বুজিলোঁ। আমাৰ ভয় আৰু এতিয়া মুঠেই নাই। ক'ৰবালৈ উৰি গ'ল সকলো ভয়-ভীত—সকলো সন্দেহ। আমাক ভালকৈ দেখুৱাই দিয়া এই পুণঠাইখন। কোৱা পেহী, সকলো কথা ভাঙি পাতি কোৱা। আটাইবোৰ শৱ দাহ ইয়াত হ'বলৈ পালে কেনেকৈ? তাকো আমাক কোৱা পেহী।

—জোনাকীয়ে আচৰিত হোৱাৰ দৰে সুধিলে।

—এৰা, আত্মীয়-স্বজনে জানো চিপাহীৰ বলি হোৱা আপোনজনৰ শৱবোৰ নিজৰ ঠাইলৈ দাহন কৰিবলৈ নিনিলে?

—বেচি উদগ্ৰীৱ হৈ বতাহীয়ে সুধিলে।

—নকবি জোনাকী; চাহাবহঁতক সুসভ্য জাতি বুলিবলৈ লাজকে লাগে। সিহঁতে আকৌ আমিবোৰকহে অসভ্য, পিছপৰা বুলি হাহে। ফুলগুৰি ধেৱাৰ চাৰি দিনৰ পিছত ফুলগুৰিত বিপ্লবীহঁতৰ এখন ডাঙৰ মেল বহিছিল। কি ৰূপেনো প্ৰজাৰ সমস্যাৰ সমাধান হয়, আৰু অসুৰৰূপী চাহাবহঁতৰ কেনেকৈ মুখামুখী হোৱা যায় আলোচনা কৰিবলৈ। এই মেল বহাৰ কথাটো তহঁতে জানই। আমাৰ গাঁৱৰো কেবাজনো এই মেললৈ আহিছিল। ইযাতে আনবোৰৰ লগতে গোড়া পল্টনৰ গুলীত প্ৰাণ দিলে আমাৰ গাঁৱৰ সোমকান্তই। ঘূণীয়া হৈ পলাই সাৰি গৈ গাঁৱত ঢুকাল নলিন, মীনাৰাম ......

—মইনা পেহীৰ কথাৰ মাজতে মাতিলে বতাহীয়েঃ

—এইবোৰ বাৰু শুনিছোঁ। হলধৰ, সোমকান্তৰ শ গাঁৱলৈ নিবলৈ নিদিয়াৰ কথাও জানো। ইহঁত দুটাৰ ভাগ্য ভাল আছিল, গাঁৱত ঢুকালগৈ। সমূহীয়াকৈ শৱ দাহ কৰিব লগা হ'ল কিয়?

—তাকেতো কৈ আহিছোঁ। কেলেহুৱা চুকতে থাকি বুকুতে কামোৰা চৰহতে মেলৰ খবৰ দিলেগৈ জিলাৰ বৰচাহাবক! বৰচাহাবে নিজে তেজপুৰ-গুৱাহাটীৰ পৰা অনা এসোপা গোড়া পল্টন লৈ—কিবা বোলেনে কেপ্তেইন এটাৰে নামটো তাৰ... ...

—কেমবেল চাহাব।

—জোনাকীয়ে মনত পেলাই দিলে মইনা পেহীক।

—সেয়া তহঁতেতো সেইবোৰ শুনিছই। পিছত কেমবেল আৰু বৰ-চাহাব আহি মেল-থলি আগুৰি ধৰিলে। এজনো মেলুৱৈ পলাই যাব নোৱাৰাকৈ গোড়া পল্টনেৰে ঘেৰি ধৰি মেল ভাঙি দিবলৈ হুকুম জাৰি কৰিলে।

—মেলতো ভাঙি দিছিলেই।

—জোনাকীয়ে মইনা পেহীৰ কথাৰ মাজতে ক'লে।

—ভাঙি দিলে কি হ'ব? চাহাবহঁতে মেলুৱৈক ঘেৰি থকা অৱস্থাতে মেলৰ ওপৰত গুলী চলাবলৈ আদেশ কৰিলে। নিৰস্ত্ৰ মানুহৰ ওপৰত নিৰ্মম ভাবে ধাৰাসাৰে জাউৰিয়ে জাউৰিয়ে গুলী বৰষিবলৈ ধৰিলে। ভাগিবলৈ যত্ন কৰা বোৰকো চিকাৰীয়ে খেদি খেদি পক্ষী মৰাৰ দৰে গুলী কৰি ঠিতাতে বগৰাই পেলালে। কিছু তাৰ মাজতে ভাগিল। যেতিয়া পল্টনহঁতৰ খাৰ-বাৰুদ শেষ হ'ল—তেতিয়াহে গুলী মৰা বন্ধ কৰিলে। কিমান যে মানুহ মৰিল, ঘণীযা হ'ল— তাৰ হক্‌ নাই।

মইনা পেহীৰ চকুৰ পানীয়ে বাট নেদেখা হ'ল। পেহীয়ে হুকহুকৈ কান্দিলে।

—ইহঁতে নিৰস্ত্ৰ প্ৰজাৰ ওপৰত প্ৰতিশোধ ললে। শিক্ষা-দীক্ষা নথকা মানুহেও এনে গৰ্হিত কাম নকৰে। সভ্য জাতি বুলি দাবী কৰাৰ অধিকাৰ চাহাবহঁতৰ নাই। ইহঁত অসভ্য, বৰ্বৰ, অমানুহ। চিপাহীহঁতৰ লগত বৰচাহাব চিঙ্গাৰ আৰু সেনাধ্যক্ষ কেম্পবেলে মানুহবোৰ ধাৰাসাৰী নোহোৱালৈকে পল্টনবোৰ পৰিচালনা কৰি আছিল বুলি নলিনে আমাক কৈছিল।

—বতাহীয়ে মন্তব্য দিয়াৰ দৰে ক'লে।

—ঘটনাস্থলীতে ৩৯ জন মানুহক নৃশংস ভাবে হত্যা কৰা হ'ল। আঘাত পোৱা মানুহৰ সীমা-সংখ্যা নাই। ঘটনাৰ দুদিনৰ ভিতৰতে ১৫ জন মানুহ চিকিৎসা নাপাই মৃত্যুৰ মুখত পৰিল। সিহঁতবোৰে মুঠেই ১৯ জন মানুহহে মৰিছে বুলি মিছা মাতিছে।

—জোনাকীয়ে ক'লে।

—সেয়া তহঁতে সকলো জানই দেখোন ?

— মইনা পেহীয়ে ক'লে।

—চাহাবহঁতে চিকিৎসাৰ কোনো ব্যৱস্থা নকৰিলে নেকি ?

— বতাহীয়ে সুধিলে ।

—তয়ো আক ! ইমান সময়ে শুনিলিনো কি ? চিকিৎসা কৰা দূৰৰ কথা, আঘাত পোৱা সকলে মৃত্যুৰ সময়ত এটুপি পানী বিচাৰিও পোৱা নাছিল। বন্দুকৰ গুলী খাই চটফটাই, ধৰফৰাই থকা আহতসকলে পানী এটোপা বিচাৰি পোৱা নাছিল। নিজে সিহঁতে পানীতো দিয়াই নাছিল, আত্মীয়-স্বজনকো পানী দিবলৈ ওচৰ চাপিবলৈকে দিয়া নাছিল।

—চাচোন কি নিদয়, কি পশু-সদৃশ এই চাহাবকিটা ?

—পূৰা দুদিন এনেদৰে অন্য মানুহকহে নেলাগে, চিপাহী-চন্তৰীকো পানী এটুপি দিবলৈ বন্ধ কৰি দিছিল।

—জোনাকীয়ে বতাহীৰ প্ৰত্যুত্তৰ দিলে।

—চাহাবহঁত ইতৰ, অমানুহ, হিংস্ৰ পশু, ইহঁত দস্যু, দানৱতকৈয়ো অধম ।

—আকৌ বতাহীয়ে মন্তব্য কৰিলে ।

—মানুহ পোৰা বিল পালোঁহিয়েই। সৌ যে কেঁকুৰীটো দেখিছ, সেইটো পাৰ হৈ আগলৈ ডাঠ হাবিৰ নিচিনা দেখিছ যে, পূবলৈ সেয়াই মানুহ পোৰা বিল — আমাৰ তীৰ্থ- সদৃশ স্থান ।

— মইনা পেহীয়ে ক'লে ।

বহুত সময় মনে মনে কিবা ভাবি আহোঁতে আগতকৈ খোঁজ পাতল হ'ল। পেহীৰ যেন ভৰি নচলেই ।

—পেহীয়েচোন আচল কথাটোলৈকে নাহে। সমূহীয়াকৈ শৱ দাহন ··

— বতাহীৰ মুখতে পেহীয়ে ক'লে ।

– ৰ'চোন, পোনে পোনে কেনেকৈ কওঁ ? বহুতো কথা কোৱাই নহ'ল। ঘটনাৰ ঠাইলৈ কোনো নতুন মানুহ আত্মীয়-স্বজনৰ খা-খবৰ লবলৈ আহিলেও তেওঁলোককো ধৰি-বান্ধি, শাস্তি দি নগুৰ-নাগতি কৰিছিল। কিছুমানক আকৌ আগৰবোৰৰ লগতে বন্দী কৰি থৈছিল। নীতি, বিচাৰ-

খোচাৰ, ন্যায়-অন্যায় চাহাৰইঁতে পুৰি থালে। আহতসকলৰ কাৰণে কোনো চিকিৎসাৰ ব্যৱস্থা নকৰিলে বা পৰিয়াল-পৰিজনক আহতসকলক নিবলৈ দি ঘৰত চিকিৎসা- শুশ্ৰূষা কৰিবলৈকো নিদিলে। পৰিয়াল-বোৰক ওচৰ চাপিবলৈ নিদিয়াত বা সিহঁতে নিজেই আঁতৰ কৰাৰ ব্যৱস্থা নকৰাত মৰাশবোৰ আৰু আহত কিছুমানো কেইবাদিনলৈকে একেলগে তাতে পৰি থাকিল। আত্মীয়-স্বজনৰ কি অৱস্থা হৈছিল ভাবি চাচোন!

মইনা পেহী ৰ'ল। ৰিহাৰ আঁচলেৰে চকুপানী মচিলে।

—সৰহদিন শবোৰ পৰি থকাত গোন্ধ ওলোৱা ...

— জোনাকীৰ মুখতে পেহীয়ে ক'লে।

—গোন্ধ ওলোৱাৰ কথা কৈছ জোনাকী? তহঁতকিজনী বাছইঁতৰ কাৰণে কন্দা-কটা কৰি আছিলি। মই আৰু নিৰণৰ মাক ঘটনা-স্থলীলৈ আহিছোঁ। কি কৰি, সেই ঠাইৰ অৱস্থা— মৰাশৰ গোন্ধত ঘটনা-স্থলীৰ ওচৰ চাপিব নোৱাৰা হ'ল। নাকত কাপোৰ লৈয়ো গোন্ধৰ হাত সাৰিবৰ উপায় নাই। যেতিয়া মানুহ ওচৰ চাপিবলৈ দিলে, প্ৰথমতে আধামৰা পৰীয়াবোৰক আঁতৰ কৰা হ'ল। আমাৰ গাঁৱৰ কমলাকো ৩ দিনৰ দিনাহে নিছোঁ। তাৰ হাত-ভৰি ভাঙিছিল। জখমো কম আছিল। বেচেৰাৰ আয়ুসত চাউল আছিল ৩ দিন। লঘোণে-ভোকে থাকিও বাচিল। শবোৰ গেলি-পচি দুৰ্গন্ধময় হ'ল। বহুতো শৱ চিন-মোকাম নোহোৱা হ'ল। মাখিৰ ভেনভেননি আৰু পোকে লাক লাক দিলে। পল্টনকিটাই আহতবোৰ আৰু মৰাশবোৰ দিনে-ৰাতিয়ে পহৰা দি আছিল। মৰাশৰ গোন্ধত যেতিয়া মানুহ থকাটো অসম্ভৱ হ'ল, তেতিয়া সিহঁতক আঁতৰ কৰি নিছিল আৰু শবোৰ সৎকাৰ কৰিবলৈ পৰিয়ালে নিব পাৰিছিল।

—শ'বোৰ নিবলৈ অহা আত্মীয়-স্বজনে চাগৈ দিনে ৰাতিয়ে কিমান কষ্ট পালে!

—কষ্টৰ কথা কৈছ বতাহী? দিনৰ পিছত দিন স্বামীহাৰা তিৰোতা, পুত্ৰ-হাৰা মাতৃয়ে, কান্দোনত গছৰ পাত সৰাইছিল। ডেকাহঁতৰ জীৱনৰ কোঁহে-কোঁহে লাগি থকা বাসনা-কামনা ধূলিস্যাৎ হৈ গ'ল। বিধবা

বোৱে হিয়া ধাকুৰি কান্দিলে। পিতৃ-মাতৃৰ, আত্মীয়-কুটুম্বৰ চকুৰ পানীয়ে বাট নেদেখা হ'ল।

—শয়ে শয়ে ঘুণীয়া হ'ল। কাৰোবাৰ চকু, কাৰোবাৰ কাণ, কাৰোবাৰ ভৰি-হাত গ'ল। ক'তই চিৰ ঘুণীয়া হৈ সেকাট ভুগিব লগা হ'ল।

—তেতিয়াও চাহাববোৰ তাতে আছিলনে ?

—জোনকীয়ে কথাৰ মাজতে সুধিলে।

—চাহাবহঁত থকা নথকাতো কেলেই লাগিছে ? প্ৰতিটো কাম, প্ৰতিটো কথা তাহাঁতৰ হুকুম মতেই হৈছে। ইমান অন্যায়, ইমান অমানুষিক অত্যাচাৰ কৰাই চাহাবহঁতে কি আসুৰিক আনন্দ পাইছিল তাকেহে মই বুজা নাই। এনে দানৱীয় অত্যাচাৰৰ কথা হয়তো কলিকতাত থকা ওপৰৱালাহঁতে বিতঙকৈ নাজানিছিল। ইহঁতে হয়তো সকলো কথা লুকঢাক কৰি সামান্য ৰূপেহে কলিকতাক উমান দিছিল। আমাৰ বোৰৰ খা-খবৰ দিয়াৰ একো ব্যৱস্থা নাছিলেই। সেয়ে ঘটনাৰ আচল স্বৰূপ অসমৰে বাকী অংশই নাজানিলে। অন্য ঠাইৰ কথা বাদেই।

—পেহী তুমি এটা অন্যায় কৰিলা।

—কথাৰ মাজতে জোনাকীয়ে ক'লে।

—তুমি অন্ততঃ আমাক সেই সময়ত ইয়ালৈ আনিব লাগিছিল; দুখ বেজাৰ কাটি কৰি থৈ বিপদত সহায় কৰিবলৈ লৰি আহিলোঁহেতেন। তুমি আমাক ঘুনাক্ষৰেও নকলা। পিছতহে অলপ অচৰপ আমি পৰস্পৰে শুনিছোঁ।

—চা জোনাকী; চা বতাহী। তহঁতৰ গিৰিহঁতকিটা ঘৰত নাই। সিহঁতে বিপদৰ দিন গণিছে। জনালে তহঁত আহি আকৌ ইয়াত নতুন বিপদত পৰহি বুলি, গোড়া পল্টনৰ অত্যাচাৰৰ বলি হ'ব বুলিহে মই মন কৰিয়েই তহঁতক জানিবলৈ নিদিলোঁ। গাঁৱৰকিটা মেলতে পল্টনৰ গুলীত মৰিছে বুলি জানিছুই তহঁতে।

—মইনা পেহীয়ে ক'লে।

—ফুলগুৰিৰ মেলত পল্টনৰ আক্ৰমণৰ কথা জানিছোঁ ঠিকেই ; কিন্তু এই ধৰণৰ উৎকট বিভীষিকাৰ সৃষ্টি হ'ল, মানুহে ভাবিব নোৱাৰা নিদাৰুণ অনাচাৰ, অত্যাচাৰ হ'ল, মানুহক মানুহে গৰু-পশুৰ তুল্য ব্যৱহাৰ কৰিলে, জীয়া মানুহক তিলতিলকৈ মৰাণৰ লগতে মৰিবলৈ এৰি দিব পাৰিলে, এনে হৃদয়-বিদাৰক ঘটনা ঘটিল বুলি নাজানিছিলোঁ। তুমি আমাক বঞ্চিত কৰালা, দুৰ্গতৰ সেৱা কৰাত তুমি বাধক হৈ থিয় দিলা, সেইটোহে আমাৰ দুখ থাকিল পেহী !

—বতাহীয়ে মইনা পেহীক দোষাৰোপ কৰি মন্তব্য কৰিলে।

কিবা এটাই ভুৰং কৰি এক্কাৰতে তিনিওজনীৰ মাজেদিয়ে বেগেৰে উৰা মাৰি পাৰ হৈ যোৱাত সিহঁত উচপ খাই গ'ল।

—বাদুলি, জোনাকী।

—মইনা পেহীয়ে ক'লে।

—তহঁতে যি বুলি কৱ কৈ থাক, মই হ'লে সেই সময়ত উচিত কামকে কৰিছো বুলিয়েই ভাবোঁ।

—পল্টনহঁতে ঘূৰীয়া আৰু মৰাশবোৰ নিবলৈ দিয়াত পৰিয়ালবৰ্গ কেঁচা মাৰি পৰিছিল গৈ। কি হৃদয়-বিদাৰক দৃশ্য! কান্দোনত গছৰ পাত সৰিছিল। প্ৰজাৰ বিননিত মই, নিৰণৰ মাকেও সকলোৰে লগতে চিঞৰি চিঞৰি কান্দিছিলোঁ—যেন আপোনজনহে আমাৰ ঢুকাল। এটা ডাঙৰ অসুবিধাই দেখা দিলে। বহুতো শ' গেলি-পচি যোৱাত চিনাক্ত কৰা টান হৈ পৰিল। চাচোন চা, বিধবা তিৰোতা এজনীয়ে যদি গিৰিয়েকটোক চিনিব পৰা নাই, তাই বেচেৰীৰ কি অৱস্থা হৈছিল ? ল'ৰা-ছোৱালীবোৰে 'পিতাই-পিতাই' বুলি গেলা-পচা শ'বোৰ লুটিয়াই-বগৰাই ফুৰিছিল—বাপেকহঁতক চিনাক্ত কৰাৰ মনেৰে। স্বামীহাৰা, পুত্ৰহাৰা, তিৰোতাবোৰৰ মাক-বোৰৰ অৱস্থাটোৰ কথা ভাবচোন।

—মইনা পেহীৰ কথা শেষ হ'বলৈকে নাপালে।

এইবাৰ জোনাকী-বতাহী আৰু ৰ'ৰ নোৱাৰিলে, সিহঁতে উচুপি উচুপি

কান্দিবলৈ ধৰিলে। হয়তো তাহাঁতৰ পলাই ফুৰা গিৰিহঁতকিটাৰ এনে অৱস্থা হোৱা হ'লে সিহঁতৰ কি হ'লহেঁতেন তাকে ভাবিয়েই নিজক চম্ভালিব নোৱাৰা হ'ল। উচুপনি বিননিলৈ ৰূপান্তৰ হ'ল।

—হেৰ তহঁত কিজনীৰ হ'ল কি?

বহু সময়ৰ পিছত কন্দা-কটা বন্ধ হ'ল। কাৰো মুখত মাত বোল নাই। কেঁকুৰীটো পাৰ হৈ একেবাৰে বিলৰ ওচৰ পাওঁ পাওঁ হ'ল

নিস্তব্ধতা ভঙ্গ কৰি পেহীয়ে মাতিলে।

—এইফালেদি এটা বিৰিঙৰ বাট গলেই বিলখনতে ওলাবি গৈ। সেইদিনা কোনোবা মানুহে উচিত সিদ্ধান্তকে ললে। কোন কোন ঢুকাইছে সকলোৱে জানে, অথচ শবোৰ চিনাক্ত কৰাৰ উপায় নাই। সকলোটিয়ে প্ৰজাৰ হিতৰ কাৰণে ঢুকাইছে। সেইবাবে সকলোৰেই সেওঁলোক আত্মীয়-স্বজন, ইষ্ট-কুটুম্ব। গতিকে সকলোকে সমূহীয়া-ভাবে একে ঠাইতে শৱ-দাহন কৰাটোকে সকলোৱে মানি ললে। সকলেগোৰ শ কলং নৈৰ দক্ষিণ পাৰৰ এই সৰু বিলখনৰ পাৰতে একত্ৰিত কৰি শাৰী শাৰীকৈ শবোৰ দাহনৰ বাবে চিতা সজা হ'ল। সকলোৱে সমস্বাৰে হৰিধ্বনি কৰিলে: উৱা হৰি, ঔৱা ৰাম। একে সময়তে চিতাবোৰ জ্বলি উঠিল। হৰিধ্বনি আৰু সমূহীয়া কান্দোনৰ মাজত শৱ দাহন পৰ্ব শেষ হ'ল। কান্দি-কাটি মানুহবোৰ ঘৰে ঘৰে উভতিল এটা গধূৰ মনেৰে। সেয়ে বিলখনৰ নতুন নাম হ'ল—মানহ পোৰা বিল। যুগ-যুগান্তৰে এই নাম বহন কৰি এই বিলখনে চাহাবহঁতৰ অত্যাচাৰ, অনাচাৰৰ কথা মনেত পেলাই থাকিব আৰু জাগ্ৰত নগাঁৱৰ বিদ্ৰোহৰ সাক্ষী হৈ ৰ'ব।

—পেহীৰ কথাৰ মূৰত জোনাকীয়ে ক'লে।

বল—খোজ পেলা; এন্ধাৰ ঘন হৈ আহিছে; ঘৰতো চিন্তা কৰি থাকিব। ভাৰ পথাৰ আহি তহঁতে নিশ্চয় আমনি পোৱা নাই।

## তেত্ৰিশ

আমিনগাঁও পাবলৈ এবেলিৰ বাট থকাৰ পৰাই সি ভাবিছে— গুৱাহাটীত সোমাই বিপ্লৱী যতুনাথ মুখাৰ্জী আৰু নলিনী ঘোষক ফাঁচি-বজাৰ আৰু আঠগাঁৱত লগ ধৰি যাব নে পিছত ঘৰৰ পৰা উভতি আহি লগ ধৰিব? অম্বিকাগিৰীৰ সেৱা-সংঘৰো উমান লব লাগে। সি কিন্তু সিদ্ধান্ত লব পৰা নাই। আমিনগাঁৱত ৰেলৰ পৰা নামি পাণ্ডুলৈ নাব-নাৱেৰে যাত্ৰা কৰিছে সি আৰু যাত্ৰীবোৰে। বেলিটোৱে ডুবু ডুবু কৰিছে। অস্তগামী সূৰ্য্যৰ ৰঙুৰাগ ছিটিকি পৰিছে বুঢ়া লুইতৰ বুকুত। লুইতৰ পাৰ বাগৰি যোৱা মনোমোহা সৌন্দৰ্য্যই তাৰ মনত কোনো ক্ৰিয়া কৰিব পৰা নাই তাৰ চিন্তা মাথোন এটাই। যিমানে সি ঘৰৰ ওচৰ চাপিছে, সিমানে সি বেগেৰে গৈ ঘৰ পোৱাটো বিচাৰিছে। কলিকতাৰ পৰা ঠিকনা লৈ গুৱাহাটীত বিচাৰি উলিয়াব লগা বিপ্লৱীসকলক বিচাৰি উলিয়াবৰ চিন্তা সি পৰিত্যাগ কৰিলে। এতিয়া তাৰ এক মুহূৰ্ত্তও পলম কৰিবৰ ইচ্ছা নাই। ঘৰখন পাই জোনাকীক আপোন কৰি পোৱাৰ পিছত আকৌ সি গুৱাহাটীলৈ আহিব। বিপ্লৱীসকলক বিচাৰি উলিয়াব। একালৰ বাল্যবন্ধু কেবাজনকো সি লগ পাব। শীঘ্ৰে ঘৰ পোৱাৰ হেঁপাহে তাক বলিয়া কৰিলে। তাক চিপাহী-পল্টনে বন্দী কৰি লৈ অহা দিনাই শেষ বাৰৰ কাৰণে সি ঘৰখন, গাওঁখন তাৰ মৰমৰ জোনাকীক দেখিছিল। সেয়া কিমান দিনৰ কথা!

জোনাকীৰ লগত কটোৱা তাৰ শেষ ৰাতিটো আনন্দ আৰু দুখৰ মিহলি দিন। আনন্দতকৈ দুখৰ ভাগ বেচি। নেলীৰ পৰা সি সেইদিনা ঘৰলৈ নহা হ'লেও তাক চিপাহীহঁতে এদিন ধৰি নিলে-হেঁতেন। অৱশ্যে ঘৰলৈ নহা হ'লে তাক সিদিনাই ধৰিব নোৱাৰিলে-

হৈছেন, সয়ো সঠিক। সেইদিনা বনমালী আৰু সি ঘৰলৈ উভতি আহোঁ ই দুয়ো জানিছিল যে সিহঁতৰ মুক্ত দিন চমু চাপি আহিছে। কি জোনাকী-বতাহীৰ পৰা ইমান দিন আঁতৰত থকা কিমান যে কষ্ট সিহঁত ভুগাইছে বুজিছিল সবাতোকৈ বেছি। গাঁৱৰ মূৰতে ইফালে চাই সন্তৰ্পণে নিজৰ ঘৰৰ আলি ধৰিলে দুয়োটাই চুকালে।

ঘৰৰ দুৱাৰত টোকৰ মাৰোঁতেই বাতি এপৰতো সাৰে থকা জোনাকীয়ে ডাঙৰকৈ কৈছিল : "বউটি, সি আহিছে"। তায়ো যে তাৰ দৰে ৰাতিবোৰ অনিদ্ৰাত কটাইছে, তাৰ বুজিবলৈ সময় লগা নাছিল। বউটিয়ে জোনাকী দুৱাৰ মেলিবলৈ কৈ তেওঁ তাইৰ পিছে পিছে দুৱাৰৰ ওচৰ চাপি মাতৃ-সুলভ স্নেহেৰে তাক কোৱা কথাবাৰ তাৰ সদায় মনত পৰি থাকে।

মাটিৰ চাকিটো মুখৰ ওচৰলৈ আনি বউটিয়ে কৈছিল :

—বান্দু, তোৰচোন মুখখন একেবাৰে ক্ষীণ। তই ইকিদিন খোৱা-বোৱা কৰিবলৈ পোৱা নাই হবলা।

খোৱা-বোৱাৰ কষ্ট তাৰ, বনমালীৰ কোনো দিনেই হোৱা নাই। মনো-কষ্ট হয়তো হৈছে। বউটিহঁতে সদায়ে পুতেকহঁতৰ মুখবোৰ শুকোৱা দেখে, সেয়ে আজিও দেখিছে।

—সদায় তোলৈ বঢ়া-ভাত থৈ বাটলৈ চাওঁতে চাওঁতে চকু বিষাল। নওলা খোলাৰ শৱদতে তই বুলি বুজিছোঁ। মাৰল-ঘৰতে ভাত ঢকা আছে, দুৱা-দুৱা নকৰাকৈ দুটামান খাই-বৈ শুই থাকগৈ। হেৰ জোনাকী, মুখ-হাত ধুবলৈ পানী-গামোচা দে। সিটো চাকিও জ্বলা। বাহু, চিপাহীয়ে গাঁৱত টিঘিল-ঘিলাই ফুৰিছে। কিবা অঘটন নঘটিলেই ৰক্ষা! ঈশ্বৰৰতহে ভাৰসা।

কিবা অঘটন ঘটিব বুলি জোনাকীয়েও জানিছিল। ইমান দিনৰ মূৰত ঘৰলৈ ওভোটাত তাই আনন্দ পাইছিল সঁচা, ভয়ো লাগিছিল বেছি। বউটি ভিতৰলৈ আঁতৰি যাওঁতেই তাই কৈছিল :

—বল, পিৰালীৰ কাষৰ শিলটোলৈ বল, মই চুৰিয়া-গামোচা দিওঁ। মুখ-হাত ধোগৈ।

চুৰিয়া-গামোচা আৰু পানীৰ ঘটীটো আগুৱাই দি কণ্ঠ নকণ্ঠকৈ ক'লে :
— তই নহা হ'লেই ভাল আছিল নেকি ?
— কি কলি জোনাকী, মই নহা হ'লেই ভাল আছিল ?
— এৰা, তই ভালবে আছ, তাতেই আনন্দ। পিছে চিপাহীয়ে গাঁও-খন লুককি ফুৰিছে বুলি জনা নাই হবলা ? যদি কিবা ... ...
— মই বাতিটোহে পৰি থাকিম। তোকো কিমান দিন দেখা নাই ! মনটোৱে নমনাতহে আহিছোঁ। বিপদৰ কথা ময়ো সুবুজা নহয়; কিন্তু মনে নামানে নহয়।
মুখ-হাতকিটা ধুই লৰালৰি কৰি ভাতকিটা গিলি সি শেতেলিত উঠিল। আজি সি জোনাকীক আগতকৈয়ো ধুনীয়া যেন দেখিছে।
পেটত কথা ৰাখিব নোৱাৰি সি কৈয়ে পেলালে :
— আজিচোন তোক আগতকৈয়ো ধুনীয়া লাগিছে ?
— ঠিকেই কৈছ, পেটলৈ ভাত যোৱা নাই, চকুত টোপনি নাই, ধুনীয়া নহ'মনে ? আৰু
— তই চিন্তা কৰি আছ বুলি মই জানিছোঁ ; মই হবলা খাব-শুব পাৰিছোঁ ?
—এৰা. ভাল গলগ্ৰহখন লাগিল ! অতবোৰ মানুহ মৰিল, অতবোৰ ঘৃণীয়া হ'ল, আমাৰ ভাগ্যত বা কি আছে, ঈশ্বৰেহে জানে।
— সিহঁতে আমাক নেৰিছে জোনাকী, কিবা এটা বিপদ ঘটাবই ঘটাৰ। সেইবোৰ এৰ, আৰ্জিলে ভুঞ্জিবই লাগিব।
— তইচোন কেনেকৈ চাই আছ ? আগতে যেন দেখাই নাই !
— এ: মইহে বুজিছোঁ।
সি তাইৰ ওচৰ চাপি আহিল, জোৰকৈ তাইক সাৱটি ধৰিলে।
— ৰ'চোন, মাজৰ দুৱাৰখন মাৰিবলৈকে নহ'ল। বৌটিয়েও কেবাদিনে কাহি আছে। সেয়া শুনিছই নহয় ?
তাই দুয়োটা খোটালিৰ মাজৰ দুৱাৰখন বন্ধ কৰিলে শব্দ নোহোৱাকৈ।
বৌটিয়ে আগে-পিছেও কাহে, আজিও কাহিছে। পোহৰ সহ্য কৰিব নোৱাৰে ঔ। চাকিটো নুমুৱা।

— বাছুৱে ক'লে ।

ঘন ঘন শ্বাস-প্ৰশ্বাসৰ বাহিৰে কেউফালে নিতাল, নিস্তব্ধ । বহু সময় কাৰো কথা-বতৰা নাই । এবাৰ বাহু আগফালে গ'লগৈ । গল-খেকাৰী চুটামান মাৰি ইফালে-সিফালে চাই আকৌ তুৰাবত শলখা লগালে ।

শেতেলিত পৰি একেবাৰে জোনাকীৰ ওচৰ চাপি আহি বুকুলৈকে কাপোৰখন টানি ললে সিহঁতে ।

— বুজিছ জোনাকী, কালি চিপাহীবোৰ আহিছিল বুলি কৈছিলি নহয় ? আজি সিহঁতে নাহে দে, ভয় কৰিব নালাগে ।

— নহয় ঔ, মই হ'লে তোক আঁতৰি থাকিবলৈহে কওঁ । ইমান সময় থাকিলিয়েই, কথা-বতৰাও হ'লো । এতিয়ানো আঁতৰি থাকিলে কিটো হয় ? লাগিলে কালিলৈ আকৌ আহিবি । কৰবাত অঘটন ঘটিলে !

— এঘুমটি শুই লওঁ দে, তোৰ কথাবোৰ মোৰ বৰকৈ মনত পৰি থাকে । অকণমান তেও তোৰ লগত শুলে মনটো মুকলি হ'ব ।

— শোৱ যদি টোপনি আহিবৰ যত্ন কৰ, এঘুমটি শুই পুৱা ৰাতিৰ আগে আগে যাবগৈ লাগিব কিন্তু ।

—জোনাকী !

— সেয়া ওইচোন আকৌ কথাহে আৰম্ভ কৰিছ ?

— ৰচোন, সদায়ে শুইয়েই আছো, আজি বাৰু কথাকে পাতিলো৷ যেনিবা, তাতেনো কিটো হ'ব ? হেৰি নহয়, আমাৰ বিয়া হোৱা বহাগৰ সোতৰ তাৰিখে দুবছৰ পূৰা নহ'ল জানো ? আমি কিন্তু পোনা এটাৰ মুখ ...

— এই, বুট জোতাৰ শব্দ যেন শুনিছোঁ ।

— ধেৎ, তোৰ মনৰ ভাব । ক'তা ?

দুয়োটাই কাণ উঙাই বুটৰ শব্দ হয়নে নহয়, নিৰীক্ষণ কৰিলে ।

—এই সিহঁত পালেহিয়েই ।

— কান্দি কান্দি তাই কৈছিল ।

— এতিয়া কি হ'ব ? আমি এতিয়া কৰিম কি ?

তাইৰ মুখখনলৈ চাই সি ভয় খাই গৈছিল। তাইৰ ভয়তে কিবা এটা হ'ব বুলি ভাবিছিল। তাই ইমানকৈ ভয় খাইছিল যে ঘনাই ঘনাই উশাহ-নিশাহ লৈছিল। সিয়ো কি কৰিব, কি নকৰিব অৱস্থাত হাবু-ডুবু খাইছিল। সি ঠিৰাং কৰি পেলালে, সি কেতিয়াও ধৰা নিদিয়ে। পিছফালেদি গোহালি আৰু ভঁৰালৰ কাষেৰে গৈ পুখুৰীৰ কাষৰ লুৰ-লুৰীয়া বাটেৰে বাঁহ-তলীত সোমাবগৈ। তাৰ পিছত কলং সাঁতুৰি পাৰ হ'লেই সিহঁতে বিচাৰি পাব ক'ত? দুৱাৰত ঘনাই ঘনাই ঢকা পৰি-ছিল, হয়তো লাঠি জাতীয় বস্তুৰে কোবাইছিল। কাঠৰ দুৱাৰখনত হটং-হটংকৈ উঠিছিল। দুৱাৰখন ভাঙি সোমাবলৈ সিহঁতে পোনতে ইচ্ছা কৰা নাছিল।

—দুৱাৰ খোল, দুৱাৰ খোল।

— সিহঁতে চিঞৰিছিল।

তাহাঁতৰ গাত কাপোৰ নাছিলেই। সি গিৰিপকৈ উঠি লৰালৰিকৈ তাৰ চুৰিয়াখন ঠিক কৰি ললে। তায়ো গাটো ঢাকি ললে ওচৰতে থকা চাদৰখনেৰে। বৌটিৰ-আমাৰ মাজৰ বাঁহৰ দুৱাৰখনৰ ডাংডাল সি হাতত সাৱে ভৰিত সাৱে খুলিলে। তাই সেইখিনিলৈকে তাৰ পিছে পিছে গ'ল। সকাতৰে তালৈ চাই থাকোঁতেই সি বৌটিৰ শোৱা ঠাই পালেগৈ। আন্ধাৰ-মুধাৰতে সি দেখিলে বৌটি পাটিৰ ওপৰতে বহি সাম্ভাব্য বিপদৰ অপেক্ষাত আছে। মাৰল-ঘৰ পাৰ হৈ পিছফালৰ দুৱাৰৰ শলখা খুলিব খোজোঁতেই তাৰ বুজিবলৈ বাকী নাথাকিল —তাৰ সকলো হিচাব ভুল হৈ গ'ল। দুৱাৰৰ বাহিৰত দুটা চিপাহী বৈ থকাৰ সি স্পষ্ট ইঙ্গিত পালে। দুৱাৰ নুখুলি সি সেহাই-ফোপাই আকৌ তাৰ শোৱা ঘৰলৈ বেগেৰে উভতি আহিল। তায়ো বুজিলে সকলো শেষ হৈ গ'ল। তাই ভয়ত ত্ৰস্তমান হৈ তাক সাৱটি ধৰিলে। বুকুৰ মাজত সোমাই তাই উচুপি উচুপি কান্দিবলৈ লাগিল। সি তাইৰ মূৰে-কপালে হাত ফুৰাই দিলে। সিহঁতে তাক ফাঁচি-কাঠত ওলোমাব বুলি দুয়ো স্পষ্ট ধাৰণা কৰিলে।

দুৱাৰত সিহঁতে গুৰিয়াবলৈ আৰম্ভ কৰিলে। আগফালৰ ঘৰটোৰ দুৱাৰখন ভঙাৰ পিছত মাজৰ দুৱাৰখন ভাঙিবলৈ সিহঁতৰ অকণো সময় নালাগিব। তাৰ আৰু তাইৰ হাতত ইমান কণেই সময় বাকী।

সি তাইৰ গালে-মুখে চুমা খাই কন্দা কন্দা মাতেৰে ক'লে:

—জোনাকী, বোধহয় আমাৰ এয়ে শেষ দেখা-দেখি। তই চকুপানী মচ কন্দা-কটা এৰ। ৰণত যোগ দিওঁতেই আমাৰ এনে অৱস্থা এদিন হ'ব বুলি আমি জানিছিলোঁৱেই। মোৰে দুৰ্ভাগ্য, তোৰ লগত সংসাৰ কৰাটো ভগৱানে নসহিলে।

তাই একোকে নেমাতিলে, বেচিকৈ কান্দিবলৈহে ধৰিলে। বুকুৰ মাজৰ পৰা ওলাই তাই তাৰ ভৰি দুখনত ধৰি সেৱা কৰিলে।

—জোনাকী……

সি আৰু কিবা কোৱাৰ আগতে গুৰুমকৈ আগফালৰ দুৱাৰখন ভাঙি পৰা শব্দ তাৰ কাণত পৰিল।

—সিহঁত পালেহিয়েই।

সি ভাবিলে।

তাইক ভৰিৰ পৰা তুলিব খোজোতেই তাই অতি ক্ষীণ আৰু অৱশ মাতেৰে কান্দি কান্দি কোৱা তাৰ কাণত পৰিল:

—তই মোৰ দোষ-দায় নধৰিবি তোক মই একোকে দিব নোৱাৰিলোঁ।

সি আৰু ধৈৰ্য্য ধৰি থাকিব নোৱাৰিলে; হো-হো কৰি কান্দি পেলালে। বৌটিয়ো ভিতৰেদি আহি সিহঁতৰ ওচৰতে থিয় হ'লহি। মনধন কেতিয়া আহি সিহঁতৰ ওচৰ পালেহি কেৱে ধৰিবকে নোৱাৰিলে। বাহুৱে বৌটিয়েকক সেৱা জনালে। তেওঁ মূৰত হাত দি একো কব নোৱাৰিলে। মাজৰ দুৱাৰখন ভাঙোতে সিহঁতৰ মুঠেই সময় নালাগিল। একেজাপে আহি দুটা চিপাহীয়ে তাৰ দুই বাহুত লৰিব-চৰিব নোৱাৰাকৈ ধৰি পেলালে। এটা চিপাহীয়ে জোৰেৰে তাইক তাৰ পৰা আঁতৰ কৰি নিলে। বৌটি আৰু মনধনক আঁতৰ হৈ যাবলৈ সিহঁতে দবিয়াই হুকুম কৰিলে।

দুটা চিপাহীক মোটোকা মাৰি আঁতৰ কৰি দিবলৈ তাৰ বলৰ অভাৱ হোৱা নাছিল, কিন্তু তাকে কৰিলে অত্যাচাৰ আৰু বাঢ়িবহে বুলি সি একো নকৰিলে। তাক টানি সিহঁতে চোতাললৈ উলিয়ালে। ধৰি থকা চিপাহী দুটাৰ পিছত থিয় হৈ বাকী এটা চিপাহীয়ে বন্দুকৰ কুন্দাৰে খুন্দিয়াই খুন্দিয়াই তাক আগলৈ ঠেলি দিলে।

—ৰাতি পুৱালেই। বেলিয়ে ধলফাট দিলে। নঙলা মুখৰ বাহিৰত গাঁওখনৰ প্ৰায়বোৰ মানুহেই থিয় হৈ তাৰ পিছত কি হ'ব তাৰ বাবে শঙ্কিত দৃষ্টিৰে চাই ৰৈ আছিল। জোনাকীয়ে কাম্পোনত গছৰ পাত সৰাইছে. বৌটিয়ে হিয়া ধাকুৰি কান্দিছে। মনধনে উচুপনি লৈছে। চোতাললৈ উলিয়ায়েই সিহঁতে তাক নঙলা মুখৰ বাহিৰলৈ নিবলৈ উদ্যত হ'ল। এইবাৰ সি সিহঁতৰ ইচ্ছাত বাধা দিলে।

—মই চোৰো নহয়, ডকাইতো নহয়। নিজৰ তিৰোতা, আত্মীয়-স্বজনক মাত-বোল লগাবলৈ নিদিবি, সেই কথা মই মানি লব নোৱাৰোঁ।

—সি ভাবিলে।

চোতালৰ মাজ ভাগতে সি ৰৈ গ'ল। সিহঁত দুটা চিপাহী কিয়, সি ইচ্ছা নকৰিলে গোটেই দল চিপাহীয়েও তাক টানি নিব নোৱাৰে, সি জানে। নঙলাৰ মুখৰ বাহিৰত থকা ৰত্ন দাইটিৰ, দয়াৰাম বৰমেধিৰ চকুৰে চকুৰে পৰিল তাৰ। ৰত্ন দদাইটিক লক্ষ্য কৰি সি ক'লে :

—দদাইটি দেখিলাই নহয় কি হ'ল ; মই যাওঁ তোমালোকে ঘৰখন চাবা। তেওঁলোকে একো কব নোৱাৰিলে। বুঢ়া-মেঠা সকলোৱে হৌ-হৌ কৰে কান্দিবলৈহে আৰম্ভ কৰিলে। অৱস্থাটো বৰ অসহনীয় হৈ উঠিল। বেছি সময় ৰৈ নাথাকি সি সোনকালে গুচি যোৱাটোৱেই উচিত হ'ব বুলি বিবেচনা কৰি ইমান সময়ে বলেৰে টানি থকা চিপাহী দুটাৰ কষ্ট কমাই ভৰি ডাঙিব খোজোতেই জোনাকীয়ে লৰমাৰি তাৰ ওচৰ পালেহি। এটা চিপাহীয়ে তাইক ধৰি পেলালে আৰু আতৰাই দিবলৈ যত্ন কৰিলে।

—ই আকৌ কেনে ব্যৱহাৰ ? ইহঁত জানো মানুহ নহয়, মতাটোৰ ওচৰলৈ তিৰোতাজনীক ইহঁতে আহিবলৈ নিদিব, ই কোন

মুলুকৰ কথা !

—সি ভাবিলে ।

তাৰ মনটো বিদ্ৰোহী হৈ উঠিল । জোনাকীক তাৰ কাষলৈ আহিবলৈ নিদিয়া পৰ্য্যন্ত তাৰ পৰা নেযাবলৈ সি মনে মনে সিদ্ধান্ত কৰিলে । হয়তো এইখিনিতেই তাৰ ভুল হৈ গ'ল । সি পাহৰি গৈছিল—সি সিহঁতৰ হাতত বন্দী আৰু সিহঁত সশস্ত্ৰ । তাক সিহঁতে বেচিকৈ আগলৈ টানিবলৈ লাগিল আৰু পিছৰ পৰা দুটা-মান চিপাহীয়ে বন্দুকৰ কুন্দাৰে তাক ঠেলিবলৈ ধৰিলে । সিয়ো চোতালত খোপনী লগে ভৰিৰে আৰু ডাঙৰকৈ ক'লে ঃ

—ইহঁতৰ ব্যৱহাৰ দেখিছে বাইজ; ইহঁত মানুহ নে ইতৰ ?

ইমান সময়ে নীৰবে থকা দাৰোগাজনে তাৰ কথাত অতিষ্ঠ হৈ তাৰ হাতত থকা বেতডালেৰে তাৰ ভৰিত জোৰেৰে দুকোব মাৰিলে । কোবকিটা পিঠত পৰি সেৱা বান্ধিলে ।

সি খঙে-ৰাগে দাৰোগাটোক কি কৰা উচিত হ'ব ভাবি থকা সময়তে কেনেবাকৈ জোনাকী চিপাহীটোৰ হাতৰ পৰা এৰাই আহি তাক সাবট মাৰি ধৰিলেহি । বৌটিও আগুৱাই অহাত চিপাহীবোৰ অতিষ্ঠ হৈ পৰিল । চিপাহী এটাই বন্দুকৰ কুন্দাটোৰে পিছফালৰ পৰা প্ৰচণ্ড আঘাত কৰিলে বাহুৰ পিঠিত । চিপাহী দুটাই ধৰি নথকা হ'লে সি কিজানি কৰফাল খাই পৰিয়েই গ'লহেঁতেন । তাৰ মূৰটো ঘূৰাই যোৱা যেন পালে । এইবাৰ দাৰোগাজনে জোনাকীক টানি আঁতৰ কৰিবলৈ টনা-আজোৰা কৰিলে । তায়ো তাক জোৰেৰে সাবটি ধৰাত দাৰোগাটোৱে তাইক এৰুৱাব নোৱাৰি তাইৰ চুলি-কোচাত থাপ মাৰি ধৰি টানিবলৈ ধৰিলে । সি কব নোৱাৰা হ'ল । তাৰ বিচাৰ বিবেচনাই কাম নকৰা হ'ল । সোঁ-ভৰিখনেৰে দাৰোগাটোক এনে এটা গোৰ লগালে, সি কৰফাল খাই চাৰিহাত আঁতৰত ধমহকৈ পৰিলগৈ । চিপাহীহঁতে তাৰ উত্তৰত তাক বন্দুকৰ কুন্দাৰে বেজাই মাৰ-ধৰ কৰিলে । নাকৰ তেজে চৌ-চৌৱনি লগে । তাৰ চুৰিয়াখন

ৰঙা হৈ পৰিল। সকলো মানুহে আছি মধুসূদন দেখিলে। মৰিয়াই মৰিয়াই তাক শেষ কৰি পেলাব বুলি আটায়ে ভয় খালে।

বৰমেধি দদাইটিয়ে উত্তেজিত হৈ চিঞৰি চিঞৰি ক'লে:

—বাছু তই যেনেগন নকৰিবি। চৰকাৰৰ বোৰত পৰিছ যেতিয়া, ইখন সিখন নক'ৰ সিহঁতে যি কৰিব বিচাৰিছে, তাকে কৰ। এনে নিদাৰুণ অৱস্থা আমাক আৰু চাই থাকিবলৈ নিদিবি। আমি আৰু সহ্য কৰিব নোৱাৰা হৈছোঁ।

কান্দি কান্দি বলিয়াৰ দৰে হৈ বৌটিয়ে চিঞৰিলে:

—বাছু, মোৰ কথা শুন, তোক যলৈ নিয়ে গুচি যাগৈ। আমাক আৰু কিমাননো কন্দুৱাব?

তাৰ চকু জোনাকীৰ চকু মিলিত হ'ল। তাই কাতৰভাবে তালৈ চাই ৰল।

আটাইবোৰ চিপাহীয়ে ঠেলিও তাক নঙলাৰ বাহিৰ কৰিব পৰা নাছিল। সি নিকৰুণ ভাবে চাৰিওফালে মূৰ ঘূৰাই চালে। নামঘৰৰ মণিকূটৰ দৌলটো পুৱাৰ পোহৰত তিৰবিৰাই থকা তাৰ চকুত পৰিল। তাৰ বিবেকে ক্ৰিয়া কৰিলে। সি তধা লাগি চাই ৰ'ল। মণিকূটটোৱে তাৰ সমাজৰ প্ৰতি থকা দায়-বদ্ধতাৰ কথা, সমাজৰ নীতি-নিয়মৰ কথা তাক সোঁৱৰাই দিলে। সি প্ৰকৃতিস্থ হ'ল। হায়ৈ-বিয়ৈকৈ কন্দা মানুহবোৰৰ কাৰণে তাৰ দয়া উপজিল। সিহঁতক আৰু কষ্ট দি কন্দুৱাবৰ মত নগ'ল।

এনে সময়তে সকলোকে আচৰিত কৰি জোনাকীয়ে ক'লে:

—যাগৈ যা; বৌটি আছে, সমাজখন আছে, মনধন আছে, সিহঁতে মোক চাব। তই আৰু চিৰঘূণীয়া হ'ব নালাগে। যাগৈ যা ...

সি সকাতৰে তাইলৈ উভতি চালে, তাইৰ চকুত চকুপানী নাই. তাই যেন কান্দিবলৈ পাহৰি পেলালে। কান্দি কান্দি ৰঙা হোৱা চকুকিটা আউলি-বাউলি চুলি কোচাবে. মেলা-মেলা চকুৰ চাৱনিৰে তাইক সি অন্য কোনোৱা যেনহে দেখিলে। সি বিবৰ্ণ হৈ পৰিল, কব নোৱাৰা

হ'ল। পৰিয়াল-পৰিজনবে, বুঢ়া-মেথাবে, হেচ খাই থকা মানুহবোৰৰ কথা সি পাহৰি পেলালে।

সি চিঞৰি কলে :

—জোনাকী; মোৰ জোনাকী; মই আকৌ ঘূৰি আহিম জোনাকী, তই এইবোৰ কৰিছ কি? তই আকৌ জোনাকী হ আকৌ এন্ধাৰত ঢিৰবিৰাই থকা জোনাকী পৰুৱা হ। মই আকৌ আহিম জোনাকী।

চিপাহীৰ টনা-আজোঁৰাত এইবাৰ সি সহাঁৰি দিলে। সি খোপনি এৰিলে—আগলৈ খোঁজ পেলালে।

কোনোবা এটাই লৰি আহি ৰত্ন বায়নক কোৱা সি শুনিলে।

—বনমালী ককাইকো চিপাহীয়ে ধৰি লৈ গ'ল।

সি উভতি চাবলৈ সাহস হেৰুৱাই পেলালে। নামঘৰৰ সন্মুখতো সি মূৰ দোৱাবলৈ পাহৰি গ'ল। জোনাকীৰ সেই ভয়ঙ্কৰ ৰূপটোৱে তাক শঙ্কিত কৰিলে। তাই কিবা কৰি পেলাব বুলি তাৰ বৰ ভয় লাগিল।

## চৌত্ৰিশ

নিৰ্মম সময়ৰ মুখা-মুখী হৈয়ো জোনাকীয়ে ধৈৰ্য্য হেৰুৱা নাই। নিষ্ঠুৰ সময়ৰ সৈতে যুঁজিবই লাগিব। পৰাজিত হোৱা মানে ঠাউনি নেপাই মতৃ্যমুখী হোৱা  সেয়ে ব'স্তুতক ধৰি অনাৰ চাৰিদিন পিছতে এবাৰ আৰু চৈধ্য দিনৰ দিনা আৰু এবাৰ জোনাকী-ৰত্নাহীয়ে সিহঁতহালক জেলত দেখা পোৱাৰ আশাৰে জিলা পালেহি। গাভৰু কালত জিলালৈ আগতেও সিহঁতে আহিছে, কিন্তু এনেকুৱা বিপদত পৰি হাবাথুৰি খাই আহিব লগা হোৱা নাছিল। সদৰত চাব লগা বস্তু কিবা থাকিলেও সিহঁতৰ চকুত পৰা নাই। সিহঁতৰ চিন্তা বাস্তু, বনমালী আৰু আনবোৰ ৰণৰ বন্দীক দেখা পোৱা। প্ৰথম বাৰ সিহঁত জেলৰ ডাঙৰ জগনাথনৰ ওচৰতে দিনটো কটাই হতাশ মনেৰে উভতি গ'লগৈ। কতনো বাবুক সিহঁতে কাবৌ-কোকালি নকৰিলে; জেল বাবুকে দেখা কৰিবলৈ সক্ষম নহ'ল। চৈধ্য দিনৰ দিনা বাহাৰীলৈ সিহঁতবোৰক আনিব বুলি কমলা পিয়দাৰ পৰা জানি সেইদিনাও ভাগ্তি-চিডি আহি অনাহকতে কষ্ট খালে। সিহঁতক নেদেখিলে। সিহঁতক কাছাৰীলৈ নানিলে।

কমলা পিয়দায়ো সিহঁতৰ দুখ-কষ্টত দুখ প্ৰকাশ কৰিলে। সচাঁকৈয়ে পিয়দাই সিহঁতকিটাক কাছাৰীলৈ আনিব বুলি জেলৰ ওৱাৰদাৰ এটাৰ পৰা জানিহে তেনেকৈ কৈছিল। তেওঁৰ মুখেদি সিহঁতে বহুত কথাই জানিলে। তেৱেঁহে চাহাবহঁতৰ বিচাৰৰ নামত কৰা ভেকো-ভাওনাৰ কথাবোৰো ক'লে।

নগাঁৱৰ সদৰৰ মাজেত থকা ডাঙৰকৈ আৰু ধুনীয়াকৈ সজা কছাৰী ঘৰটো সিহঁতে দেখিছে। ইমান ডাঙৰ ঘৰ অসমীয়া মানুহে তেতিয়া দেখাই নাছিল। বৰপীৰাত দলিচা পাৰি বহি আমোলাসকলে হাবি-

হাবি-বনৰ পাজেৰে তৈৰাৰী চিক্ৰাহীৰে খাগৰি কলম বা পাখি কলমেৰে, বঙলা ভাষাত লিখা-পঢ়া কৰা দেখিছে। অসমীয়া মানুহে ডাঙৰ অপৰাধ যথা হত্যা-কাণ্ড আদি কেতিয়াও কৰি পোৱা নাই। অৱশ্যে কানি ববিহৰ কোপত পৰি পইচাৰ অনাটনত চুৰি-চাতুৰিৰ গোচৰ হৈছিল বহুতো। ভাবিলে আচৰিত যেন লাগিলেও কানীয়া-বোৰেই অপৰাধ কৰিছিল বেছি। কানিৰ বাবে ল'ৰা-তিৰোতা বেচা. কানিৰ বাবে বেশ্যাবৃত্তিত লিপ্ত হৈ মানুহ গোচৰৰ মুখা-মুখী হৈছিল। ১৮৫৩ চনৰ বছৰলৈকে এজন মানুহক দ্বীপান্তৰী কৰিছিল। নগাঁও জিলাৰ আয়তন সেই সময়ত অতি বৃহৎ থকা সত্ত্বেও জিলাখনত হত্যা-কাণ্ড হৈছিল এটা মাত্ৰ। ১৮৫৩ চনত নগাঁও জেলত কয়দী আছিল ১০১ জন। ১৮৬২ চনত সৰ্বমুঠ কয়দী আছিল ২৩২ জন। ইয়াৰ ভিতৰত বিদ্ৰোহৰ বন্দীসকলকো ধৰা হৈছে। তেতিয়া নগাঁও জেলত ইয়াতকৈ সৰহ মানুহ ৰাখিবৰ সুবিধা নাছিল। কয়দীসকলৰ খোৱা-পিন্ধাৰ কাৰণে চৰকাৰে একেবাৰেই চকু-কাণ নিদিছিল। তেওঁলোকৰ পৰা যথেষ্ট কাম-কাজ আদায় কৰা হৈছিল। জেলৰ ভিতৰত কম লেঠাতে প্ৰচুৰ শাস্তি বিহিছিল। কয়দীক অকাৰণত মাৰধৰ কৰাটো সাধাৰণ কথা আছিল। প্ৰতিজন কয়দীৰ বাবে প্ৰতিসাজত ৭ পইচা খৰছ ধৰা আছিল যদিও তাৰ আধাও আচলতে খৰচ নকৰিছিল। মাৰ-ভাত খাই কঠোৰ পৰিশ্ৰম কৰিব লগা হোৱাত কয়দীবোৰ আধা-মৰা হৈছিল। সকলো কয়দীকে একেটা চকতে বান্ধি খুৱাইছিল।

পিয়দাৰ কথা শুনি বাহুইতৰ হ'ব পৰা কষ্টৰ কথা ভাবি জোনাকী বৰ চিন্তিত হৈছিল। অনেক বাৰ আহি সিহঁতক দেখা নেপাই মন ভাগি পৰি হতাশ হোৱা জোনাকী-বতাহীয়ে জিলালৈ অহাৰ আশা এৰিয়ে পেলাইছিল। চাওঁতে চাওঁতে ৭ মাহ হ'লহি। মনে নমনাত তাইঁাত কিজনীৰ শুকান মুখ কিখনলৈ চাই মইনা পেহীয়ে আৰু এবাৰ জিলালৈ যোৱাটো ঠিক কৰি পেলালে। এদিন সেয়ে বাট কুৰি বাই মইনা পেহী, জোনাকী, বতাহী জিলা পালেহি। অচিনাকি বঙালী বাবু এজনৰ সহায়ত

জেলৰ সন্মুখ ওলালহি। জেলৰ ডাঙৰ জপনাখনৰ সন্মুখত থিয় দি সিহঁত-কিজনীৰ আমনি লাগিছে; তেও জেল-বাবুক লগ ধৰিব পৰা নাই। ডাঙৰ জপনাখনৰ ভিতৰ ফালে পহৰা দি থকা ওৱাৰদাৰাটোক মইনা পেহীৰ কৰবাত দেখা দেখা যেন লাগিল। মৰ-সাহ কৰি মইনা পেহীয়ে ওৱাদাৰটোক সি বান্ধ-বনমালীক চিনি পায় নেকি সুধিলে। ওৱাৰদাৰটোৱেচোন মনটো মাৰি পেলালে। বাৰে বাৰে আটাই কিজনীয়ে ওৱাদাৰটোক বান্ধ-বনমালীক চিনি পাই নেকি, তাহঁতৰ কিবা খবৰা জানে নেকি—জানিবলৈ উদগ্ৰীৱ হৈ, সুধি থকাত বেচেৰা উপায়ন্তৰ হ'ল। সি ক'লে— তহঁত ঘৰলৈ যাগৈ যা। দেখি কৰি লাভ নাই। সিহঁতকিটাক ইয়াৰপৰা কৰবালৈ নিলে গৈ।

আটাইকিজনীৰ মুখৰ মাত হৰিল। মাথো ঘন ঘনকৈ উশাহ সলালে। চকু-কাণ ৰঙা হ'ল! চকু ঢুলঢুলীয়া পৰিল।

— ককাই, তুমি তেন্তে তাহাঁত দুটাক চিনি পোৱা?

— জোনাকীয়ে নিস্তব্ধতা ভঙ্গ কৰি সুধিলে।

— মই সিহঁতকিটা কিয়, তহঁতকো চিনি পাওঁ। এই যি ক'লো আচল কথাকে কৈছোঁ। তাতকৈ বেছি কোৱা মানা। তহঁতৰ লগত কথা পাতি থকা দেখিলে মোৰহে বিপদ হ'ব।

— ওৱাদাৰটোৱে সৰু সৰুকৈ ক'লে।

— বোপাই, তই যদি চিনিয়েই পাইছ, তয়োতো বিয়া-বাৰু কৰোৱা মানুহ। সংসাৰৰ মায়াত সোমাইছ। চাচোন বাৰু, মাহৰ পিছত মাহ মতাকিটাৰ খবৰ নেপালে মানুহকিজনী থাকে কেনেকৈ? কি বুলি নিজকে সান্ত্বনা দিব বাৰু? ক' বোপাই মোৰে শপত, আচল খবৰটোনো কি? ক' বোপাই ক'।

— অতি মৰম লগাকৈ, গাত লাগি যোৱাকৈ কুহুলিয়াই কুহুলিয়াই পেহীয়ে সুধিলে।

মৰম লগা মানুহ কিজনীৰ বৈ অহা চকুলো দেখি তাৰ মানুহজনীৰ ছবিখন মনত পৰি গ'ল। তাইৰ যদি এনে দুৰ্দশা হয়? সি দয়াপাৰবশ

হ'ল। সি বৰ কাতৰ হ'ল। তাৰ ভিতৰৰ মানুহটোৱে আত্ম-প্ৰকাশ কৰিলে।

ইকালে-সিকালে চাই সকাতৰে সি পেহীক ক'লে:

— বাইটি, মানুহ দুজনী অকণমান আঁতৰাই পঠোৱা। মই টিপতে তোমাক ক'ম। জেল-বাবু আহিবৰে সময় হৈছে। বেগাবেগী কৰা।

জোনাকী-বতাহীক সেই ঠাইৰপৰা এনলমান আঁতৰি যাবলৈ পেহীয়ে বাধ্য কৰালে। পেহী পুনৰ তাৰ ওচৰ চপাত ওৱাৰদাৰটোৱে ক'লে:

—মই কথাটো কওঁ। তুমি তাহাঁতক ঘৰ পোৱাৰ আগতে নকবা। ক'লে তোমাৰেহে ডাঙৰ আহুকালে দেখা দিব। মোৰো বিপদ হ'ব। ইয়াতে হায়ে-বিয়েকে কন্দা-কটা কৰিলে মই কোৱা বুলি জনাজনি হ'ব।

পেহীয়ে ৰৰকৈ চকুহাল মেলি দিলে। ভয়াল দুখৰ বতৰা শুনিবলৈ নিজক প্ৰস্তুত কৰিলে। কিবা এটা অঘটন ঘটিল — পেহীয়ে বুজিলে। আগৰ কিবাৰতে এই মানুহটোক পোৱা হ'লে কিজানি তাহাঁতক দেখিলেইহেঁতেন।

—পেহীয়ে ভাবিলে।

—কচোন বাক ক' মই সিহঁতক নকওঁ। গুৰি কথাটো কি?

—মই সেনচোৱাৰ ববৰা আটিৰ মানুহ। তোমালোক আটাইবোৰকে চিনি পাওঁ। লক্ষণচিং, চাংবৰ, ৰংবৰক ফাঁচি দিলে।

পেহীৰ চকুৰে ধোৱা কোৱা দেখিলে; মূৰটো আচন্দ্ৰাই কৰা যেন লাগিল। তথাপি ওৱাৰদাৰটোৰ চকুলৈ ভয়াত্ত দৃষ্টিৰে পেহীয়ে চাই ৰ'ল! জোনাকীহঁতলৈ এবাৰ উভতি চালে। সিহঁতে তেওঁলোকলৈ চাই আছে সন্তৰ্পণে।

—বিচাৰত সিহঁতক দোষী প্ৰমাণ কৰিলে?

—ইংৰাজৰ ক'ৰ আইন-কানুন আছে? সকলো ভুৱা। আনীচুৰ থানাৰ মহৰী আৰু হলধৰ বৰুৱাই যি ঘটনাৰ বিৱৰণ লিখি থানাত দিছিল, সেয়ে শিলৰ ৰেখা। কোনো সাক্ষী-বাদীও লোৱা নাই, সিহঁত দুটাৰ বাহিৰে। অৱশ্যে সেনাপতি লক্ষণ চিং ডেকাই তেওঁ বিদ্ৰোহীসকলৰ সেনাপতি

আছিল বুলি নির্ভয়ে কৈছিল। ৰংবৰ ডেকায়ো 'মৰে প্ৰথমে চিঙ্গাৰ চাহাবক মাৰিছিলোঁ।' বুলি তেওঁৰ চুৰিয়াত লাগি থকা তেজৰ দাগ দেখুৱাইছিল! চাংবৰেও "ময়ো মাৰিছিলোঁ।" বুলি লাখুটিৰ তেজ দেখুৱাই দোষ স্বীকাৰ কৰা সঁচা। ৰূপচিং, হেবেৰা, নবচিং, চিৰ-চিঙক কলীয়াপানীলৈ পঠালে। নাৰায়ণ, কলি ডেকাহঁতৰ এৰজনৰকৈ জেল হ'ল, কিছুমানৰ দহ বছৰ, কিছুমানৰ সাত বছৰকৈ জেল হ'ল। বাস্তু-বনমালীৰ বিষয়ে ক'বলৈ, গাভৰু মাহুহ কিজনীক সিহঁতৰ গৃহস্থ কিজনৰ তুখৰ বতৰা জনাবলৈ, ওৱাৰদাৰটোৱে বৰ কষ্ট পাইছে। সি সেপ ঢুকি আঁতৰত থকা সিহঁতৰ ঘৈণীয়েক কিজনীলৈ এবাৰ চালে। তাহাঁতৰ মুখবোৰ শুকাই গৈছে। ভয়াৰ্ত্ত দৃষ্টিৰে তাৰ ফাললৈকে চাই আছে। পেহী অধৈৰ্য্য হৈ উঠিল।

—হেৰ, বাস্তু-বনমালীৰ কি হ'ল? তাহাঁতৰ··· ···

—তুমি তাইহঁতক কথাটো ইয়াতে নকবা! তোমাৰ ছুৰবস্থা হোৱাৰ লগতে মোৰো হ'ব, সেয়া মই আগতে কৈছোঁৱেই। মই কৈছোঁ বুলি জানিলে মোৰ চাকৰীটো যাব।

—হেৰ, ময়ো বুজিছোঁ নহয়। সিহঁতক ইয়াৰ পৰা আঁতৰাই নিয়াই অসুবিধা হ'ব। ক'চোন ক, সিহঁতৰ কি হ'ল? তইচোন বেওচাৰা কাটিছ?

—আজি তুদিনৰ আগতে সিহঁতক ইয়াৰ পৰা আঁতৰাই লৈ গল। সিহঁত তুটাকো যাবজ্জীৱন দ্বীপান্তৰী কৰি কলীয়াপানীলৈ পঠালে।

পেহীৰ মূৰঘূৰণি উঠিল। বিনামেঘে বজ্ৰপাত। পৃথিৱীখন চকচক কৰে ঘূৰিছে। পেহী থিয় হৈ থাকিব নোৱাৰি বহি পৰিল। হঠাৎ পেহী বজ্ৰ কঠোৰ হ'ল। পেহীয়ে অকণো নাকান্দিলে। বুকুখন শিল যেন ডাঠ কৰি পেলালে। চকুৰ পানী জোৰেৰে বন্ধ কৰিলে। বহাৰ পৰা একে চাবে উঠি জোনাকীহঁতৰ ফালে উভতিব ধৰি কিবা মনত পৰাৰ দৰে পেহীয়ে সুধিলে:

—বাস্তুহঁতে দোষ স্বীকাৰ কৰিছিল জানো?

—ৰাহুহঁতে দোষ স্বীকাৰ কৰা নাই। যাবজ্জীৱন দ্বীপান্তৰী কৰি কলীয়াপানীলৈ পঠোৱা এজনেও দোষ স্বীকাৰ কৰা নাই। অস্বীকাৰো কৰা নাই।

—মানে ?

—তেওঁলোকক একো সোধ-পোচ কৰাই নাই। মাথোন ৰায়হে শুনাইছে। কিবা অন্য প্ৰদেশত আগৰে পৰা চলি থকা ভাৰতীয় দণ্ডবিধি আইন এই ১৮৬২ চনৰ পৰা হেনো সিহঁতে ইয়াত ব্যৱহাৰ কৰিলে। সৰ্বমুঠ ষাঠিজন মানুহৰ জেল হ'ল। ফুলগুৰি, নেলী, কচুহাট, ৰহা অঞ্চলৰে চল্লিশ-এককচল্লিশ জন হ'ব আৰু অন্যান্য অঞ্চলৰ বাকীখিনি।

পেহীৰ এইবোৰ কথা মূৰত সোমোৱাই নাই। কি বুদ্ধিৰে বেচেৰী-হতক ঘৰলৈ উভোতাই নিব, সিহঁতক কি বুজি ক'লে সিহঁতৰ বিশ্বাস উপজিব—মনতে এখন জাল গুথি পেলালে।

কথা আধাতে এৰি দৰিওৱাৰ দৰে ওৱাৰদাৰটোৱে ক'লে :

—এই, তহঁতক লাগে কি ? কোনে তহঁতক ইয়ালৈ আহিবলৈ দিছে ? এতিয়াই ইয়াৰ পৰা গুচি যাবি নে নাযাৱ ?

পেহী তাৰ ব্যৱহাৰত আচৰিত হৈ কিবা কোৱাৰ আগতে দেখিলে, বাবু যেন লগা এজন মানুহ পিছে পিছে দুটা ওৱাৰদাৰ লৈ সিহঁতে কথা পতা জপনাখনৰ ফাললৈকে গজেন্দ্ৰ-গমনে আহি আছে। এই-জনেই জেলবাবু হ'ব। জেলবাবুক শুনাবলৈকে সি তাহাঁতক দৰিয়াইছে।

পেহী জোনাকীহঁতৰ ফালে কেখোজমান আগ বাঢ়োতেই ইমান সময়ে বাহুহঁতৰ বতৰা জানিবলৈ উদগ্ৰীৱ হৈ থকা দুয়োজনী আগুৱাই আহি পেহীৰ ওচৰ পালেহি।

—ব'ল আৰু ইয়াত থাকি লাভ নাই। ওৱাৰদাৰটোৱে হুমকি দিছে। বেগাবেগীকৈ গলেগৈয়ো কানিমুনিৰ আগতে নাপামগৈ। সিহঁতক বোলে এইখন জেলৰ পৰা তেজপুৰ জেললৈ নিলেগৈ।

একো নোহোৱাৰ দৰে ভাও ধৰি পেহীয়ে কথাবোৰ কৈ গ'ল। পেহীয়ে তাইহঁত দুজনীৰ মুখলৈ চাবলৈ সাহস গোটাব নোৱাৰিলে। হিম-শীতল পৰা বুকুখন ডাঠ কৰি লৈ কথাকিটা তল মূৰ কৰি কৈয়েই প্ৰসঙ্গ সলা-

ৰলৈ পেহীয়ে যত্ন কৰিলে। তাইহঁতক কিবা কৰলৈ সুবিধা নিদি আকৌ পেহীয়েই ক'লে :

হওক দে, ইমান দিন আহি বিমুখ হ'লোঁ মাত এবাৰ দিয়া মানুহ এটাও নোলাল। আজি তেও ওৰাৰদাৰটোৱে সহায় কৰিলে। নহ'লেবা আকৌ কিমান দিন আহিব লাগিলহেঁতেন। বঙালী বাবুজনে জেলৰ ওচৰলৈ লৈ গৈ সঁচাকৈয়ে ডাঙৰ উপকাৰ কৰিলে।

— পেহী, সিহঁতক ইয়াৰ পৰা তেজপুৰলৈ নিলে কিয় ? তুমি সেইটো তেওঁক সুধিছিলানে নাই ? বাকীবোৰকো তালৈ নিলে নে আমাৰ দুটাকহে নিলে ? —বতাহীয়ে সুধিলে।

—পেহী, তুমি কিবা কথা লুকুৱাইছা যেন লাগিছে। সিহঁতক তেজপুৰলৈ নিয়া কথাটো কবলৈকে আমাক আঁতৰাই দিব লগা হ'ল কিয় ? আৰু বেলেগ কিবা কথাও তোমাক নিশ্চয়কৈ কৈছে। এইকণ কথা কওঁতেই এতেপৰ লাগিলনে ?

—নকবি বুজিছ, বলিয়া মন। খলপ-জলপ কৰি সুধিব লগা কথাবোৰকে নুসুধিলোঁ। সোপাকে তেজপুৰলৈ কিয় নিলে সুধিবলৈকে ন'হল এবা, পাগৰিলোঁৱেই সেইটো সুধিবলৈ। মনবোৰো বৰ থৰক-বৰক নহয় ! দোষিবি কাক ? কিজানি বিচাৰ তাতে কৰে সিহঁতৰ।

জোনাকীৰ মনটো উগুল-থুগুল লাগিল। পেহীৰ কথাত তাইৰ বিশ্বাস, প্ৰত্যয় জন্মা নাই। কিবা ৰহস্য থকা যেন লাগিল। হয়তো ওৰাৰদাৰটোৱে মিছা মাতিছে, নহয় পেহীয়ে কথা লুকুৱাইছে। একো কথা-বতৰা নপতাকৈয়ে সিহঁত কলং পাৰ পালেহি। কলঙৰ পাৰত নৌকাখন বন্ধা ঠাইতে কিছুপৰ ৰোৱাৰ পিছতহে মনধন ওলালহি। ভটীয়নী পানীত নৌকা বেগেৰে চলিছে। গধূৰ জঠৰ মন এটাৰে জোনাকী বহি দিগন্তলৈ চাই আছে। বতাহীয়ে কিবা ভাবি কবকে নোৱাৰে। চকুৰে চকুৰে পৰি ধৰা পৰাৰ ভয়ত মইনা পেহীয়ে সিহঁতলৈ চোৱা নাই। মনধনৰ লগত কথা পাতি পেহীয়ে অৱস্থাটোৰ সলনি কৰাৰ কথা ভাবিছে। ভটীয়নী নৌকাৰ গুৰিবঠা সাবধানে ধৰি গতিবেগ চম্ভালিবলৈ যত্ন কৰিছে মনধনে।

## পয়ত্ৰিশ

খৰাং, চাৰিওফালে শুকান। বহুত দিন হ'ল বৰষুণ নাই। ফাগুণ-চ'ত মাহৰ ধূলি। বাটৰ কাষৰ গছ-গছনি, ডাল-পাত ডাঠ ধূলিয়ে চামনি মাৰিছে। ঘৰৰ ভিতৰতো ধূলিৰে আৱৰণ। আকাশ ধূলিৰে ধূৱলি-কুঁৱলি। অ'ত ত'ত ঘৰ-দুৱাৰত জুই লাগিছে বেমাৰ-আজাৰো বাঢ়িছে। সাতে-পাঁচে সকলোৱে বৰষুণ এজাক অহাটো বিচাৰে। বৰষুণ কিন্তু নাই। মেঘৰ লগত দেখাদেখিয়েই নাই।

বিহুও আহি পালেহি ·সিয়া বসন্তই বিহুৰ বতৰা লৈ ওলালেহিয়েই। ফাগুণৰ বতাহে গাঁওখন ৰাইজাই লগালেহিয়েই। প্ৰকৃতিয়ে দীঘল ওৰণি লৈ গাত ৰং সানি বিহুলৈ ওলালেই। বাৰীৰ ঢাপৰ নাহৰ জোপা, আলিৰ দাঁতিৰ আহত জোপাৰ কুহিপাত মেলিছে, বতাহত কঁপি কঁপি হালি-জালি নাচিছে, বাগিছে। কুলি-কেতেকীৰ মাতে বিহুৰ বতৰা দিছে। ৰাতি এডোখৰৰ পৰা ঢেকীৰ শব্দই তাল-ফাল লগাইছে।

বিহুৰ কথা নভাবাকৈয়ে বিহুৰ কথা মনলৈ আহিল জোনাকীৰ। বিহুৰ গামোচা দিবলৈ বাহু তাইৰ ওচৰত নাই। তাইৰ কাৰণে বিহু এইবাৰ বিহু। তথাপি জেঠাল, বৰজনা, দেৱৰেকৰ হাতত তুলি দিবলৈকে গামোচা এজুটি নলগালেও নহ'ব। শাহুৱেকৰ খেচ-খেচনিত দেৱৰেকৰ হতুৱাই সূতা-আচুও আনি থোৱা আছে। বৰষুণ হঠাৎ আহিবও পাৰে। বিহুৰ ওচৰত পিঠা-পনা, চিৰা-সান্দহ কৰোঁতেই যাব। এই দুদিনতে সূতা লেটিয়াই শুকাই-বুৰাই উঘাব লাগিব। বুধবাৰে তাঁত-বাটি কঢ়া-টোকে তাই ঠিক কৰি পেলালে। বতাহীক তাঁত-বাটিৰ দিনা মতাব লাগিব।

বুধবাৰে পুৱাতে বতাহী ওলালহি জোনাকীক তাঁত-বাটি কঢ়াত সহায়

কৰি দিবলৈ। চ'ত-বহাগৰ দিনত জোনাকীয়া চৌ-চোৱা ব'দত পিঠিত মোৱামাছ মাৰি দুয়ো-জনীয়ে গামোচাৰ তাঁত-বাটি কঢ়াত লাগিল। দুয়োজনীকে শিপিনী বুলি-য়েই গাঁৱৰ ইমূৰৰ পৰা সিমূৰলৈ জানে। ৰঙা শেলা দিয়া তিনি কঠীয়া চেলেং চাদৰ, গুটি ফুলবছা ছকঠীয়া বৰ কাপোৰ, তিতা কৰীয়া-গুকানকৰীয়া-মুগাৰ বিহা-মেখেলা বোৱা জোনাকী-বতাহীৰ গামোছাৰ তাঁত-বাটি কাঢ়োতে আহুকালেই বা কিটো? নঙলা মুখৰ পৰা মাৰল-ঘৰৰ মূৰলৈকে সলাই-পোজোৱাই দুয়োজনীয়ে তাঁত-বাটি কাঢ়িছে। পুৰণি কথাবোৰ মনত পৰি মাজে সময়ে সমান ঠাইতে উটিও খাইছে। কোনোবা সময়ত বহুত সময় দুয়োজনী নিমাতে আছে। উঘা-চেৰেকীৰ ঘৰঘৰ শব্দ আৰু কাঢ়নী লৈ অহা-যোৱা কৰি থকাৰ বাহিৰে কাৰো মুখত মাত-বোল নাই। আবেলি হওঁতে নৌহওঁতেই তাঁত-বাটি কঢ়া হ'লেই। ব' তুলিবলৈ লৈ দুয়োজনী ওচৰা-ওচৰিকৈ মুখামুখী হৈ বহিল। ব' চুঙাত ব' ভৰাই থকা জোনাকীক হঠাৎ বতাহীয়ে সুধিলে:

—জোনাকী, সিহঁতে চাগৈ এতিয়া কি কৰিছে বাৰু?

ওন্দলি অহা মেঘ জাকৰ দৰে জোনাকীৰ চকুৰে-মুখে কান্দোনৰ পূৰ্বাভাস স্পষ্ট হৈ পৰিল।

থোকা-থুকি মাতেৰে তাই ক'লে:

—আমাৰ কপাল বতাহী। আমিনো কি পাপ কৰিছিলোঁ নাজানো। এনেকৈ জীয়াতু ভুগিব লগা হ'ল। সেযে গামোছা বোৱাৰ কথা মই ভৰাই নাছিলোঁ। দিবিনো কাক? আমাৰ বিহুৰেই বা কিটো? ওচৰ-চুবুৰীয়াই বেয়া বুলিব; শাহু আয়ে ভুল বুজিব; দেওৰে লোকৰ হাতলৈ-মুখলৈ চাব—সেযে এইবোৰ জঞ্জাল লগাই লৈছোঁ।

—মোৰো একেই গতি জোনাকী। কাক দিম বিহুৰ ফুলাম গামোছা? কাৰ ওচৰত মূৰ দোৱাম বিহুৰ দিনা; কোনেনো হিয়া উজাৰি মৰম-চেনেহ কৰিব, আশীৰ্বাদ দিব?

ঠিকেই কৈছে বতাহী, সিহঁত দুটায়ো চাগৈ আমাৰ নিচিনাকৈ দুখ-বেজাৰ কৰি মন মাৰি বহি আছে। তাহাঁত দুটায়ো হয়তো আমাৰ

কথাকে পাতিছে। উপায়েই বা কি? কেৱে আপোন ইচ্ছাৰে নিজক আঁতৰাই ৰখা নাই, সেয়ে মনেৰেই তাক বিচাৰি লব লাগিব। আমাৰ প্ৰাণত বিহু নাই। বিহুৱা হৈ নাচিবলৈ সিয়ো নাই। নাচিবলৈ, গাবলৈ আমাৰো উছাহ নাই। তথাপি বিহু আহিবই। বিহু আমাৰ লগৰীয়া। সমাজখনৰ বাবেই সেইটো বৰজনাক সেৱা নজনাই, কণমানীকিটাক মৰম নযচাকৈ পাৰিবি জানে? চকুৰ চকুপানী লুকুৱাই হ'লেও সমাজে বন্ধা নীতি-নিয়ম মানিবই লাগিব—বতাহী। আমাৰ কপাল!

—থ থ জোনাকী, তই কি কৰ কৰি থাকিবি। মই গামোচা জুটি লগাইছোঁ; হ'ল আৰু। বিহুৰ পিঠা পনাও নকৰোঁ। একোকে নকৰোঁ। বিহু নাচ মাৰিবলৈ······

বতাহীয়ে আৰু কব নোৱাৰিলে। বিহু নাচৰ নামটো উচ্চাৰণ কৰোঁতেই তাইৰ জিভা দো-খাই গ'ল। অতীতৰ নানা স্মৃতিয়ে তাইৰ মনত হেন্দোলনী লগালে। বিহু বিহু বুলিলেই একালত তাইহঁত দুজনীৰ গাত তত নোহোৱা হৈছিল। পথৰাৰ মূৰৰ শিমলু জোপাৰ তলৰ মাটিডৰা নাচোনত একাঙুলি ডাবিছিল। বাহুৰ ঢোল, বনমালীৰ, পেপা, নলিনৰ গগনা, মোহনৰ তাল, সলাই সলাই তাইহঁত দুজনীৰ নাচৰ চেও······ নানা পুৰণা কথাবোৰে তাইক আমনি কৰিলে। জোনাকীবো ব' চুঙাতে আঙুলিকিটা বৈ গ'ল। জোনাকী-বতাহীৰ মনত অতীতে দেও দিবলৈ ধৰিলে। দুয়োজনী বহুত সময় নিমাতে ৰ'ল।

জোনাকীয়ে ব' চুঙাটো আঙুৰাই দি মূৰ নোতোলাকৈয়ে ক'লে:
—তই ঠিকেই কৈছ বতাহী। আমাৰ কিহৰ বিহুটো আছে? কাৰ কাৰণে বিহু পাতিম? সি থকা হ'লে তাৰ বিহুঢোলে পথাৰখন ৰজন-জনাই থাকিলহেঁতেন। কঁকালে আমাৰ থাউকনি নেপালেহেঁতেন। ঘৰত হাঁহি-তামাচাৰ, আনন্দৰ বান আহিলহেঁতেন। গুৰুজনক সেৱা, সৰুক চেনেহ, তাৰ লগৰীয়াক জা-জলপান দিয়েই গৃহিনী হোৱাৰ গৌৰব পালোঁহেঁতেন। পুৱাৰে পৰা সি ইটো আন জোনাকী, সিটো আন জোনাকী, হালিধ খুন্দিলিনে জোনাকী, মাহবোৰ বাটিলিনে জোনাকী,

থেকেৰাটো উলিয়াই আন ঐ জোনাকী—বুলি চিঞৰি থাকিল-হেতেঁন। এতিয়া মাতিব কোনে? আমাৰ সকলো গ'ল বতাহী, আমি সকলো হেৰুৱালোঁ। ভমকা ফুলীয়া গামোচাৰ এতিয়া……

ভমকা ফুলীয়া গামোচাৰ কথা মনত পৰিলতে তাইৰ বুকুখন চিৰিঙকৈ মাৰিলে। তাইৰ বিয়া হোৱাৰ আগৰ বছৰৰ বহাগ বিহুৰ কথা। খাইগড়ৰ ৰজাই তেওঁলোকৰ চিৰচৰিত বহাগী মেলা এইবাৰ ডাঙৰকৈ পাতিছে। ৰণুৱাইঁতৰ ৰণচালিৰ শেষ আখৰাও হ'ব। তাই তাক সেইবাৰৰ বিহুত বৰমণিকুটৰ চানেকিৰ এহতীয়া ফুলাম গামোচা বৈ দিছিল। মানুহে হেনো তাক আগচি তাৰ গামোচাখন চাইছিল। সেই কথা মনত পৰিলত বেজাৰৰ মাজতে তাইৰ মুখত হাঁহি বিৰিঙি উঠিল।

—বতাহী, খাইগড়ৰ ৰজা-পোৱালিৰ বহাগী মেলাৰ কথাবোৰ তোৰ মনত আছেনে বাৰু?

—ভাল কৈছ, মনত নেথাকি পাৰেনে? সেইখন মেলালৈ আমি নোযোৱা হ'লেই ভাল আছিল। সেই মেলায়েই আমাৰ কাল হ'ল। সিহঁত দুটাক আচলকৈ মেলাতহে চিনিলোঁ। সিহঁত দুটা ৰণত ইমান পাকৈত বুলি মই আগতে ভবাই নাছিলোঁ, ঐ বোপাই ইমানবোৰ কাৰু-কাৰ্য্য সিহঁতে শিকিলে ক'ত? লক্ষ্মণচিং সেনাপতিকচোন দাৰে ঘপিয়ালেও নাকাটে। সি কোৱা কথাষাৰ লক্ষ্মণচিং সেনাপতিয়ে ঢালৰ চাতত ডবিয়া তামোলৰ থুৰিপাত কাটিবও পাৰে · তাতেহে বিশ্বাস হ'ল। আও ইটো কম বস্তু নহয়! তোৰ বাহুৱে এইবোৰ অস্ত্র-সস্ত্র চালনা শিকিলে ক'ত অ'? তাৰ ৰণচালি নেদেখিলিনে? বোলো সঁচাকৈ যেন সি ৰণতহে নামিছে

জোনাকীয়ে উত্তৰ দিব নোৱাৰিলে। বেজাৰে তাইক খুন্দা মাৰি ধৰিলে। বতাহীয়ে ঠিকেই কৈছে, খাইগড়ৰ মেলালৈ সিহঁত নোযোৱা হ'লেই ভাল আছিল। বাহুৰ প্ৰাণ ভৰা মৰম, তাৰ বীৰত্ব, সাহৰ পৰিচয় নোপোৱা হ'লেই ভাল আছিল। তাৰ মৰম-চেনেহ নোপোৱা

হ'লেই ভাল আছিল, অন্ততঃ এতিয়া ইমানকৈ বেজাৰ দিব নোৱাৰিলে-হেঁতেন। তাৰ কাম-কাজেৰে সি তাইক ইমান গভীৰ ভাবে বেখাপাত কৰিছিল, এটা মুহূৰ্ত্ত তাই তাৰ কথা পাহৰি থাকিব নোৱাৰা হ'ল।
—কি হ'ল জোনাকী ব' শলীডাল ঠেলি নেলোৱাকৈয়েচোন সূতা সুমুৱাইছ ?
—জোনাকীৰ সম্বিত ঘূৰি আহিল। বেবাডালো একণীয়া সূতা সোমাল। তাই লৰালৰিকৈ কেনা গুচোৱাত লাগিল। তাইৰ যেন একোকে হোৱা নাই তেনে দেখুৱাবলৈ বভাহীক উদ্দেশ্য কৰি ক'লে ঃ
—বনমালী নথকা হ'লে আমাৰটোৱে কিজানি এইবোৰ নকৰিলেহেঁতেন আৰু আনেও এনেকৈ··· ···
—থ থ, জোনাকী। সঁচাকথাটো হ'ল তই ৰাহুক ৰণ মতলীয়া কৰিলি। তাক মৰম কৰাৰ চলেৰে, চেনেহ কৰাৰ চলেৰে, যুৰিয়া তামোল খুৱাই খুৱাই তই তাৰ সৰ্বনাশ কৰিলি। তইহে তাক ৰণলৈ ঠেলি ঠেলি পঠাইছিলি।
—আৰু তই ? বনমালীক তই ৰণ মতলীয়া কৰা নাই ? লুকাই লুকাই তই তাক বুদ্ধি-পৰামৰ্শ দি বিপথগামী কৰিলি।
দুয়োজনী কিছুসময় মনে মনে থাকিল। কাৰো মুখত কথা নাই। দুবাটি ব'তুলিবলৈ বাকী। শাহুৱেক পাধিকাই ব'তোলা ঠাইতে ইটো-সিটো খোৱা বস্তু মাজে-সময়ে দি থৈ গৈছেহি। জোনাকীয়ে তামোল খাই ভাল পায়। শাহুৱেকে জানে। তাইৰ মনৰ দুখৰ কথাও শাহুৱেকে বুজে। তাই যাতে মনোকষ্ট নাপায় পাৰ্য্যমানে তেওঁ যত্নৰ ত্ৰুটি নকৰে। মাজতে উঘা এটা বৈ গৈ সূতা চিঙিলে। বভাহীয়ে ব' তোলাৰ ওচৰতে সূতা লৈ আহিল।
— জোনাকী, তই উঘাকিটা খাইগড় মেলাৰ পৰা অনা নহয়নে ?
— তইচোন জানই ভালকৈয়ে। খাইগড় মেলাৰ ভূত তোৰ মূৰৰ পৰা যোৱাই নাই হবলা ?
— কেনেকৈ যাব জোনাকী ! বিহুৰ কথা ভাবিলেই তাৰ কথা ভাবিব

ল'গে। তাৰ কথা ভাবিলেই ৰণৰ কথা আহে। ৰণৰ কথা আহিলেই তাক ৰণুৱাৰ ভাওত খাইগড়তহে দেখিছোঁ। সেয়ে খাইগড়ৰ বহাগী মেলাৰ কথা নাহি পাৰেনে? তয়ো লুকুৱাবৰ যত্ন নকৰিবিছোন। তই বুকুত হাত দি কব পাৰনে তই খাইগড়ৰ বহাগী মেলাৰ কথাকে ভাবি থকা নাই বুলি? বাহুৰ কথা যদি ভাবিছ মেলাৰ কথাও ভাবিব লাগিব। এইবোৰ তাতঁৰ সঁজুলি সি তোৰ কথাতেই মেলাৰ পৰা অনা নাছিলনে? বিয়াৰ আগতেই সংসাৰৰ পৰামৰ্শ তই তাক দিয়া নাছিলিনে? কচোন ক, হয়নে নহয়? খাইগড়ৰ মেলাৰ পৰা অনা উঘা-চেৰেকী, বৰচেৰেকী, লেতাই, শলি, চিপকাঠী, দাংজৰি, লাচনী জৰি, গৰকা, ককৰা, তালঘৰা, চালিমাৰী, ছিৰি আগে ভাগে তই অনোৱা নাছিলিনে? আনকি মছুৰা, খোৰোং, ব' চুঙা, মাকো, গেৰেকী, মাৰি, টোলোঠা, টোলোঠা মাৰি, টোলোঠা লোৰণি, দোপতি জুৰি, ৰাচ, ৰাচৰ কনি, বিহা কাঢ়নী পৰ্য্যন্ত গাড়ী ভৰাই আনিবলৈ তয়ে তাক কোৱা নাছিলিনে? শাহুৱেৰ আচৰিত হৈ এইবোৰ তয়ে তাক চাই-চিতি দিছিলি বুলিও বাৰুকৈয়ে বুজিছিল। পুতেক বিয়ালৈ সাজু হৈছে বুলিও বুজিবলৈ বাকী নৰৈছিল। বুজিছ জোনাকী, মোৰ মতে খাইগড়ৰ বহাগী মেলাই আমাক জীয়াই থাকিবলৈ পথহে দিলে। মেলাৰ কথাবোৰ মনত পেলাই পেলাই অন্ততঃ আমি সান্ত্বনাকে লব পাৰিম।

কিছু সময় নীৰৱে থাকি জোনাকীয়ে ক'লে:

—তই ঠিকেই কৈছ বতাহী। খাইগড় মেলাতে ৰণুৱাহঁতৰ শেষ আখৰা দেখিছিলোঁ। ইহঁতবোৰে ৰণ-বিদ্যা শিকিছে বুলি আগতেও জানিছিলোঁ। কিন্তু কাৰফাই, চুতীয়া ধেনু, জাঠী, ঢাল চালনাৰ এনে নিপুণ কৌশল, বিভিন্ন উপায়েৰে শৰীৰ গঠন কৰাত ইমানকৈ পাকৈত হৈছে বুলি খাইগড় মেলাতেই প্ৰথম দেখিলোঁ। আন কিবছৰৰ মেলাতকৈ খাইগড়ৰ মেলা বেছি ভাল হৈছিল। পিছে মেলাৰ দক্ষিণ ফালৰ ৰণুৱাৰ বাবে গোটোৱা বচন্দ-পাতিৰ ঘৰটো তোৰ মনত পৰিছেনে? অন্তবোৰ বিভিন্ন ধৰণৰ বিহুৰ পিঠা-পনা, জলপান ইমান সৰহীয়াকৈ ইহঁতে গোটাৰ

পাহিৰ ভাবিবকে পৰা নাছিলোঁ। চাউল-পাতৰ কথা এৰচোন। বিভিন্ন ভাগৰ চিৰা, জেতেলি পতীয়া চিৰা, দোৱাই ভজাচিৰা, সান্দহ, সান্দহৰ খোলা, গুৰুম, বৰা চাউলৰ চেৰা, ভাত-পিঠা, তিলদিয়া পিঠা, সুতুলী পিঠা, চুঙাপিঠা, টেকেলিপিঠা, লাৰু—কত ৰকমৰ নো বস্তু ইহঁতে নোগোটাইছিল। মই নিয়া, তই নিয়া পিঠা-পনাবোৰো সেইবোৰৰ লেখিয়াই আছিল দে।

—তই দেখিছোঁ বহাগী মেলাৰ সকলো কথাকে মনত ৰাখিছ?

—বুজিছ বতাহী। বিভিন্ন গাঁৱৰ পৰা অহা বিহুৱাৰ হাতত দেখা ঢোল, টকা, গগনা, সুতুলি, মহঁৰ শিঙৰ পেপাকিটাহে মোৰ চকুত ভাঁহি থাকে।

—থাকিবতো! বিহুৱতী জোনাকীৰ নাচৰ বাহুত চকু নাথাকি অন্য ক'ৰবাত থাকিবনে? পিছে তোৰ-মোৰ বিহু নচা আৰু এই জীৱনত নহ'ব। বুজিছ জোনাকী?

—বিহুৰ বাদ্য-যন্ত্ৰই নহয়, তালৈ বিভিন্ন দলে অনা বীণা, বাঁহী, বেণু, শিঙা, চিফুং, টোকাৰী, মং:ৰি, গগনা, টকা, জোথা-তালবোৰৰ কথাও মোৰ মনত ভালকৈ আছে।

—থাকিব, থাকিব। কিয় নাথাকিব? কঁকাল ঘূৰাই নচাৰ অভ্যাসটো আছেতো? মোৰ কিন্তু মেলাত ওলোৱা মাছ ধৰা সঁজুলিবোৰেহে বহাগী মেলাৰ ৰূপ চৰোৱা যেন লাগে। জকাই, জুলুকি, চেপা, পল, ডিঙৰা, জোং, যাঠী, খালৈ, টোনা আদি বোৰেহে আমাৰ এখন গাঁৱলীয়া জীৱনৰ আৰু আমাৰ সমাজখনৰ ছবি দাঙি ধৰা যেন লাগিছিল। গোটেইবোৰ যেন আনি গোহালিত আঁৰি থমাহি, মোৰ তেনেকুৱা ভাবহে হৈছিল।

—বতাহী, তই কচোন বাৰু অসমীয়া তিৰোতাৰ অঙ্গ-সজ্জা, গহনাবোৰ দেখি তোৰ থৌকি-বাথৌ লগা নাছিলনে? মুগাৰ বনকৰা মেখেলা, ৰিহা, চাদৰ পিন্ধি, উধনীয়া কলাদিলীয়া খোপা বান্ধি, লংকেৰু, নেজপতা থুৰিয়া, বাখৰুৱা থুৰিয়া লুকানপাৰ, গামখাৰু, মুঠিখাৰু, খুচৰীখাৰু, গেজেৰা, গলপতা, সাতসৰী, জোনবিৰি, মাতুলি-মণি, ঢুগঢুগী, ঢৰীয়া-মণি, শিলিখামণি, চিৰিপতা আঙঠি, বাখৰুৱা আঙঠি আদি পিন্ধি ভাগে ভাগে ৰমকজমক হৈ মেলালৈ অহা তিৰোতা মানুহ বোৰ চাই

তোৰ মোৰ মনবোৰ কিমান ভাল লাগিছিল, নহয়নে বাৰু ? বুজিছ আমাৰ গহনা-গাথৰিৰ ওপৰত আৰু নাই ।

—মনৰ কথাকে কৈছ, জোনাকী । বিহুত বাৰুকৈ ধকা আটাইবোৰ অলঙ্কাৰ উলিয়াই পিন্ধি অসমীয়া বোৱাৰী-জীয়াৰী সজাৰ কি আনন্দ ! ইয়াতকৈ ডাঙৰ গৌৰৱনো আছে কত ? মোৰ গোটেই মেলাৰ ছবি-খনেই হুবহু মনত আছে— জোনাকী । সকদৈয়া, বৰদৈয়া জাপি লৈ অহা ডাঙৰীয়া বজা-পোৱালিহঁতৰ তিৰোতা মানুহবোৰৰ কথাও অকণো পাহৰা নাই ।

—মেলাত ভাগে ভাগে যোৱা বানবেৰা, মাইহাং, বানবাটি, উকাবাটি পাগ-বঁটাবোৰ ঘেৰি ঘেৰি চোৱা, এহতীয়া ওৰণি লোৱা, হাঁচতিত টেমি, ম'হৰ শিঙৰ ডাব লগোৱা কটাৰী ওলোমাই লোৱা, বুঢ়ীকিজনীৰ কথাবোৰ শুনিয়ে আমি খিলখিলকৈ হাঁহিছিলোঁ, তোৰ বাৰু মনত আছেনে বতাহী ?

—মোৰ সকলো কথা মনত আছে জোনাকী । পাহৰিম কেনেকৈ ? আমাৰ পিছে পিছে আঁৰ লৈ ফুৰা সিহঁতকিটাই যে শিমলুৰ তলত বিহু মাৰি বাহিৰে বাহিৰে মেলালৈ অহা বিহুৱতীহঁতক দেখুৱাই বিহু নাম এফাঁকি জুৰিছিল, তোৰ মনত আছেনে ?

বাহুৰ কথা ওলালতে জোনাকী আকৌ সেমেকি গ'ল । মুখখন সেতা পৰিল । ওঠৰ হাঁহি কোনোবাই কাঢ়ি লৈ গ'ল ক'ৰবালৈ । কথা এৰি ব' ভৰোৱাত মন বহুৱাবলৈ যত্ন কৰি কথা পাহৰিবৰ মনেৰে জোনাকীয়ে ক'লে ঃ

—বতাহী, এন্ধাৰ হয়হে লাগে । ব'ভৰোৱা কাম আজিয়েই শেষ কৰিব লাগিব । কালিলৈ শালত তুলিম বুলি ভাবিছোঁ ।

—আৰুনো কিমানকণ আছে ? হ'বই এতিয়াই, বেলাও এপৰ আছে ।

শাহুৱেকৰ চিঞৰ-বাখৰত দুয়োজনীয়ে মূৰ তুলি চালে । বিহুত গৰু-গাই কিটাক ন-পঘা দিবলৈ কৈ কৈয়ো পঘা কিডাল বটাৰ নোৱাৰাত বলকনি মেলিছে মনধনক উদ্দেশ্য কৰি ।

ন-পঘাৰ কথা শুনিয়েই জোনাকীৰ মনটো কোনোবাখিনি পালেগৈ। সি থাকোঁতে বিহুত গৰু নোৱাওতে ন-পঘা লাগিব বুলি কাকো কবৰ আৱশ্যক নহৈছিল। চ'ত মাহ সোমাওঁতে-নোসোমাওঁতেই তৰাজৰী পিটিয়াবলৈ সি হাবিলৈ গৈছিল। বিহুৰ এপৰ আগতেই খান্দৰি গুনঠি দি গৰু পঘা সাজু কৰিছিল। এতিয়া গৰু পঘাৰ কাৰণে খটিয়াব লগাত পৰিল। হয়তো বিহুৰ দিনাও মনধনে দীঘলতী, মাখিয়তী কিডালকে যোগাৰ নকৰিব!

—বোলো হ'লনে তহঁতৰ তাঁত-সূতাৰ কাম? নে কথাকে চোবাই থাকিবি? এন্ধাৰ হয়হে লাগে। চোতাল-সৰা, পোছা কৰি তুলসী তলত চাকি গছ লগাবি। গোহালিৰ, জাগটো দিবি। ভিতৰত চাকি-বাতিও জ্বলাবি বোৱাৰী। মই নৰেণৰ মাকৰ ওচৰৰ পৰা আহোঁ। তাই নৰিয়া- পাটীত ধৰফৰাই আছে।

আইঁৰৰ পৰাই চিএৰি কোৱা শাহুৱেকৰ কথাষাৰে সিহঁতৰ কথ-বাৰ্ত্তাত যতি পেলালে। দুয়োজনীয়ে তাঁতৰ কামত খৰ-খেদা লগালে।

ছয়ত্ৰিশ

মনধন, তইঁতে তাইক তেনেকৈ নকবি। তাই মনোকষ্ট নাপাব জানো? তাইৰ নিচিনা মানুহ ক'ত পাবি? তাইৰ অবিহনেহে তইঁতে বুজিবি। বাপধন, বতাহী অঞ্চলটোৰে ভাল ছোৱালী আছিল। কিন্তু পোৰা কপাল! সিহঁতৰহে এইখন বিজু-গুটি হ'বলৈ পালে।

মইনা পেহীয়ে মনধনক উদ্দেশ্য কৰি ঘৰ-ঘৰোৱাহীয়ে শুনাকৈ ক'লে:

— আমিতো বাইটিক একো বেয়াকৈ কোৱা নাই নহয়। তেওঁহে ইটো কৰা নাই, সিটো হোৱা নাই কৈ বকি-জকি আছে। তেতিয়াৰ পৰা মুখখন জাপেই যোৱা নাই।

— মনধনৰ ঘৈণীয়েক কহিতাই উত্তৰ কাটিলে।

— তাই আগফাল পিছফাল চাফচিকুণকৈ ৰাখিলে ভাল পায়। তয়ে নেদেখিছনে তাই নপৰালৈকে সকলোবোৰ তায়ে কৰিছিল। এতিয়া নোৱাৰে উঠিব, নোৱাৰে লৰি-চৰি ফুৰিব, কোনোবাই তাইৰ দৰে কৰিলে, মেলিলে ভাল পায়।

মইনা পেহীৰ কথা শেষ নৌহওতেই কহিতাই মুখতে ধৰিলে:

— কঠীয়া-ধান বাচিবলৈ আগফালে ধানবোৰ গোটাই থৈছে। ল'ৰা-ছোৱালীৰ ইফালে পেন-পেন। তাৰ মাজতে চকলৈ যোৱা বাতি-কাঁহী ধোৱা—কিটোনো মই কৰা নাই? কঠীয়া ধানো মাজে সময়ে লৈয়ে আছোঁ। তেওঁৰ দৰে আমি জপিয়াই ফুৰিব নোৱাৰো নহয়। ধান কেডালমান গৰুৰে-ছাগলীয়ে খালেই যেনিবা, তেওঁৰনো লোকচান হ'ল কিটো?

— হৰি হৰি, কি ক'লি কহিতা? লোকচান হ'ল কিটো? সৌ সোমবাৰে আঁহোতেই কঠীয়া-ধানৰ দ'মটো দেখি গৈছিলোঁ। এতিয়ালৈকে লোৱা নহ'ল। গৰু-ছাগলীয়ে খাই আধা-নাৰ্জ্জি কৰিছে। তাই হোৱা

হ'লে এদিন বা দুদিনহে লাগিলহেঁতেন। ধনবোৰ নষ্ট হ'লে সকলোৰে লোকচান। তাইৰ পেট এটাহে, তইঁতৰচোন আঠোটা? কিনো বেয়া কথাটো ক'লে তাই? ভালৰে কোৱা হলেইচোন হয়। নেমাতি শুনি নাথাক কিয়?

মইনা পেহীয়ে ক'লে।

—তোমালোক সকলোৱে মোৰহে দোষটো দেখা, আনৰ দোষ তোমালোকৰ চকুত নপৰেই। পুৱাৰ পৰা ৰাতি এপৰলৈকে কাম কৰি তৰধনি নেপাওঁ। এনাহেই হ'ব এতিয়া, তাত-জুতি লগাই লৈ দুকাঠিও বব পৰা নাই। ধান কিডাল গৰুৱে খালে, মোৰহে জগৰটো লাগিল।

মুখ জোকাৰি কহিতাই একে উশাহতে ক'লে।

—ঘৰ-ঘৰোৱাহীৰ কাম তইহে কৰিছনে? বাকীবোৰে হবলা শুই-বহিয়েই কটাইছে? সকমাইলৈ চাগৈচোন, ঘৰৰ কাম কৰি-মেলিও জুতিয়ে জুতিয়ে তাঁত বৈছে, পথাৰৰো আধা ধান তাই অকলেই চপালে। নাৰায়ণে মেল মাৰি থাকোতেই যায়। ক'তা, তাইৰচোন কাম পৰি থকা দেখা নাই! দুপৰৰ ভাত খোৱা কাঁহি-বাতি বেলি এপৰলৈকে পুখুৰীৰ পাৰতে পৰি থকা নাই! কিয়, জোনাকী ভালে থাকোঁতে চোন এনেকুৱা হোৱা নাছিল। শাহুৱেৰ জীয়াই থকা হ'লে নবকিলেহেঁতেন জানো?

—জোনাকী, জোনাকী- কৰিয়েই তোমালোক মৰিবা। মই কিবা তেওঁৰ দৰে ল'ৰা-ছোৱালী নোহোৱাকৈ ডেকা গা বুঢ়া কৰিছোনে? মোৰ লগত যে তেওঁক ৰিজাইছা?

—মনে মনে থাক কহিতা। তই বৰকৈ বৌজাল কৰিছে। জোনাকী বৌৱে শুনিলে কি ভাবিব? তোৰ মুখখন ইমান বাঢ়িছেনে?

দাবী দিয়াৰ সুৰত মনধনে মাজতে মাতিলে।

—তোমালোকে সকলোৱে মোৰহে বেয়াটো দেখা। জোনাকী ভালেই। নহ'বনে ভাল, ডেকা কালতে মতাটোৰ······

—মনে মনে থাক কহিতা। তই ইমান দূৰ পালিগৈ? তাইৰ কেঞা

আঙুলি এটাৰ তই যোগ্য হবিনে ? বেচেৰীয়ে কিমান কষ্টত তাইৰ দিনবোৰ কটাইছে। তই বুঢ়া ডিবোতা হোৱা হ'লে তাইৰ গুণ বখানি পৰি পৰি সেৱা কৰিলি হয়। দুদিন কাম-কাজ কৰিব নোৱাৰা হওতেই তইঁতে ইমানকৈ কৰলৈ আগ বাঢ়িছ ? নৰিয়াত কাতৰ হোৱা মানুহজনী-লৈয়ো অকণো মৰম ওপজা নাই ?

—মইনা পেহীয়ে খঙেৰে ক'লে।

—মইনা পেহী, তুমি শুচি আহঁা। তাই ঠিকেই কৈছে। মই সকলো শুনি আছোঁ। তাই সঁচা কথাকে কৈছে। ঈশ্বৰে মোক কিয়নো মাৰি নিনিলে ? কেহে মই বুজি পোৱা নাই। তেওঁনো আৰু কিমান ৰং চাব ?

—অকণো বেজাৰৰ ভাব নথকাকৈ, অসুখৰ কোনো আলা-যন্ত্ৰনাৰ আভাস নিদিয়াকৈ অতি গহীন মাতেৰে জোনাকীয়ে শেতেলিৰ পৰাই ডাঙৰকৈ ক'লে।

মনধন, কুহিতা, মইনা পেহী সকলো নিমাত হৈ গল। কোনোৱে একো নামাতিলে।

সৰগ পৰা মানুহ দৰে একে ঠাইতে থিয় হৈ ৰল মইনা পেহী। চকুযোৰ চলচলীয়া হ'ল, কৰ নোৱাৰাকৈয়ে চকুপানী বৈ আহিল পেহীৰ। দীৰ্ঘ দিন ধৰি দেখা পোৱা জোনাকীৰ কাম-কাজ, চলন-ফিৰণৰ ছবি, বাহুৰ লগত তাইৰ মন মিলাৰ সময়ৰ কথা, ৰণৰ সময়ত ছাটোৰ দৰে তাইৰ পিছে পিছে ফুৰা মইনা পেহীৰ বেৰত খাঁৰি থোৱা ছবি এখন দেখি থকাৰ নিচিনাকৈ তেওঁৰ মনৰ আগলৈ দৌৰি আহিল। এইজনী অসামান্য ছোৱালী, এই লেখৰ ছোৱালী আমাৰ সমাজত বিৰল। তাইৰ জীৱনৰ প্ৰায় সকলো ঘটনা, সকলো বুৰঞ্জী তেওঁ জানে। যি সময়ত ছোৱালীয়ে ঘৰৰ ভিতৰৰ পৰা ওলাবৰ সুবিধা নাছিল, সমাজে নিদিছিল তাই জিল্যাৰ পাচুৰীৰ পঢ়াশালিত পঢ়িছিল। তাই সমাজৰ ভালৰ বাবে কি কৰা নাছিল ? বাহুৱে ভাল বোলা সকলো কামেই তাইৰ কাৰণে ভাল আছিল। ইমান এটা ধুনীয়া শৰীৰৰ গৰাকী হৈয়ো তাই গপ-দৰপ কি বুজি নেপাইছিল। কোনো

ডেকা লৰাই তাইৰ আগৈ পোৱা দূৰৰে কথা, চকুলৈ চাবলৈকো সাহস নকৰিছিল। বহিয়াল মকৰাৰ ঘৰৰ শিকবাবকো তাই দূৰলৈ ঠেলি পঠাইছিল। ৰণৰ সময়ত ৰাতিয়ে দিনে তাইৰ আগৰ কাম কৰিছিল, গাঁৱে গাঁৱে ছোৱালীক জুম বন্ধোৱাত, ৰণৰ কামত জড়িত কৰাত তাই অদ্বিতীয় আছিল। তাইক সকলো ছোৱালীয়ে দেৱী জ্ঞান কৰিছিল। তাইৰ চাঁৰ দৰে ঘূৰি ফুৰি তেওঁ সকলোবোৰ দেখিছে, শুনিছে। কত্তা কোনো ছোৱালীয়ে তাইক কেতিয়াও এৰাবো বেয়াকৈ কোৱা শুনা নাই? আফিং খোৱাৰ অপকাৰিতাৰ কথা গাঁৱে-ভূৱে মতা-তিৰোতাক বুজাই ফুৰোঁতে কোনোৱে, আনকি মহাকানিয়ায়ো তাইৰ মুখৰ আগত আপত্তিকৰা তেওঁ শুনা নাই। তাইৰ কথা শুনি বহুতো তিৰোতাই মতাবোৰক আফিং খোৱা বন্ধ কৰিবলৈ সমৰ্থ হোৱা তেওঁ নিজেই জানে। নিজৰ গাওঁখনতে বাহুহঁতে যদি গাঁৱৰ মানুহক আফিং খোৱা বন্ধ কৰিব পাৰিছিল, তাৰ আধাৰ কৃতকাৰ্যতা দাবী কৰিব পাৰে জোনাকীয়ে অকলে। সকলোৱে মানুহ হোৱাটো তাই বিচাৰিছিল।

ঘৰুৱাহী কাম-কাজ তাই কোন সময়তনো কৰে ধৰিবকে নোৱাৰি। বোৱা-দোৱা, বোৱা-কটা, বন্ধা-বঢ়া কিহতনো তাইক পেলাব পাৰিছিল, লগৰ ছোৱালী জাকে? তাইক আকৌ কহিতাই ককৰ্থনা কৰে? তাইৰ কেঞা আঙুলিৰো যোগ্য নহয় কহিতাহঁত।

বাহুক ধৰি নৈ গল চিপাহীহঁতে। বিচাৰৰ নামত ভেকো-ভাওনা পাতি কলীয়াপানীত দিলে বগা বঙালহঁতে। তাই কান্দিছিল, তাই হিয়া ধাকুৰি কান্দিছিল, কিন্তু মন ভগা নাছিল। কিয় জানো নাজানো, তাই ভাবে বাহু এদিন আহিবই, বাহু উভতি আহিব। তাই কেতিয়াও জানি-বুজি পাপত লিপ্ত হোৱা নাই, অপকৰ্ম্ম কৰা নাই। বাহুৱে ভাল পোৱা কামবোৰকে তাই তেতিয়াও কৰিছে, এতিয়াও কৰিছে। ভগৱানে চকু মেলি চাব, ভগৱান ইমান নিৰ্দয় হ'ব নোৱাৰে। সত্যৰ সদায় জয় হোৱাই তেওঁলোকে দেখিছে।

বাহু হয়তো নাই, বাহু হয়তো উভতি নাহে, কিন্তু তাইক বুজাবৰ

সাধ্য কাৰ ? অযথাই ডেকা গা বুঢ়া কৰিছু বুলি কোৱা মানুহক তাই যি বাধৰ চাৱনিৰে চাইছিল আৰু কথা কওঁৰ সাহস নহৈছিল কওতোজনকৰ। শেষলৈকে বৈয়ো শিবৰামে তাইৰ আঁসে পাব নোৱাৰিলে। সি তাইক লৈ সংসাৰ কৰিব বিচৰা কথা ফুটে উকৱাই দিলে।

—প্ৰভুৱে বাৰু তাইলৈ চকু মেলি নাচায় কিয় ? এই যোগতে তাইৰ কিবা এটা হওক। আৰুনো কিমান কষ্ট তাই সহিব ? এদিন কান্দিম, হায়ে-বিয়ে কৈ কান্দিম, কিন্তু তাইৰ অন্তৰাত্মাই মুক্তি পাব। তাইৰ মুক্তি হ'ব। তাকে কৰা প্ৰভু, তাইক তোমাৰ ওচৰলৈকে লৈ যোৱা। সি জন্মত তাইৰ-বাছৰ পুনৰ মিলন ঘটোৱা প্ৰভু !

—পেহী, অ' পেহী। কি হ'ল তুমিচোন মোৰ ওচৰলৈ নাছা।

জোনাকীৰ মাতত মইনা পেহীৰ তন্দ্ৰা ভাগিল। লৰালৰিকৈ বিহাৰ আঁচলৰে চকুকিটা মোহাৰি লৰ মৰাদি জোনাকীৰ ওচৰ পালেগৈ মইনা বুঢ়ী।

—আহিছোঁ জোনাকী, আহিছোঁ।

মূৰে-গায়ে হাত ফুৰাই অতি মৰম লগাকৈ মইনা পেহীয়ে ক'লে।

—কহিতাক তুমি এনেয়ে খং কৰিছা। তাই একো মিছা কথা কোৱা নাই। মই অভাগী পেহী, মই অভাগী। মোৰ কাৰণে তোমালোকে অযথা চিন্তা কৰিছা। আনৰ অশান্তি কৰিছা। তাইতো মোক আচলতে ভাল পায়। সেয়েতো ইমান শুশ্ৰূষা কৰিছে। —কাহ দুটামান মাৰি বেজাৰ মিহলি মাতেৰে জোনাকীয়ে লাহে লাহে ক'লে।

—নাই, নেলাগে সেইবোৰ কথা। এতিয়া জ্বৰখন আগতকৈ কম যেন পাইছোঁ। বুকুৰ বিষটো পাতল পাইছনে ?—জোনাকীৰ মূৰত হাত থৈ মইনা পেহীয়ে আকৌ ক'লে ঃ দৰব-পাতি সময় মতে খাইছ নহয় ? পিতচিং কবিৰাজৰ দৰবত…… ‥

—মই ভাল হৈ যাম পেহী, মই নমৰোঁ। সি নহালৈকে মই জীয়াই থাকিব লাগিব। তোমালোকে অযথা চিন্তা কৰিছা।

—ডাঙৰকৈ চকুহাল মেলি পেহীৰ চকুত চকু থৈ তাই ক'লে। জোনাকীৰ কথাৰ উত্তৰ পেহীয়ে নিদিলে। কব নোৱাৰকৈয়ে হুমুনিয়াহ

দুটামান পৰিল। জোনাকীৰ কথা ভাবি-ভাবিয়েই পেহী আকৌ তন্দ্ৰামগ্ন হ'ল।
—এই বলিয়া হ'ল, সম্পূৰ্ণ বিকৃতি হ'ল—এইৰ মগজুৰ। কেনেকৈ আহিব বাহু? কোনে তাক আহিবলৈ দিব? আহিয়েই বা সি কৰিবহি কি? বয়সত বাহু তেওঁতকৈ সাত বছৰহে সৰু। তেওঁ এতিয়া লাখুটি নহ'লে চলিব নোৱাৰে। বাহুও নিশ্চয় বুঢ়া হ'ল। তাইৰে বা আছে কিটো? দীঘল চুলিকোছা, তিৰবিৰাই থকা চকু দুটাৰ বাহিৰেনো তাইৰ আছে কিটো? মনটো তাইৰ বুঢ়া হোৱা নাই। বাহুৰ মৰম তাই পাহৰিবই বা কেনেকৈ? কিমান ভাল পাইছিল দুয়ো দুয়োকে। ঈশ্বৰ ইমান নিষ্ঠুৰ। তাইৰ কষ্ট চাবলৈকে তাইক জীয়াই ৰাখিছে। এতিয়াও তাইক নিবৰ সময় নেপায় ঈশ্বৰটোৱে। এৰা, এই পচা দেহাটোৰ ভাৰসা আছে কিটো? আজি আছে কাইলৈ নাই?
—পেহীয়ে ভাবিলে।
নমস্যা হ'লা দেখোন পেহী? তুমি মোৰ কথা শুনি ভাল পোৱা নাই? নহ'লে তুমি মোক বলিয়া বুলি ভাবিছা চাগৈ!
—জোনাকীয়ে অস্পষ্ট মাতেৰে ক'লে।
এইবাৰো পেহীয়ে একোকে নক'লে জোনাকীক।
—কহিতা, বোলো শুনিছনে কহিতা! মাটিৰ চাকিটো লৈ আহ ইয়ালৈ; এন্ধাৰেই হ'লহি। এই বমি কৰা চৰিয়াটোও আতৰাই নে। ধূনা অলপকে জ্বলাচোন। থাপনাৰ আগত বন্তি জ্বলালিনে?
একে উশাহতে বহুতো কিবা কৰিবলৈ ক'লে কহিতাক।
ভিতৰৰ পৰাই কহিতাই চিঞৰি ক'লে:
—আহিছোঁ পেহী।
জোনাকীৰ শেতেলিৰ ওচৰ চাপি কাপোৰ-কানি ঠিক-ঠাককৈ গুজি দিলে কহিতাই। ভৰিৰ তলুৱাখনত হাত দি উচপ খাই উঠিল। তাই একেবাৰে হিম যেন চেঁচা। পেহীয়ে জোনাকীৰ ওচৰ চাপি পঠানত বহি তলুৱাত খোৱা-তেলেৰে মালিচ কৰিলে। আনখন ভৰি পিহি

পিছি সুধিলে কহিতাই :

—বাইটি, বৰ কাপোৰ আৰু এখন দিমনেকি ? তোমাৰ জাৰ লগা যেন লাগিছে দেখোন ।

—বৰ কাপোৰ এখন দিবি কহিতা । কেচুৱাটো, জানো শুলে ? শুলে যদি ধুনা এমলাও দিবিচোন ।

অলপ আগতে হোৱা চুপটা চুপটিৰ চিন-মকামো নাই । মৰম লগা মাতেৰে কহিতা-জোনাকীয়ে কথা-বতৰা-পাতিছে । চাকিটো থৈ বৰ্ম্মি কৰা চৰিয়াটো লৈ যাবলৈ ধৰা কহিতাক মইনা পেহীয়ে ক'লে :

—আজি পৰ দিবলৈ কাক কলি কহিতা ?

—হেমোৰাম জেঠো পুথি পঢ়িবলৈ আহিবই ? নাৰায়ণে আজি পৰ দিয়াৰ কথা । তুমি আজি এঘুমটি শোৱাহে ভাল হ'ব যেন পাওঁ । নহ'লে এইবাৰ তুমিয়ে পৰিবা চাবা ।

জোনাকী পৰাৰ দিনাৰে পৰা মইনা পেহী তাইৰ ওচৰৰ পৰা আতৰা নাই, নাঁতৰেও । কঠখনতে এই কিৰাতি গল । জোনাকীক এৰি বুঢ়ী যাৰই বা কেনেকৈ ?

—জোনাকী, অকণমান শুবলৈ যত্ন কৰচোন আই । তইনো এইবোৰ বলকিছ কি ? ঈশ্বৰে জানো আমালৈ চকু মেলি চাব ?

—চাব পেহী, চাব । নাচাব কিয় ? চাবা পেহী, সি আহিবই আহিব ।

সোতোৰ-সোতোৰ হাতকিটা জোনাকীৰ মূৰে-গায়ে ফুৰাই দিলে মইনা পেহীয়ে । দুটোপাল উষ্ম চকুলো তাইৰ মুখতে পৰিল !

—তুমি কান্দিছা পেহী ? নাকান্দিবা, মই আৰু তোমালোকক কষ্ট নিদিওঁ । মই মাথো সি অহালৈহে অপেক্ষা কৰিছোঁ পেহী। সি আহিব ···

—মনে মনে থাক জোনাকী । তই বলিয়া হলি নেকি ? অবান্তৰ কথা-বোৰ মিছাকৈয়ে সানি-পিটিকি আছ ।

ধাৰাসাৰে বৈ যোৱা চকু পানী মচি শাসনৰ সুৰত ডবিয়াই উঠিল মইনা পেহী ।

ভমক কৰে জ্বলি নুমাই যাব খোজা চাকিটো লৈ চাই নিজে নিজে ক'লে পেহীয়ে :

—চাকিটোৰ তেল শেষেই হ'ল হবলা ?

## সাতত্ৰিশ

চিন্তাত তাৰ অলেখ অনামী উৎকণ্ঠা। হুচ-হুচ, ঘচ-ঘচ শব্দ কৰি কোবাল গতিৰে ৰেলখন চলিছে। গছ-লতা, পথাৰ-সমাৰ দ্ৰুত গতিৰে পিছলৈ উভতি লৰিছে। চিন্তাত তাৰ পাৰাপাৰ নাই। তাৰ দেহটো ৰেলৰ ভিতৰত আছে, দৃষ্টি আছে শূন্যত, মনটো উৰি গৈছে বহু দূৰলৈ। সৰুৰে পৰা ডাঙৰ-দীঘল হোৱা ঘৰখন, সাঁতুৰি-নাদুৰি উমলি-জামলি ফুৰা গাঁওখনৰ অলেখ কথা মনত পৰিছে তাৰ। জোনাকীৰ মৰম লগা মুখখন অনবৰতে তাৰ স্মৃতিত ভুমুকি মাৰিব লাগিছে। তাৰ হৃদয়ৰ কোঁহে কোঁহে সঞ্চিত হৈ থকা অনেক দুখ, অনেক আনন্দ—চকুপানী, অনেকবোৰ অভিজ্ঞতাৰ খণ্ড চিত্ৰই তাৰ মনত দোল-দিবলৈ ধৰিছে। যিমানে সি ঘৰৰ ওচৰ চাপিছে, সিমানে অতীত স্মৃতিৰ টুকুৰা ছবিবোৰ আহি তাৰ চকুৰ আগেদি বেছিকৈ অগা-দেৱা কৰিছে।

জোনাকীয়ে আগতে কোৱা কথাবোৰৰ একো টুকুৰা হঠাৎ তাৰ মনত পৰি গৈছে। এবাৰ তাই কৈছিল "ঐ শুনিছ, তোৰ চকুৰে মই পৃথিৱীখন চাম। তই যেনিয়ে যাবি, মযো তেনিয়ে যাম। সদায় মই তোৰ লগে লগে ফুৰিম।" কিন্তু তাইৰ মনোবাঞ্ছা পূৰণ নহ'ল। অশেষ কষ্ট তাই কৰিলে, অশেষ যন্ত্ৰণা তাই ভুগিলে। মই উভতি আহিছোঁ, নতুনকৈ এৰি অহা ঠাইৰ পৰা পুনৰ আৰম্ভ কৰিব লাগিব। তাই বিচৰা আশা-আকাংক্ষা ফলৱতী কৰিব লাগিব। ঈশ্বৰে চকু মেলি চাব। আমিতো কোনো পাপ কৰা নাই। সমাজৰ, গোসাঁই প্ৰভুৰ আশীৰ্বাদ; হাজাৰ মানুহৰ সদিচ্ছা আমি পাইছিলোঁ। সেয়ে হয়তো আকৌ আজি উভতি আহিবৰ সুবিধা পাইছোঁ। ৰাতি পুৱাবৰ আগতে আন্ধাৰ বেছি ঘন হয়েই।

—সি ভাবিলে ।

বেলখন যিমানে তাৰ ঘৰৰ ওচৰ চাপিছে, সিমানে সি আনন্দিত হৈছে । মনটো পাতল-পাতল লাগিছে । সচাঁকৈয়ে সি তাৰ ঘৰখন, গাওঁখন, জোনাকীক পাবগৈ । অতদিনে আছি থকা বাটৰ ভাগৰ তাৰ কাটি গৈছে । গাটো লঘু লঘু লাগিছে । মনৰ আনন্দই সকলো কষ্ট-দুখ আঁতৰাই নিছে ।

ডবাৰ ভিতৰৰ দুই-চাৰিজন মানুহে নিজৰ টালি-টোপালা ঠিকঠাক কৰিছে । সি পাৰ হৈ অহা ঠাইখিনি ঠিককৈ ধৰিব পৰা নাই ; কিন্তু চাপৰমুখ পাবলৈ যে বেছি দূৰ নাই ; সি অনুমান কৰিব পাৰিছে । লগৰ যাত্ৰীৰ পৰা পিছৰ ষ্টেচনটো চাপৰমুখ বুলি জানিলত সি বেছি উৎকণ্ঠিত হ'ল । কব নোৱাৰাকৈয়ে মুখত হাঁহি বিৰিঙি গ'ল । চাওঁতে চাওঁতে বেলি ডুব গ'ল । চৰাই-চিৰিকটি বাহলৈ উভতিছে । চাৰিওফালে এন্ধাৰে আগুৰি ধৰিছে । নীলাভ আকাশত দুই চাৰিটা তৰা ক্ষীণ ভাৱে জ্বলি আছে । জোনাকী পৰুৱাই উৰি ফুৰি অকণমান পোহৰ দিবলৈ চেষ্টা কৰিছে । জিলিয়ে ছি-ছিএৰনি লৈছে ।

পাগুৰিটো টানকৈ বান্ধি চাপৰমুখত ৰেলখন ৰওঁতেই সিয়েই প্ৰথমতে তাৰ ডবাটোৰ পৰা নামিল । সন্ধিয়া লাগি ভাগিছে । চুৰিয়াৰ খোঁচত থকা চিঠিখন আৰু পইচাকিটা সি পিটিকি চালে । আছে— সৰু টোপালা-টোত জোনাকীলৈ অনা নীলা ৰঙৰ চেমিজটো আছে । ছটিজোৰ সি পিন্ধিয়েই আহিছে । ঘৰৰ মাটিত ভৰি দিয়েই তাৰ মনটো বেছিকৈ উৎফুল্লিত হ'ল । চিনাকি চিনাকি কেচাঁ মাটিৰ গোন্ধটো নাকত লাগিল । মন বলিয়া কৰা গোন্ধ । সি কিছু থমকি চাৰিওফালে এপাক ঘূৰি চালে । ঘিটঘিটীয়া এন্ধাৰ । কৃষ্ণ-পক্ষৰ শেষৰ ফাল কোনোবা এটা দিন হ'ব । সি খাটাওকৈ নাজানে । সি ঠাইখনৰ দিশ নিৰ্ণয় কৰিব নোৱাৰিলে । বাট-পথৰ উমান ধৰিব পৰা নাই । ষ্টেচনত জ্বলি থকা বাতিটোৰ যি সামান্য পোহৰ ছিটিকি পৰিছে, তাৰ পোহৰতে ঠেক বাট এটাইদি ষ্টেচনৰ বাহিৰলৈ ওলাল ।

কিছু সময়ৰ পিছতে সি বহল বাট এটাত উঠিলহি। তাতে কিছু সময় তেনেকা মাৰি বৈ বাটটোৰ কোন ফালেদি গ'লে তাৰ গাঁওখন পাবগৈ এটা অনুমান কৰিলে। এই বাটটো আগতে নাছিল। কিছু সময় বৈ থাকি কাৰোবাক সুধিবৰ কথা ভাবোঁতেই এখন ম'হৰ গাড়ী তাৰ কাললৈকে অহা যেন পালে। গাড়ীখন খালী। গাড়ী খেদা মানুহটোক দেউবালিলৈ কেনি যায় সি সুধিলে। অমাবস্যাৰ ৰাতি, বাট-পথ নিচিনা মানুহটো পাই সি আচৰিত হ'ল। ৰাচ টানি গাড়ীখন ৰাখিলে। এন্ধাৰতে শকত-আৱত বয়সস্থ মানুহটোৰ অবয়ব অনুমান কৰিলে গাড়ীৰ গৃহস্থই। গাড়ী-খনো সেইফাললৈকে যাব বুলি কৈ তাক গাড়ীতে উঠিবলৈ ক'লে। গুৰুজনাৰ কৃপাত এনে সুবিধা এটা নভবাকৈয়ে পাই যোৱাত হৰিষ মনেৰে সি গাড়ীত উঠিল। এন্ধাৰে-পোহৰে ধিৰাট শৰীৰৰ মানুহটোৰ মুখলৈ চাই গাড়ীৰ গৃহস্থই সুধিলে:

— দেউবালিতনো আপোনাৰ কোন আছে? এতিয়া আহিছে ক'ৰপৰা? আগতে দেউবালিলৈ অহা নাই নেকি?

ঘৰতে আলহী হোৱা বাহু হতবাক হ'ল। একেলগে সোধা আটাই-বোৰ প্ৰশ্নৰ উত্তৰ নিদি বাহুৱে থোৰতে ক'লে:

— সেইবোৰ বহুত কথা; মই ইয়াৰে মানুহ। বহুত বছৰৰ মূৰত ঘৰলৈ উভতি আহিছোঁ। সেইবোৰ বাৰু ক'ম, তাৰ আগতে কোৱাচোন তুমি কাৰ ঘৰৰ ল'ৰা?

গাড়ীৰ গৃহস্থ তাৰ একালৰ ৰণৰ লগৰীয়া ৰবিৰামৰ পুতেক। ৰবি-ৰামো ফুলগুৰিৰ মেলতে চাহাবৰ গুলীত ঢুকাইছিল। বাহুৰ কথা তেওঁ মনত পেলাব নোৱাৰিলেও তেওঁ বাহুৰ সকলো কথা শুনিছে। বাহুৱে তেওঁৰ পৰাই গাঁওখনৰ, অঞ্চলটোৰ বহুতো কথাই জানিলে। তাৰ বৌটিযেক, ৰত্ন বায়ন, নাম লগোৱা, সাতোলা আদিৰ কেতিয়াবাই পৰলোক হ'ল। দুৰাৰোগ্য ব্যাধিত শিৱৰাম বৰুৱাও ঢুকাল। ভায়েক মনধনে এবাহ ল'ৰা-ছোৱালীৰে সংসাৰ কৰিছে। নাৰায়ণ, মহীকোঁচ জীয়াই আছে। সোধো-নোসোধোকৈ তাৰ লৰাৰ বয়সীয়া গাড়ীৰ গৃহস্থক তাৰ মনত

খু-হুৱাই থকা জোনাকীৰ বতৰা সুধিলে । গাড়ীৰ গৃহস্থয়ো কিছু সময় তলকা মাৰি থাকি জোনাকীৰ ভাল বুলি থোৰতে ক'লে । বাটচোৰাত গাঁও-খনৰ থ,লমূলকৈ সকলো মানুহৰ খা-খবৰ লৈ গাঁৱলৈ একক্রোশমান বাট থাকোঁতেই গাড়ীৰ গৃহস্থক মাত-বোল লগাই ফালৰি কাটি অন্য বাট লোৱা গাড়ীৰ পৰা সি নামিল। সি বেগাবেগীকৈ গাঁৱৰ বাট ধৰিলে।

নগাঁও সোমাই তাৰ কেনেবা কেনেবা লাগিল। মানুহ ভাত-পানী খাই শুবৰ সময় হ'ল। প্রায়বোৰ মানুহে শুলেই। ক'ৰবাত হে টিমিক-টামাককৈ ছুটা এটা মাটিৰ চাকি জ্বলি আছে। আন্ধাৰতে সি গাওঁখনৰ পৰিবৰ্ত্তন হোৱা অনুমান কৰিলে। গাঁওখন তাৰ অচিনাকি অচনাকি লাগিল। এইখন যেন সি এৰি থৈ যোৱা গাঁওখন নহয়। সি মনতে ভাবিলে। তাহানিৰ গাওঁখন বিচাৰি তাৰ মনে চলাথ কৰিছে। এন্ধাৰতে সি তিনি-আলিৰ বুঢ়াআঁহত জোপা চিনিব পাৰিলে। আঁহতজোপাৰ তলৰ বাহঁৰ চাংখন নাই। সি গছজোপাৰ তললৈ চাপি গ'ল। চাৰিও-ফালে মনেৰে চাই পঠালে। এই গছজোপাই কতনো বুৰঞ্জী নেজানে? এই গছজোপাৰ তলত ঘটা অগমন কথা-কাণ্ড তাৰ মানস-পটত জল-মলাবলৈ ধৰিলে। ইমান ৰাতিও গছজোপাৰ তলত বৈ থাকিবলৈ তাৰ অকণো শঙ্কা লগা নাই। সি গছজোপাৰ ওপৰলৈ চালে। বিকট মাতেৰে ফেচাঁ এটাই নিউ নিউ কৰি চিঞৰ মাৰি ধপধপাই উৰা মাৰিলে ক'ৰবালৈ। সি উচপ খাই গ'ল। ভয় ভয় লাগিল। তাৰ মনটো কোঁচ খাই গ'ল। তাৰ দুঃচিন্তা জাগিল।

—এয়া আকৌ কি? এই অমঙ্গল সূচনা কিহৰ ইঙ্গিত? নানা অজান চিন্তাই তাক আবৰি পেলালে। সি লৰালৰিকৈ ঘৰ মুখে খোঁ পেলালে। ঘৰৰ ওচৰ পায়েই সি বৈ গ'ল। তাহাঁতৰ ঘৰতচোন অনেক লোক গোট খাইছে। তাৰ বুকুখন চিৰিং কৈ মাৰিলে। নঙলা-বোৰ খোলা। নঙলাৰ কাষতে নাহৰজোপাৰ তলতে বৈ সি ভিতৰলৈ ভয়ে ভয়ে চালে। খোঁটালিটোত কম পোহৰেৰে জ্বলি থকা চাকিটোৰে সি ভালকৈ একোকে দেখা নেপালে। শেতেলিত শুই থকা জোনাকীক

আঙুৰি খোটালিটোত কেবাজনী তিৰোতা মানুহ সি দেখিলে। সুৰুঙা শিতানত জুপুকা-মাৰি বহি থকা মইনা পেহী আৰু মাটিত লেপেটা-লেপেটা মাৰি আমন-জিমনকৈ বহি থকা বতাহীক সি এক্কাবে-পোহৰেই ধৰিব পাৰিলে। খোটালিটোৰ বাহিৰ ফালে দুৱাৰ মুখত কোনোবাই পুথি পাঢ়িছে। খোটালিৰ বাহিৰত, চোতালত অ'ত-ত'ত অসংখ্য মত্রা-তিৰোতা। সি জানিলে তাৰ মৰমৰ জোনাকীৰ টান নৰিয়া। তাৰ চিন্তা শক্তি বিলুপ্ত হ'ল। তাৰ মূৰটো আচন্দ্ৰাই কৰা যেন লাগিল। একে কোবে বাহিৰৰ মানুহবোৰৰ মাজেদিয়ে কাকো নমতাকৈ সি কোঠালিটোৰ দুৱাৰ মুখত ৰ'লগৈ। ডাঙৰকৈ লোৱা জোনাকীৰ ফোটটোৰ ওপৰত চকু থৈ সি থিতত হ'ল। কিংকৰ্ত্তব্য বিমূঢ় হ'ল।

—কোন ? বাহু। তই আহিলি ? ইমান পলম কৰিলি বাহু ?

—পেহীয়ে চিঞৰি ক'লে।

পেহীৰ মাতত তাত থকা মানুহবোৰে ভূত দেখাৰ দৰে বাহুৰ মুখলৈ চালে।

পেহীয়ে হুকহুককৈ কান্দিছে। লৰি আহি মনধন ওচৰতে ৰলহি। কেৰে কাকো মাতিব পৰাই নাই। সি বেগাবেগিকৈ জোনাকীৰ শেতেলি-খনৰ ওচৰত আঠুকাঢ়ি জোনাকীক প্ৰায় সাবটি ধৰাৰ দৰে ক'লে :
—জোনাকী, মই একেবাৰে আহিলোঁ। জোনাকী, তই চকু মেল, এবাৰ মোৰ পিনে চা জোনাকী।

গোটেই দিনটো চকু নেমেলা জোনাকীয়ে সকলোকে আচৰিত কৰি চকু মেলিলে। তধা লাগি বাহুৰ ফালে চাই ৰ'ল। কিবা কোৱাৰ দৰে তাৰ ওঁঠখন লৰালে। মাত তাইৰ নুফুটিল। তাইৰ কথা কেৰে নুশুনিলে। বহুপৰ চাই থাকি তাই বেদনাত চটফট কৰিলে, ধাৰাসাৰে চকুপানী বৈ গল! গালেদি সি তাইৰ হাতখন তাৰ হাতত উঠাই ললে। কপালত হাত দি চালে। হাতৰ শিৰদালে ঘনাই ঘনাই ধপ-ধপ কৰিছে। ভৰি দুটা শিল যেন চেঁচা জঠৰ। মিঠাতেল এচলু লৈ ভৰিৰ পতাত হাতৰ তলুৱাত সি মালিচ কৰি দিলে।

তলুৱাখন গৰম হোৱাৰ উমানেই নাই। তাই আকৌ চকুহাল জপালে। পেহীয়ে বেগাবেগিকৈ উঠি গৈ, পুখুৰীৰ পৰা পানী এলোটা আনি তুলসীৰ তলখন মচি, বন্তি এগছ জ্বলালে। বন্তিগছৰ অলো-ন্নজ্বলোকৈ জ্বলিলত পেহী আহি জোনাকীৰ শেতেলিৰ ওচৰত বহিছি।

বাছু আহিছে বুলি জানি নাৰায়ণ, মণ্ডী আৰু গাঁৱৰ বাকী মানুহো সিহঁতৰ চোতাল পালেহি। কাৰো মুখত মাত-বোল নাই। বাছুক কোৱে একো সুধিবলৈ সাহস কৰা নাই। সিযো বজ্ৰপাত পৰা মানুহৰ দৰে তাইলৈ চাই থিয় হৈ আছে।

—তোৰ অপেক্ষাতহে তাই বৈ আছিল বাছু। তই আহিবি বুলি তাই জানিছিল। কালিলৈকে তোৰ খবৰ লৈয়ে আছে।

চকুপানী মচি মচি পেহীয়ে ক'লে।

—এয়া আমাৰ কি হ'ল? আমি কি সাধি আহিছিলোঁ পেহী? কি মহাপাপ কৰিছিলোঁ আমি?

বজ্ৰ-কঠোৰ হৃদয়ৰ বাছুৱে হুক-হুক কৈ কান্দি পেলালে। ক্ৰমান্বয়ে কান্দোন বিননিলৈ ৰূপান্তৰিত হ'ল। আনবোৰেও তাৰ লগতে কান্দিলে, তাৰ সমভাগী হ'ল।

তাই আকৌ এবাৰ চকু মেলিলে। তালৈ থিৰ হৈ চাই ৰ'ল।

—ধৈৰ্য্য ধৰ বাছু; চাচোন চা, তাই তোলৈ কেনেকৈ চাই আছে? মুখত অকণমান পানী দে বাছু। তাইক আৰু কষ্ট নিদিবি।

সি প্ৰকৃতিস্থ হ'ল। একেচাবে উঠি সি আকৌ শেতেলিৰ কাষত আঠু কাঢ়ি তাইৰ শুকান মুখখনত তাৰ মুখখন লঁহাই দি অন্তৰ উজাৰি মাতিলে। বেদনা ভৰা মাত।

—জোনাকী চা, চাচোন জোনাকী, মোলৈ চা। তোক এৰি মই কেনেকৈ থাকিম? তই মোক অকলশৰীয়া নকৰিবি জোনাকী। আমাৰ সপোন ধূলিস্যাৎ নকৰিবি। বহুত আশা বুকুত বান্ধি উভতি আহিছোঁ জোনাকী।

সি কান্দি কান্দি তাইৰ গালে-মুখে হাত বুলাই দিলে। মুখখন মুখত লগালে। তাই তাইৰ অৱশ হাতখন তাৰ গালে-মূৰেদি ফুৰাই দিলে।

হাতখন তাৰ মূৰৰ ওপৰতে বৈ গ'ল।

বাহিৰত হৰাওবাৰে কান্দোনৰ ৰোল উঠিল।

সি তাইৰ হাতখন আলফুলকৈ থৈ থিয় দিলে। তাইলৈ অন্য নীলা চেমিজটো মোনাৰ পৰা উলিয়াই তাইৰ বুকুখনৰ ওপৰত থৈ তাতে মূৰ থৈ উচুপিবলৈ লাগিল। সেই দৃশ্যত মানুহবোৰে বেছিকৈ হায়ৈ-বিয়ৈকৈ কান্দিলে। মানুহে ভাবিলে সি বলিয়া হ'ল।

তাৰ জ্ঞান ফিৰি আহিল, থৰক-বৰককৈ সি কোনোমতে দুটোপালমান পানী তাইৰ মুখত দিলে। পানী কিটোপাল তাই গিলিলে। চকুহাল থিয় কৰি বৰকৈ মেলাৰ দৰে পোনে পোনে তাৰ চকুলৈ চালে। দুধাৰি চকুলো বৈ গ'ল তাইৰ দুগালৰ ওপৰেদি।

ভিতৰলৈ সোমাই অহা ডিম্বেশ্বৰে পলম নকৰি তুলসীৰ তললৈ তাইক নিবলৈ দুজনমানক নাম ধৰি মাতিলে। সি সকলো বুজিলে। একে চিপে তাইক দাঙি আনি তুলসীৰ তলত শুৱাই দি চুলিকোচাত হাত বলাবলৈ লাগিল। চকুহাল থিৰ হৈ তালৈ তাই চায়েই ৰ'ল। তাৰ চকুৱে ধুৱলি-কুঁৱলি দেখিছে। ঘৰ-ঘৰোৱাহঁতৰ ক্ৰন্দনত গছৰ পাত সৰিছে। মানুহে লৰা-ঢপৰা কৰিছে। তাৰ কিন্তু চকুত চকুপানী নাই। পৰাজয়ৰ সমস্ত গ্লানি তাৰ মুখত পৰিস্ফুট হ'ল। ঈশ্বৰৰ প্ৰতি থকা সমস্ত বিশ্বাস তাৰ নোহোৱা হৈ গ'ল। ধৰ্ম-কৰ্ম, সৎকাম, সৎচিন্তাৰ প্ৰতি ঘৃণা উপজিল। তাৰ চকুত তেতিয়া আঙঠাৰ ৰং। সেই আঙঠাই যেন সমস্ত দাহন কৰি পেলাব, পুৰি ছাই কৰি পেলাব। দৃষ্টি তাৰ মহাশূণ্যত বিলীন হ'ল। গুচৰে-পাঁজৰে হাৱা বিলাপ-বিননিয়ে তাক স্পৰ্শ কৰিব পৰা নাই। ★